# ধৰ্ম আৰু বিজ্ঞান

# (RELIGION AND SCIENCE)

মূল

বাৰ্ট্ৰাণ্ড ৰাছেল

অনুবাদ

শিৱজিত দত্ত, আবেদুৰ ৰহমান



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী - ৭৮১ ০২১

**DHARMA ARU BIJNYAN** : Bertrand Russell's Religion and Science in Assamese, translated by Sibajit Dutta and Abedur Rahman and published by **Laxmi Nath Tamuly** IAS, Secretary, Publication **Board Assam,** Guwahati 781 021, Assam, India.

First Edition : March 2005 **Price Rs.70.00**



**প্ৰকাশক**

**লক্ষ্মীনাথ তামুলী আই এ এছ**

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী - ৭৮১ ০২১

প্ৰথম প্ৰকাশ ঃ মাৰ্চ ২০০৫

**মূল্য ঃ ৭০·০০ টকা**

**মুদ্ৰক**

**ভৱানী গ্ৰাফিকছ্**

*ৰাজগড় ৰোড, গুৱাহাটী - ৭৮১ ০০৭*

# সচিবৰ টোকা

বিজ্ঞানৰ অগ্ৰগতিয়ে ধৰ্মৰ ক্ষেত্ৰ আৰু প্ৰভাৱ ক্ৰমান্বয়ে সংকুচিত কৰি আনিছে। ১৮ শতিকাত আৰম্ভ হোৱা পাশ্চাত্যৰ যুক্তিবাদী আন্দোলনে ধৰ্মই শিকোৱা বহুবোৰ তত্ত্ব আৰু শিকনিক যুক্তিৰ আধাৰত বিচাৰ কৰি চোৱাৰ বাবে উৎসাহ দিছিল। মধ্যযুগীয় সমাজক ধৰ্মৰ এশ-এবুৰি নীতি-নিয়ম, আচাৰ-অনুষ্ঠান, শিক্ষা আৰু বিশ্বাসে গৰকি আছিল। তেতিয়া পৃথিৱীয়ে সূৰ্যক প্ৰদক্ষিণ কৰে বুলি কোৱাটোকো মহাপাপ বুলি গণ্য কৰা হৈছিল। ধৰ্মৰ বহুবোৰ বিশ্বাস ভিত্তিহীন আৰু বহুবোৰ আচাৰ-অনুষ্ঠান যুক্তিহীন বুলি ওঠৰ শতিকাৰ পৰা আৰম্ভ হোৱা যুক্তিবাদী আন্দোলনৰ পুৰোধাসকলে প্ৰমাণ কৰিছিল।

কুৰি শতিকাত বৈজ্ঞানিক অনুসন্ধিৎসা, বৈজ্ঞানিক আৱিষ্কাৰ-উদ্ভাৱনৰ আধাৰত ধৰ্মীয় বিশ্বাসক পৰীক্ষা-নিৰীক্ষা কৰি চোৱাসকলৰ ভিতৰত বাৰ্ট্ৰাণ্ড ৰাছেল অন্যতম আছিল। তেওঁৰ Religion and Science গ্ৰন্থখন আকাৰত সৰু আছিল, কিন্তু যুক্তিনিষ্ঠ বিশ্লেষণ আৰু বক্তব্যৰ ক্ষেত্ৰত বেছ গধুৰ আছিল। ৰাছেলে উত্থাপন কৰা যুক্তিবোৰ এতিয়াও পূৰ্বৰ দৰে প্ৰাসংগিক হৈ আছে। যুক্তিবাদী মনক গ্ৰন্থখনে আৰু গভীৰভাৱে ভবাই তুলিব।

গ্ৰন্থখন অনুবাদ কৰি দিবৰ বাবে আমি শ্ৰদ্ধেয় হীৰেন গোঁহাই চাৰক অনুৰোধ কৰিছিলোঁ। তেখেতৰ ব্যস্ততাৰ কাৰণে তেখেতেই শ্ৰীমান শিৱজিত দত্ত আৰু আবেদুৰ ৰহমানক অনুবাদক মনোনীত কৰি দিয়ে। খুব কম সময়ৰ ভিতৰতে তেওঁলোক দুয়োজনে গ্ৰন্থখন অসমীয়ালৈ অনুবাদ কৰি দিয়াৰ কাৰণে অসম প্ৰকাশন পৰিষদৰ তৰফৰ পৰা দুয়োলৈকে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। অনুবাদকক যাৱতীয় দিহা-পৰামৰ্শ দি যথাসম্ভৱ নিখুঁত অনুবাদ প্ৰস্তুত কৰি দিবলৈ অনবৰতে লাগি থকা ড হীৰেন গোঁহাইকো আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

লক্ষ্মীনাথ তামুলী
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
মাৰ্চ, ২০০৫

# বাৰ্ট্ৰাণ্ড ৰাছেল ঃ চমু পৰিচয়

নিজৰ ধাৰণা, কৰ্ম, চিন্তা আৰু লেখনীৰে বিশ্বৰ বৌদ্ধিক সমাজক আটাইতকৈ প্ৰভাবান্বিত কৰি নিজৰ জীৱনকালতে বিশ্বজোৰা খ্যাতি অৰ্জন কৰা এমুঠিমান বিৰল ব্যক্তিত্বৰ ভিতৰত বাৰ্ট্ৰাণ্ড ৰাছেলো এজন আছিল। তেওঁ চৰ্চা কৰা বিষয়ৰ বিস্তৃতিয়ো ব্যাপক আছিল। প্ৰচলিত ধাৰণা আৰু পৰম্পৰাৰ বিৰুদ্ধে নিৰ্মম হোৱাৰ কাৰণে ৰাজহুৱা বিতৰ্ক তেওঁৰ জীৱনজোৰা সংগী আছিল।

আত্মজীৱনীখনৰ আৰম্ভণিতে তেওঁৰ জীয়াই থকাৰ উদ্দেশ্য ঘোষণা কৰি বাৰ্ট্ৰাণ্ড ৰাছেলে লিখিছিল যে তিনিটা সৰল অথচ প্ৰচণ্ডভাৱে শক্তিশালী আৱেগে (passion) তেওঁৰ সমগ্ৰ জীৱন নিয়ন্ত্ৰণ কৰি আছিল ঃ প্ৰেমৰ প্ৰতি আকৰ্ষণ, জ্ঞানৰ অন্বেষণ আৰু মানৱৰ যাতনা-নিপীড়নৰ প্ৰতি দুঃসহ অনুকম্পা। তেওঁ প্ৰেমৰ প্ৰতি ব্যাকুল হৈছিল এইকাৰণেই যে ই এক আৱেগ-বিহ্বল পৰমানন্দ দিয়ে, নিঃসংগতাৰ পৰা মুক্তি দিয়ে আৰু কবি আৰু পুণ্যাত্মাসকলে কল্পনা কৰা এক অতীন্দ্ৰিয় স্বৰ্গীয় কল্পচিত্ৰৰ ওচৰ চপাই আনে। সমান আৱেগেৰে তেওঁ জ্ঞানৰ অন্বেষণ কৰিছিল বিশ্ব-চৰাচৰ সম্পৰ্কে সম্যকৰূপে জানিবলৈ। প্ৰেম আৰু জ্ঞানে হেনো তেওঁক স্বৰ্গাভিমুখী অনুপ্ৰেৰণা যোগাইছিল, কিন্তু অনুকম্পাই (pity) তেওঁক ধূলিৰ ধৰণীলৈ আঁজুৰি নমাইছিল। দুৰ্ভিক্ষ-পীড়িত শিশু, নিষ্পেষকৰ হাতত নিৰ্যাতনক্লিষ্ট লোক, নিজৰ সন্তানেই ঘৃণনীয় বোজা বুলি গণ্য কৰা নিঃসহায় বৃদ্ধ-বৃদ্ধা আৰু ক্লেশ, দাৰিদ্ৰ্য, নিঃসঙ্গতাই মানৱ জীৱনক পৰিহাসত পৰিণত কৰাৰ দৃশ্যই তেওঁক বোলে মাটিৰ পৃথিৱীলৈ টানি আনে।

সঁচা কথা ৰাছেলে তেওঁৰ বৰ্ণময় ঘটনাবহুল নিজৰ ৯৮ বছৰীয়া জীৱনৰ সঠিক মূল্যায়নেই কৰিছিল। নিজৰ দোষ-দুৰ্বলতা, ত্ৰুটি-বিচ্যুতি, আকৰ্ষণ-বিকৰ্ষণ চিনাক্ত কৰি বাছি উলিওৱা সকলো মানুহৰ পক্ষে সম্ভৱ নহয়। নিজৰ সম্পৰ্কে সঠিক মূল্যায়ন কৰি তেনেদৰে জীৱন-নিৰ্বাহ কৰিব পৰাজনেই শ্ৰেষ্ঠ (perfect) মানৱ। শতকৰ ভিতৰততো নহয়েই, কেতিয়াবা লাখৰ ভিতৰতহে এজন ব্যক্তিত্ব বিচাৰি পোৱা যায়। বাৰ্ট্ৰাণ্ড ৰাছেল শ্ৰেষ্ঠতম সেইসকল বিৰল ব্যক্তিত্বৰে এজন আছিল। আত্মজীৱনীত জীৱনৰ নিৰ্মম আৰু নিৰ্লজ্জ সত্যকো খোলোচা চিন্তে কৈ পেলোৱা নিচেই তাকৰীয়া কেইজনমান মনীষীৰ ভিতৰত বাৰ্ট্ৰাণ্ড ৰাছেলো এজন। আমাৰ শতকৰা নিৰানব্বৈ ভাগ আত্মজীৱনীয়েই হয় অতিৰঞ্জিত, নহয় মিছা তথ্য আৰু বক্তব্যৰে ভৰপূৰ। জীৱনৰ বিয়লি বেলাত লিখা আত্মজীৱনীতো তেওঁলোক তেওঁলোকৰ শৈশৱৰ স্মৃতিৰ ক্ষেত্ৰত অভিমন্যু হোৱাৰ ভাও জোৰে। ঘৃণনীয় পাৰিবাৰিক আৰু ব্যৱহাৰিক

জীৱনৰ বৰ্ণময় বৰ্ণনা দিয়ে। ৰাছেলে তেনে ভণ্ডামি পৰিহাৰ কৰি চলিব পাৰিছিল। তেওঁ পালন কৰা ভাবাদৰ্শ, যাপন কৰা জীৱনশৈলী আৰু সত্য সঠিক বুলি ভবা সিদ্ধান্ত কেৱল ৰাজহুৱা কৰাই নহয়, কাৰ্যকৰী কৰিবলৈ কেতিয়াও দ্বিধাগ্ৰস্ত হোৱা নাছিল। তাৰ বাবে তেওঁ বহুবাৰ শাসক শ্ৰেণীৰ ৰোষৰ বলি হ'ব লগা হৈছিল, আদালতৰ ৰায় অনুসৰি জৰিমনা ভৰিব লাগিছিল, আৰু আনকি কাৰাবাসো খাটিবলগীয়া হৈছিল।

ৱেল্‌চৰ ত্ৰিলেক (Trelleck) নামৰ ঠাইত ১৮৭২ চনৰ ১৮ মে'ত বাৰ্ট্ৰাণ্ড ৰাছেলৰ জন্ম হৈছিল। তেওঁৰ সম্পূৰ্ণ নাম আছিল Bertrand Arthur William Russell. দেউতাক ভাইকাউন্ত এম্বাৰ্লি (Viscount Amberley) আৰু মাব কেথেৰাইনৰ (Katherine) দ্বিতীয় সন্তান বাৰ্ট্ৰাণ্ড ৰাছেল জন্ম হওঁতে দীঘলে ২১ ইঞ্চি আৰু ৮½ পাউণ্ড ওজনৰ দেখাত কুৎচিৎ আছিল বুলি জন্মৰ পাছতে মাকে নিজৰ মাকলৈ লিখা চিঠিত উল্লেখ কৰিছিল। ৰাছেলৰ বয়স তিনি বছৰ নৌ হওঁতেই তেওঁৰ মাতৃ-বিয়োগ। তাৰ ওঠৰ মাহৰ পাছতে দেউতাকৰো মৃত্যু হয়। ককা-আইতাকৰ লগত থাকি ডাঙৰ-দীঘল হোৱা ৰাছেলৰ ককাকো তেওঁৰ ছবছৰ বয়স হওঁতেই ঢুকাল। ককাক লৰ্ড জন ৰাছেল ১৮৪৬-৫২ আৰু ১৮৬৫ চনত দুবাৰ ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী আছিল। ১৮৩৬ চনৰ পৰা ১৮৪১ চনলৈকে তেওঁ গৃহ আৰু ঔপনিবেশিক সচিব আছিল। ১৮৪১-৪৬ চনত তেওঁ বিৰোধী দলপতি আছিল। ওঠৰ বছৰ বয়সলৈকে তেওঁ আইতাকৰ তত্ত্বাৱধানত লালিত-পালিত হৈছিল। আনুষ্ঠানিক শিক্ষাৰ পৰিৱৰ্তে ঘৰুৱা শিক্ষক নিয়োগ কৰি ৰাছেলক ঘৰতে শিক্ষাদান কৰা হৈছিল। ৰাছেল জন্ম হোৱা এম্বাৰ্লি পৰিয়ালটো প্ৰগতিশীল (advanced) দৃষ্টিভংগীৰ আছিল। আইতাক লেডী ৰাছেল ৰাজনৈতিক দিশৰ পৰা লিবাৰেল ভাবাপন্ন আছিল যদিও কঠোৰ নিয়ম-নীতি আৰু কৃচ্ছ্ৰসাধনৰ প্ৰতি গোড়া আছিল। অন্য ল'ৰা-ছোৱালীৰ পৰা নিঃসঙ্গতাৰে অকলে ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধানত তেওঁৰ শৈশৱ-কৈশোৰ অতিবাহিত হোৱাৰ কাৰণে তেওঁৰ আধ্যাত্মিক জীৱন তীক্ষ্ণ হৈ গঢ় লৈছিল আৰু সন্দেহাতীত জ্ঞানৰ প্ৰতি প্ৰবল হাবিয়াহ হৈছিল। সৰু কালত ডাঙৰ-দীঘল হোৱা পৰিবেশেই তেওঁক সংশয়বাদী (sceptical) কৰি গঢ়ি তুলিছিল। সেই সংশয়বাদী দৃষ্টিকোণৰ কাৰণেই তেওঁ জ্যামিতিৰ ওপৰত প্ৰথমে আগ্ৰহ হেৰুৱাইছিল অথচ সেইবোৰক স্বতঃসিদ্ধ (axioms) বুলি মানি ল'ব লাগে। ইয়েই ৰাছেলক দৰ্শনলৈ ঢাল খুৱাইছিল।

১৮৯০ চনত তেওঁ কেম্ব্ৰিজৰ ট্ৰিনিটি কলেজত ভৰ্তি হোৱাৰ পাছতে মেধাৰ ফালৰ পৰা আউট্‌ষ্টেণ্ডিং হিছাপে স্বীকৃতি পাইছিল আৰু 'The Apostles'

Society'ৰ সদস্যভুক্ত হৈছিল। ছাত্ৰ হিছাপে সেইটো বিৰল সন্মানৰ স্বীকৃতি আছিল। ১৮৯৩ চনত তেওঁ গণিতৰ অনাৰ্চত প্ৰথম শ্ৰেণীৰ ডিগ্ৰী পায়। কিন্তু দৰ্শনৰ প্ৰতি বাঢ়ি অহা আগ্ৰহৰ কাৰণে ১৮৯৪ চনত নৈতিক বিজ্ঞানতো (Moral Sciences) প্ৰথম শ্ৰেণীৰ ডিগ্ৰী লৈছিল। ১৮৯৪ চনতে তেওঁ পৰিয়ালৰ বিৰোধিতা সত্বেও Alys Pearsall Smith ক বিয়া কৰায়। তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰত গণিতৰ অধ্যাপনা কৰিছিল আৰু জাৰ্মানীও ভ্ৰমণ কৰিছিল। জাৰ্মানী ভ্ৰমণৰ সময়ত চচিয়েল ডেমক্ৰেটসকলে তেওঁক মাৰ্ক্সবাদৰ লগত পৰিচয় কৰোৱায় যদিও পৰৱৰ্তী জীৱনত ৰাছেল কেতিয়াও মাৰ্ক্সবাদী হৈ নুঠিল। জাৰ্মানীত তেওঁ চচিয়েল ডেমক্ৰেচী সম্পৰ্কত বক্তৃতাও দিছিল। তেওঁৰ লিবাৰেল দৃষ্টিকোণৰ পৰা ৰাছেলে ১৮৯৬ চনত তেওঁৰ জীৱনৰ প্ৰথমখন গ্ৰন্থ German Social Democracy প্ৰকাশ কৰে। পৰৱৰ্তী জীৱনকালত তেওঁ লিখা ন্যায়শাস্ত্ৰ, দৰ্শন আৰু গণিতৰ গ্ৰন্থৰ পয়োভৰত জীৱনৰ প্ৰথমখন গ্ৰন্থৰ লেখ স্বাভাৱিকতেই তল পৰি ৰ'ল।

১৮৯৫ চনৰ পৰা ১৯০১ চনলৈকে ৰাছেল কেমব্ৰিজৰ ট্ৰিনিটি কলেজৰ ফেল' আছিল। ১৯১০ চনৰ পৰা ১৯১৬ চনলৈকে দৰ্শনৰ লেক্‌চাৰাৰ আছিল। প্ৰথম বিশ্বযুদ্ধৰ বিৰোধিতা কৰাৰ কাৰণে তেওঁক লেক্‌চাৰাৰ পদৰ পৰা বৰ্খাস্ত কৰিছিল। যুদ্ধ বিৰোধী লিখাৰ কাৰণে ১৯১৮ চনত তেওঁক ছমাহ কাৰাদণ্ড দিয়া হৈছিল। একেই কাৰণতে ১৯১৬ চনত ৰাছেলক এশ পাউণ্ডৰ জৰিমনা কৰিছিল। কিন্তু তেওঁ দ্বিতীয় বিশ্বযুদ্ধৰ বিৰোধিতা কৰা নাছিল, কিয়নো কিবা এটা শুভাৰন্তৰ কাৰণে হিটলাৰক পৰাস্ত কৰাটো অপৰিহাৰ্য পূৰ্ব চৰ্ত বুলি ৰাছেলে বিবেচনা কৰিছিল।

গোটেই জীৱনকালত ৰাছেলে চল্লিশখনতকৈয়ো অধিক গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। জীৱনৰ প্ৰথমছোৱাত তেওঁ গণিতৰ চৰ্চাত নিমগ্ন হৈছিল । সেই কালছোৱাত তেওঁ The Principles of Mathematics, (১৯০৩) আলফ্ৰেড নৰ্থ হোৱাইট হেডৰ লগত যুটীয়াভাৱে তিনিটা খণ্ডত Principia Mathematica (১৯১০, ১৯১২, ১৯১৩) প্ৰকাশ কৰে।

ইনচাইক্লোপীডিয়া বৃটেইনিকাত লিখামতে ৰাছেলৰ ভ্ৰমণ, বক্তৃতা, অধ্যাপনা, ডিগ্ৰী, পুৰস্কাৰ আৰু গ্ৰন্থৰ সংখ্যা ইমানেই বেছি যে বিশ্বকোষখনৰ বাবে সকলোবোৰৰ তালিকাত দিয়া সম্ভৱ নহয়। গণিতৰ পিছত ৰাছেলৰ মনোযোগ দৰ্শনমুখী হৈছিল আৰু গোটেই বিশ্বতে তেওঁৰ দাৰ্শনিক পৰিচয়টোৱেই অত্যন্ত জনপ্ৰিয় আছিল। অৱশ্যে ইয়ো সত্য যে ৰাছেলে কোনো দাৰ্শনিক মাৰ্গ (school) প্ৰতিষ্ঠা কৰা নাছিল বা কোনো দাৰ্শনিক আন্দোলনৰ নেতৃত্বও দিয়া নাছিল। জীৱনৰ আগছোৱাত তেওঁক কোনোৱে অভিজ্ঞতাবাদী (empiricist) কোনোৱে প্ৰত্যক্ষবাদী (Positivist), কোনোৱে চৰম ভাববাদী (absolute Idealist) বুলি চিনাক্ত কৰিছে। মাক্ত বয়সত

তেওঁ ভাববাদ ত্যাগ কৰি ভৌতিক বাস্তৱবাদী (Physical Realist) হৈছিল। গণিতৰ পৰা ৰাছেলৰ নিচা দৰ্শনৰ প্ৰতি ঢাল খাইছিল। কেৱল দৰ্শনেই নহয়, গণিতৰ ওপৰিও ৰাছেলে বিজ্ঞান, লজিক, সমাজতত্ত্ব, শিক্ষা, ইতিহাস, ধৰ্ম, ৰাজনীতি আদি বিভিন্ন বিষযত বক্তৃতা দিছিল আৰু গ্ৰন্থ লিখিছিল। Philosophical Essays (১৯১০), Problems of Philosophy (১৯১১), Our Knowledge of the External World (১৯১৪), The Philosophy of Pacifism (১৯১৬), Introduction to Mathematical Philosophy (১৯১৯), The Analysis of Mind (১৯২১), The Analysis of Matter (১৯২৭), An Outline of Philosophy (১৯২৭), Why I am Not a Christian (১৯২৭), History of Western Philosophy (১৯৪৫), The Conquest of Happiness (১৯৩০) ইত্যাদি গ্ৰন্থত তেওঁৰ দৰ্শনৰ দৃষ্টিৰে জীৱন, জগত, সমাজ, সভ্যতা, নৈতিকতা আদি বিষয়ৰ ওপৰত বৈপ্লৱিক বিশ্লেষণ আৰু অভিমত প্ৰকাশ কৰিছিল।

ৰাছেল বিশ্বৰ ৰাজনৈতিক আৰু সামাজিক ঘটনাসমূহৰ প্ৰতিও সতৰ্ক হৈছিল আৰু সেইবোৰ তেওঁৰ চৰ্চাৰ অন্তৰ্ভুক্ত কৰিছিল। ইংলেণ্ডৰ এটা ঐতিহাসিক ৰাজনৈতিক পৰিয়ালৰ সন্তান হিছাপে বাৰ্ট্ৰাণ্ড ৰাছেলেও ৰাজনীতিৰ দুৱাৰত তিনিবাৰ হেঁচুকিছিল। ১৯০৭, ১৯২২ আৰু ১৯২৩ চনত তেওঁ তিনিবাৰ পাৰ্লিয়ামেণ্টৰ সদস্য পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰি বিফল হৈছিল। সংসদীয় ৰাজনীতিত সফল হ'বৰ বাবে যি ধৰণৰ ভণ্ডামি আৰু চতুৰালিৰ প্ৰয়োজন, নিৰ্ভীক আৰু স্পষ্টবাদী বাৰ্ট্ৰাণ্ড ৰাছেলৰ পক্ষে সেইখিনি কৰা অসম্ভৱ আছিল। তেওঁ কৈছিল যে, "মই সাম্যবাদ পছন্দ নকৰো, কিয়নো ই অগণতান্ত্ৰিক আৰু পুঁজিবাদকো পছন্দ নকৰো, কিয়নো ই শোষণৰ পোষকতা কৰে।" সেই দৃষ্টিভংগীৰ কোনো ব্যক্তিৰ পক্ষেই সংসদীয় নিৰ্বাচনৰ ৰাজনীতিত জিকি অহা সম্ভৱ নহয়। আনকি ১৯৪৮ চনত যেতিয়া তেওঁ Human Knowledge, Its Scope and Limits প্ৰকাশ হৈছিল, সেইখনত প্ৰকাশ পোৱা আওপুৰণি তত্ত্বৰ কাৰণে বৌদ্ধিক সমাজত গ্ৰন্থখন গ্ৰহণীয় হৈ উঠা নাছিল।

সামাজিক আৰু নৈতিক সমস্যাবোৰৰ প্ৰতি সমাজ-সচেতন ৰাছেল আওকণীয়া হৈ থাকিব নোৱাৰিছিল। মানুহৰ যাতনাই তেওঁক স্বৰ্গাভিমুখী যাত্ৰাৰ পৰাও ঘূৰাই আনিছিল বুলি তেওঁ আত্মজীৱনীত উল্লেখ কৰিছিল। সেয়ে তেওঁ সাধাৰণ মানুহে সমাজ-জীৱন আৰু ব্যক্তিগত জীৱন যাপন কৰোতে মুখামুখি হোৱা পৰম্পৰা, ঐতিহ্য, বিশ্বাস, সংস্কাৰ আদিৰ আধুনিক আৰু বৈজ্ঞানিক ব্যাখ্যা, বিশ্লেষণেৰে বহুবোৰ মূল্যবান গ্ৰন্থ লেখিছিল। সেই আটাইবোৰ গ্ৰন্থই বিশ্বৰ চুকে-কোণে প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। Principles of Social Reconstruction

(১৯১৬), Roads to Freedom (১৯১৮), On Education (১৯২৬), Marriage and Morals (১৯২৯), Education and Social Order (১৯৩২), Power (১৯৩৮), Authority and the Individual (১৯৪৯), New Hopes for a Changing World (১৯৫১), Human Society in Ethics and Politics (১৯৫৪), Common Sense and Nuclear Warfare (১৯৫৯), Political Ideas (১৯৬৩), Unpopular Essays (১৯৫০), In Praise of Idleness (১৯৩৮), Sceptical Essays (১৯২৮), A Free Man's Worship(১৯১৭), ইত্যাদি।

নিজৰ স্মৃতিশক্তি আৰু মেধা প্ৰয়োগৰ বিস্ময়কৰ দক্ষতা তেওঁৰ অভিজাত সুলভ স্বাধীনতা আৰু মানৱতাবাদী দৰ্দে সমাজৰ ওপৰত তেওঁৰ প্ৰভাৱৰ বিস্তৃতি বৃদ্ধি কৰি নিছিল। প্ৰায়েই কোনো কাট-কুট নকৰাকৈ তেওঁ প্ৰতিদিনে তিনি হাজাৰ শব্দ লেখাৰ অভ্যাস গঢ়ি তুলিছিল। এই কথাটোৱে ইয়াকো প্ৰমাণ কৰে যে পৰ্যাপ্ত প্ৰয়োজনীয় তথ্য-পাতি স্মৃতিৰ মণিকোঠাত মজুত নাথাকিলে, চিন্তা আৰু ভাবৰ স্বচ্ছতা নাথাকিলে আৰু দৃষ্টিকোণৰ স্পষ্টতা নাথাকিলে তেনে দক্ষতাৰে লেখা সম্ভৱ নহ'লহেঁতেন। ১৯১৬ চনৰ পৰা ১৯৩৮ চনলৈকে তেওঁৰ চাকৰি নথকা সময়ছোৱাত তেওঁ ব্যাপকভাৱে বক্তৃতা দিছিল আৰু লেখিছিল।

১৯৩৮ চনত তেওঁ চিকাগো বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবলৈ গৈছিল। ১৯৪০ চনত ৰাছেলে কেলিফৰনিয়া বিশ্ববিদ্যালয়তো অধ্যাপনা কৰিছিল। ১৯৪১ চনৰ ১ ফেব্ৰুৱাৰীৰ পৰা কাৰ্যকৰী হোৱাকৈ কলেজ অব্ চিটি অব্ নিউইয়ৰ্কত তেওঁক দৰ্শনৰ অধ্যাপক নিযুক্তি দিছিল; কিন্তু ১৯২৯ চনতে প্ৰকাশিত তেওঁৰ Marriage and Morals শীৰ্ষক গ্ৰন্থখনৰ অনৈতিক বক্তব্যৰ কাৰণে ৰাছেলৰ নিযুক্তি বাতিল কৰিবলৈ আমেৰিকাৰ ধৰ্মাধিকাৰীসকল প্ৰতিবাদ কৰাত ৰাছেলৰ সেই নিযুক্তি বাতলি কৰা হৈছিল। ইতিমধ্যে তেওঁ আৰ্থিক সংকটৰ গৰাহত পৰিছিল। পেন্‌চিল্‌ভেনিয়াৰ বাৰ্নেচ ফাউণ্ডেচনে তেওঁক পাঁচ বছৰৰ কাৰণে বক্তৃতা দিবলৈ নিযুক্তি দিছিল যদিও ১৯৪৩ চনত সেই নিযুক্তিয়ো বাতিল হয়। ১৯৪৪ চনত ৰাছেলক ট্ৰিনিটি কলেজত লেকচাৰাৰ আৰু ফেল' হিছাপে নিযুক্তি দিয়া হৈছিল। পৰৱৰ্তী ১৫ বছৰত তেওঁৰ যশস্যা আৰু সন্মান খৰ গতিত বৃদ্ধি পাই আহিছিল। BBCৰ "Brains Trust" শীৰ্ষক অনুষ্ঠানটো আৰু ৰেইথ বক্তৃতামালাৰ (Reith Lectures) জৰিয়তে তেওঁৰ বৌদ্ধিক প্ৰতিভা ইমান সমাদৃত হৈছিল যে ১৯৪৯ চনত তেওঁক Order of Merit সন্মানেৰে সন্মানিত কৰা হৈছিল। গণিত আৰু দৰ্শনৰ চৰ্চাৰ কাৰণে তেওঁ বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছিল যদিও ১৯৫০ চনত বাৰ্ট্ৰাণ্ড ৰাছেলক সাহিত্যৰ নোবেল পুৰস্কাৰেৰে পুৰস্কৃত কৰা হৈছিল।

প্ৰেমৰ প্ৰতি আকৰ্ষণে তেওঁৰ জীৱন নিয়ন্ত্ৰিত কৰিছিল বুলি ১৯৬৭-৬৯ চনত তিনিটা খণ্ডত প্ৰকাশিত ৰাছেলে Autobiography ত উল্লেখ কৰিছিল। ১৮৯৪ চনৰপৰা ১৯৫২ চনলৈকে ৰাছেলে আনুষ্ঠানিকভাৱে চাৰিগৰাকীৰ পাণি গ্ৰহণ কৰিছিল। বহুত মহিলাৰ লগত তেওঁ যৌন-সম্পৰ্ক ৰক্ষা কৰিছিল। Alys ৰ প্ৰতি থকা দুৰ্বাৰ প্ৰেমৰ আকৰ্ষণতেই তেওঁ পৰিয়ালৰ বিৰোধিতা সত্ত্বেও তেওঁক ১৮৯৪ চনত বিয়া কৰাইছিল। কিন্তু ১৯০৩ চনত প্ৰথমা পত্নীৰ প্ৰতি আকৰ্ষণ শেষ হৈছিল। হঠাতেই এদিন আবেলি ৰাছেলে গাঁৱৰ ৰাস্তাত চাইকেল চলাই গৈ থাকোতে তেওঁ আৱিষ্কাৰ কৰিলে যে তেওঁৰ পত্নীৰ প্ৰতি ভালপোৱা শেষ হৈছে। এলিচ (Alys) ৰাছেলতকৈ পাঁচ বছৰ ডাঙৰ আছিল। হঠাতেই তেওঁৰ প্ৰতি ৰাছেলৰ যৌন-আকৰ্ষণ শেষ হৈছিল। পৰৱৰ্তী ন বছৰ ৰাছেলে কোনো নাৰীৰ লগতেই সম্পৰ্ক গঢ়ি তোলা নাছিল, কিন্তু তৎসত্ত্বেও এলিচৰ প্ৰতি যৌন আকৰ্ষণ ঘূৰাই আনিব নোৱাৰিলে। ১৯১১ চনত আনুষ্ঠানিকভাৱে তেওঁলোকৰ বিবাহ-বিচ্ছেদ হ'ল। ১৯১৬ চনত ডোৰা ব্লেকক (Dora Black) প্ৰথম দেখাতেই ৰাছেলৰ তেঁওঁৰ প্ৰতি প্ৰেম হৈছিল। ৰাছেলে চীন আৰু জাপান ভ্ৰমণ কৰোঁতে ডোৰাও তেওঁৰ সংগী হিচাপে গৈছিল আৰু অন্তঃসত্ত্বা হৈছিল। ১৯২১ চনৰ ২৭ ছেপ্টেম্বৰত তেওঁলোকৰ বিয়া হৈছিল আৰু ১৬ নবেম্বৰত তেওঁলোকৰ সন্তান জন (John) ৰ জন্ম হৈছিল। ১৯৩৬ চনত তেওঁ পেট্ৰিচিয়া স্পেঞ্চক (Patricia Spence) বিয়া কৰায় আৰু তৃতীয় সন্তান কনৰাড (Conrad) ৰ পিতৃ হয়। ১৯৫২ চনত পেট্ৰিচিয়াৰ লগত বিবাহ-বিচ্ছেদ কৰি ৰাছেলে এডিথ ফিঞ্চ (Edith Finch) ক বিয়া কৰায়। বিবাহ প্ৰেমৰ পূৰ্ণতাপ্ৰাপ্তি নহয়, পৰিসমাপ্তিহে। ধৰ্মীয় আৰু সামাজিক সংস্কাৰৰ বাধা-নিষেধ নাথাকিলে যৌনতাৰ ক্ষেত্ৰত মানুহ আদিম অৱস্থালৈ ঘূৰি যাব পাৰে। কিন্তু সামাজিক জীৱন, পাৰিবাৰিক জীৱন কেৱল যৌন-সৰ্বস্ব নহয়। যৌন-সৰ্বস্ব জীৱনধাৰাই মানুহক পশু-পক্ষীতকৈয়ো তললৈ নমাব। কাৰণ পশু-পক্ষীৰ যৌন-জীৱন প্ৰাকৃতিক নিয়মতে নিৰ্ধাৰিত।

জীৱনৰ শেষৰ ফালে তেওঁ আমেৰিকাৰ ভিয়েটনামৰ যুদ্ধ আৰু হাইড্ৰোজেন বোমাৰ মুকলি বিৰোধিতা কৰিছিল। পাৰমাণৱিক নিৰস্ত্ৰীকৰণৰ সম্পৰ্কত তেওঁ এটা সংগঠনো গঢ়ি তুলিছিল। ৯০ বছৰীয়া বাৰ্ট্ৰাণ্ড ৰাছেলৰ তাৰুণ্য বিশ্বৰ বহু লোকৰ আলোচনা আৰু প্ৰেৰণাৰ বিষয় হৈ পৰিছিল। ৯৮ বছৰ বয়সত ১৯৭০ চনৰ ২ ফেব্ৰুৱাৰীত ৰাছেলৰ দেহাৱসান ঘটে।

গুৱাহাটী
ফেব্ৰুৱাৰী, ২০০৫

**লক্ষ্মীনাথ তামুলী**
সচিব
অসম প্ৰকাশন পৰিষদ

# সূচীপত্ৰ

# প্ৰথম অধ্যায়

# সংঘাতৰ ভিত্তি

ধৰ্ম আৰু বিজ্ঞান হৈছে সমাজ জীৱনৰ দুটা দিশ। ইয়াৰ প্ৰথমটো মানুহৰ মানসিক ইতিহাসৰ যি কোনো কথাই আমি যিমান অতীতৰ পৰা জানো, সিমানৰ পৰাই গুৰুত্বপূৰ্ণ হৈ আহিছে। পিছৰটোৱে আকৌ গ্ৰীক আৰু আৰব জাতিৰ মাজত তাক উত্থান-পতনময় নিস্তেজ অস্তিত্বৰ পিছত ষোল শতিকাত অকস্মাতে গুৰুত্বপূৰ্ণ হৈ উঠিল আৰু তাৰ পিছৰে পৰা ক্ৰমবৰ্দ্ধমান ৰূপত ই আমি যিবোৰ ধাৰণা আৰু অনুষ্ঠানৰ মাজত জীয়াই থাকোঁ, তাৰ ৰূপান্তৰ ঘটাই আহিছে। ধৰ্ম আৰু বিজ্ঞানৰ মাজত আছে এক সুদীৰ্ঘ সংঘাত য'ত শেহতীয়া কেইবছৰমানলৈকে বিজ্ঞানেই অপৰিৱৰ্তনীয়ভাৱে বিজয়ী প্ৰমাণিত হৈ আহিছে। কিন্তু ৰাছিয়া আৰু জাৰ্মানীত মতবাদৰ প্ৰচাৰৰ উদ্দেশ্যে কৰা কাম কাজৰ বাবে বিজ্ঞান প্ৰদত্ত নতুন উপায়বোৰেৰে অস্ত্ৰসজ্জিত নতুন নতুন ধৰ্মৰ উত্থান ঘটিছে আৰু তেনে উত্থানে এই বিষয়টোক পুনৰ সন্দেহৰ মাজলৈ ঠেলি দিছে, যিদৰে দিছিল বৈজ্ঞানিক যুগৰ আৰম্ভণিতে। আৰু ইয়ে বৈজ্ঞানিক জ্ঞানৰ বিৰুদ্ধে পৰম্পৰাগত ধৰ্মই চলোৱা যুদ্ধৰ ভিত্তি আৰু ইতিহাস পৰীক্ষা কৰাৰ কথাটো পুনৰ জৰুৰী কৰি তুলিছে।

বিজ্ঞান হৈছে পৰ্যবেক্ষণ আৰু তাৰ ওপৰত প্ৰতিষ্ঠিত যুক্তি বিচাৰৰ জৰিয়তে কৰা আৱিষ্কাৰৰ প্ৰচেষ্টা—ই আৱিষ্কাৰ কৰিব খোজে প্ৰথমে জগত সম্পৰ্কে বিশিষ্ট সত্যসমূহ আৰু তাৰ পিছত এই সত্যসমূহৰ এটাক আনটোৰ সৈতে সম্পৰ্কিত কৰা নিয়মসমূহ আৰু (সৌভাগ্যজনক বিষয় বিশেষত) ই সম্ভৱ কৰি তোলে অনাগত সংঘটন সম্পৰ্কীয় ভৱিষ্যদ্বাণী। বিজ্ঞানৰ এই তাত্ত্বিক দিশটোৰ সৈতে জড়িত আছে বৈজ্ঞানিক কলা-কৌশল, যিয়ে স্বাচ্ছন্দ্য আৰু বিলাসৰ সামগ্ৰীসমূহ উৎপাদন কৰাৰ বাবে বৈজ্ঞানিক জ্ঞানৰ সু-প্ৰয়োগ ঘটায়। প্ৰাক-বৈজ্ঞানিক এটি যুগত এনে সামগ্ৰীসমূহ অসম্ভৱ আছিল, নাইবা অন্ততঃ বহুত বেছি পৰিমাণে ব্যয়বহুল আছিল। এই পিছৰ দিশটোৱেই বিজ্ঞানক ইমান বেছি গুৰুত্বপূৰ্ণ কৰি তুলিছে—আনকি তেওঁলোকৰ বাবেও, যিসকল বিজ্ঞানী নহয়।

সামাজিক ফালৰ পৰা বিচাৰ কৰি চালে বিজ্ঞানৰ তুলনাত ধৰ্ম এক বেছি জটিল প্ৰপঞ্চ। প্ৰতিটো ডাঙৰ ঐতিহাসিক ধৰ্মৰে তিনিটা দিশ আছে ঃ (১) এক ধৰ্মমণ্ডলী,

(২) এটি ধৰ্মমত, আৰু (৩) ব্যক্তিগত নৈতিকতাৰ এক নিয়মাৱলী। বেলেগ বেলেগ সময় আৰু স্থানত এই তিনিটা উপাদানৰ আপেক্ষিক গুৰুত্বৰ বৃহৎ তাৰতম্য ঘটে। উদাসবাদীসকলে (the stoics)[১] নৈতিক কৰি নোতোলা পৰ্যন্ত গ্ৰীচ আৰু ৰোমৰ প্ৰাচীন ধৰ্মসমূহৰ ব্যক্তিগত নৈতিকতা সম্পৰ্কে ক'বলৈ বৰ বেছি কথা নাছিল; ইছলাম ধৰ্মত পাৰ্থিৱ সম্ৰাটৰ তুলনাত উলেমাসকল গুৰুত্বহীন হৈ আহিছে, আধুনিক প্ৰটেষ্টাণ্টবাদত আছে ধৰ্মমতৰ কাঠিন্য ঢিলাই দিয়াৰ এক প্ৰৱণতা। তথাপি, যদিও বিভিন্ন অনুপাতত থাকে, এই তিনিওটা উপাদানেই সামাজিক প্ৰপঞ্চ হিচাপে ধৰ্মৰ ক্ষেত্ৰত অপৰিহাৰ্য আৰু বিজ্ঞানৰ সৈতে ধৰ্মৰ সংঘাতত ইয়েই প্ৰধানতঃ জড়িত। এক বিশুদ্ধভাৱে ব্যক্তিগত ধৰ্ম চৰম বৈজ্ঞানিক যুগতো সমস্যাক্ৰান্ত নোহোৱাকৈয়ে সিমানদূৰ পৰ্যন্ত টিকি থাকিব পাৰে, যিমান দূৰলৈ ই বিজ্ঞানে খণ্ডন কৰিব পৰা উক্তি এৰাই চলাত সন্তুষ্ট থাকিব পাৰে।

ধৰ্মমতবোৰেই হৈছে ধৰ্ম আৰু বিজ্ঞানৰ মাজৰ সংঘাতৰ বৌদ্ধিক উৎস। পিছে, এই বিৰোধৰ তিক্ততাৰ কাৰণ হৈছে ধৰ্মগুলী আৰু নৈতিক নিয়মাৱলীৰ সৈতে ধৰ্মমতৰ সংযোগকৰণ। ধৰ্মমতৰ ওপৰত প্ৰশ্ন তোলাসকলে কৰ্তৃপক্ষক দুৰ্বল কৰি তুলিছিল আৰু হয়তো ধৰ্মগুলীৰ উপাৰ্জন হ্ৰাস কৰিছিল। তদুপৰি, নৈতিকতাক দুৰ্বল কৰি তোলা বুলি তেওঁলোকৰ বিষয়ে ভবা হৈছিল, যিহেতু নৈতিক কৰ্তব্যসমূহ ধৰ্মগুলীয়ে ধৰ্মমতসমূহৰ পৰাই নিৰ্ণয় কৰিছিল। সেইবাবেই গিৰ্জাৰ সৈতে জড়িত ব্যক্তিসকল আৰু ৰাজনৈতিক শাসনসকলে অনুভৱ কৰিছিল যে বিজ্ঞানৰ সৈতে জড়িত ব্যক্তিসকলৰ বৈপ্লৱিক শিকনিক ভয় কৰিবলৈ তেওঁলোকৰ বেছ কাৰণ আছে।

পিছলৈ আমি সাধাৰণ অৰ্থত বিজ্ঞান আৰু আনকি সাধাৰণ অৰ্থত ধৰ্মৰ সৈতেও জড়িত নহ'ম। পিছে, আমি জড়িত হ'ম তেনেবোৰ বিষয়ৰ সৈতে যিবোৰক লৈ অতীতত উভয়ে সংঘাতত লিপ্ত হৈছিল অথবা আজিও, বৰ্তমান সময়তো, লিপ্ত হৈ আছে। খ্ৰীষ্টান সাম্ৰাজ্যৰ বিষয়ে ক'বলৈ হ'লে এই সংঘাতসমূহ দুই ধৰণৰ। কেতিয়াবা বাইবেলত এনে পাঠ থাকে যিয়ে বাস্তৱ ঘটনাৰ বিষয়ে কোনো উক্তি আগবঢ়ায়। উদাহৰণস্বৰূপে, শহা-পহুৱে খাদ্যবস্তু চোবায়। বৈজ্ঞানিক পৰ্যবেক্ষণে মিছা প্ৰমাণিত কৰা এনে উক্তিয়ে সেইসকলক অসুবিধাত পেলায় যিসকলে বিশ্বাস কৰে—যিদৰে বিজ্ঞানে অন্যভাৱে চিন্তা কৰিবলৈ বাধ্য নকৰা পৰ্যন্ত বেছিভাগ খ্ৰীষ্টানলোকেই বিশ্বাস কৰিছিল—যে বাইবেলৰ প্ৰতিটো শব্দই ঐশ্বৰিক প্ৰেৰণালব্ধ। কিন্তু যেতিয়া বাইবেলৰ সংশ্লিষ্ট উক্তিসমূহৰ কোনো অন্তৰ্নিহিত ধৰ্মীয় গুৰুত্ব নাথাকে, তেতিয়া তাক তাৎপৰ্যহীন বুলি উৰাই দিয়াটো অথবা বাইবেলখন মাত্ৰ ধৰ্ম

আৰু নৈতিকতাৰ বিষয়তহে কৰ্তৃত্বশীল বুলি সিদ্ধান্ত কৰি বিতৰ্ক এৰাই চলাটো একো অসুবিধাৰ কথা নহয়। পিছে, সংঘাত গভীৰতৰ হৈ পৰে তেতিয়া, যেতিয়া বিজ্ঞানে কোনো গুৰুত্বৰ খ্ৰীষ্টান ধৰ্মমতৰ কিম্বা ধৰ্মতাত্ত্বিকসকলে নৈতিকতাৰ বাবে তাৎপৰ্যপূৰ্ণ বুলি বিশ্বাস কৰা কোনো দাৰ্শনিক মতবাদৰ বিৰোধিতা কৰে। বহুসময়ত ধৰ্ম আৰু বিজ্ঞানৰ মতভেদসমূহ আৰম্ভণিতে প্ৰথম বিধৰে আছিল। পিছে, ক্ৰমশঃ এই মতভেদসমূহ জড়িত হৈ আহিল বৰ্তমান বা অতীতত খ্ৰীষ্টীয় শিক্ষাৰ অতি গুৰুত্বপূৰ্ণ অংশ বুলি বিবেচিত বিষয়সমূহৰ সৈতে।

ধৰ্মিষ্ঠ মুনিহ-তিৰোতসকলেও আজি-কালি অনুভৱ কৰিবলৈ লৈছে যে খ্ৰীষ্টান সাম্ৰাজ্যৰ মধ্যযুগত প্ৰচলিত বেছিভাগ ধৰ্মমতেই অদৰকাৰী আৰু বৰঞ্চ ধৰ্মীয় জীৱনৰ পথত হেঙাৰস্বৰূপ। কিন্তু বিজ্ঞানে সম্মুখীন হোৱা বিৰোধীতাৰ কথা যদি আমি বুজি পাব লাগে, তেনেহ'লে এনে বিৰোধিতা যুক্তিপূৰ্ণ যেন দেখুৱাব খোজা ধাৰণাৰ প্ৰণালীটোত কল্পনাক সাৰথি কৰিয়ে আমি সোমাব লাগিব। ধৰা হওক, মানুহ এজনে তেওঁ কিয় হত্যাত লিপ্ত হ'ব নালাগে, সেই কথা এজন পুৰোহিতক সুধিছে। "কাৰণ তোমাক ফাঁচী দিয়া হ'ব।" এই উত্তৰটো অনুপযুক্ত বুলি। ধাৰণা কৰা হৈছিল, যাৰ কাৰণ দুটা। ফাঁচী কাঠত ওলোমাবৰ বাবে বৈধতাৰ প্ৰয়োজন আৰু পুলিচৰ পদ্ধতিসমূহ এনে অনিশ্চয়তাৰে ভৰা যে হত্যাকাৰীসকলৰ এক বৃহৎ অংশই সাৰি যাব পাৰে। কিন্তু, বিজ্ঞানৰ উত্থানৰ আগতে প্ৰায় প্ৰতিজনকে সন্তুষ্ট কৰিব পৰা যেন লগাকৈ এটা উত্তৰ আছিল। সেইটো এয়ে যে চিনাই পৰ্বতত ঈশ্বৰে মোজেছৰ ওচৰত প্ৰকাশ কৰা দহ নিৰ্দেশ (Decalogue)-এ হত্যাক নিষিদ্ধ কৰিছে। জাগতিক ন্যায়ক বাগি দিয়া অপৰাধীজনে ঐশ্বৰিক ক্ৰোধৰ হাত সাৰিব নোৱাৰে—এই ক্ৰোধে অনুতপ্ত নোহোৱা হত্যাকাৰীৰ বাবে এনে শাস্তি নিৰ্ধাৰণ কৰিছে, ফাঁচীৰ তুলনাত যি শাস্তি সীমাহীন গুণে বেছি ভয়ংকৰ। এই যুক্তি অৱশ্যে বাইবেলৰ কৰ্তৃত্বৰ ওপৰতে নিৰ্ভৰশীল, যি কৰ্তৃত্ব অটুট থাকিব পাৰে যদিহে বাইবেলখনক সামগ্ৰিকভাৱেই গ্ৰহণ কৰা যায়। যেতিয়া বাইবেলে পৃথিৱীখনে গতি নকৰে বুলি কোৱা যেন লাগে, গেলিলিঅ'ৰ সমস্ত যুক্তি উলাই কৰি হ'লেও আমি এই উক্তিত খামুচি ধৰি থাকিব লাগিব ; নহ'লে যে আমি হত্যাকাৰীসকলৰ লগতে অন্য সকলো দুৰাচাৰকে উৎসাহিত কৰা হ'ব। যদিও আজি-কালি অতি কম সংখ্যক লোকেহে এই যুক্তি গ্ৰহণ কৰিব, তথাপি ইয়াক নিৰৰ্থক বুলি বিবেচনা কৰিব নোৱাৰি অথবা ইয়াৰ আধাৰত যিসকলে কাম কৰিছিল, তেওঁসকলৰ ওপৰতো নৈতিকতা লংঘনৰ মানসিকতাৰে দৃষ্টিপাত কৰা উচিত নহয়।

মধ্যযুগীয় শিক্ষিত মানুহৰ দৃষ্টিভংগীত আছিল এক যৌক্তিক ঐক্য, যিটো এতিয়া নাই। বিজ্ঞানে আক্ৰমণ কৰিবলৈ বাধ্য হোৱা ধৰ্মমতৰ কৰ্তৃত্বশীল প্ৰবক্তা হিছাপে আমি টমাছ্ একুইনাচকে গ্ৰহণ কৰিব পাৰোঁ। আজিও তেওঁৰ মতেই ৰোমান কেথ'লিক গিৰ্জাৰো মত। তেওঁ মত পোষণ কৰিছিল যে খ্ৰীষ্টধৰ্মৰ কেতবোৰ মৌলিক সত্য দৈৱিক প্ৰকাশৰ সহায় নোহোৱাকৈ কেৱল বিচাৰ বুদ্ধিৰেই প্ৰমাণ কৰিব পাৰি। এই সত্যবোৰৰ ভিতৰৰে এটা হৈছে এক সৰ্বশক্তিমান আৰু মংগলময় সৃষ্টিকৰ্তাৰ অস্তিত্ব। তেৰাৰ সৰ্বশক্তি আৰু মংগলময়তাৰ পৰা এই সিদ্ধান্তই হয় যে তেৰাৰ ইচ্ছাৰ অনুগত হৈ চলাৰ বাবে তেৰাৰ নিৰ্দেশ সম্পৰ্কীয় জ্ঞানৰ যিমানখিনি আৱশ্যক, সিমানখিনি তেৰাই তেৰাৰ দ্বাৰা সৃষ্ট প্ৰাণীসকলক নিদিয়াকৈ নেৰিব। সেইবাবে এক ঐশ্বৰিক প্ৰকাশ হ'বই লাগিব আৰু সেয়া স্পষ্টভাৱেই বাইবেল আৰু গিৰ্জাৰ সিদ্ধান্তসমূহত অন্তৰ্ভুক্ত হৈছে। এই যুক্তিটো প্ৰতিষ্ঠিত হ'লে আমি জানিবলগীয়া বাকী কথাবোৰ ধৰ্মগ্ৰন্থসমূহ আৰু খ্ৰীষ্টান ঐক্য সংসদ (Oecumenical Council)[২] -অৰ ঘোষিত উক্তিসমূহৰ পৰাই জানি ল'ব পাৰো। এই সমগ্ৰ যুক্তিটো নিগমণ প্ৰক্ৰিয়াৰে আগবাঢ়িছে খ্ৰীষ্টান দেশসমূহৰ প্ৰায় সমস্ত নাগৰিকে পূৰ্বতে গ্ৰহণ কৰা ধাৰণাসমূহৰ পৰা আৰু আধুনিক পঢ়ুৱৈৰ বাবে যুক্তিটো মাজে মাজে ত্ৰুটিযুক্ত যেন লাগিলেও ইয়াৰ ভ্ৰান্তিবোৰ সমসাময়িক বিদ্বানলোকৰ বেছিভাগৰ ওচৰতে স্পষ্ট নাছিল।

পিছে, যৌক্তিক ঐক্য একে সময়তে এক শক্তিও, দুৰ্বলতাও। ই এক শক্তি, কাৰণ ই নিশ্চিত কৰে যে যি ব্যক্তিয়ে যুক্তিটোৰ এটা স্তৰ মানি লয়, তেওঁ ইয়াৰ সমস্ত পিছৰ স্তৰকে মানি ল'ব লাগিব। ই এক দুৰ্বলতা, কিয়নো যি ব্যক্তিয়ে পিছৰ যি কোনো এটা স্তৰকেই অগ্ৰাহ্য কৰে, তেওঁ প্ৰাৰম্ভিক স্তৰবোৰৰ অন্ততঃ কিবা কিছু অগ্ৰাহ্য কৰিবলৈও বাধ্য। বিজ্ঞানৰ সৈতে সংঘাতত খ্ৰীষ্টান ধৰ্মমণ্ডলীয়ে তাৰ মতবোৰৰ যৌক্তিক সংযতিৰ ফল হিছাপে শক্তি আৰু দুৰ্বলতা দুয়োটাকে প্ৰদৰ্শন কৰিছে।

যি পথেৰে বিজ্ঞান ইয়াৰ বিশ্বাসবোৰত উপনীত হয়, সেয়া মধ্যযুগৰ ধৰ্মতত্ত্বৰ পথৰ পৰা সম্পূৰ্ণ বেলেগ। অভিজ্ঞতাই দেখুৱাইছে যে সাধাৰণ সূত্ৰৰ পৰা আৰম্ভ কৰি নিগমন প্ৰক্ৰিয়াৰে আগবঢ়াটো বিপজ্জনক, কাৰণ এই সূত্ৰবোৰ অসত্য হ'ব পাৰে আৰু সিবোৰৰ ওপৰত ভিত্তিশীল যুক্তি বিচাৰো ভ্ৰান্তিময় হ'ব পাৰে। উদাৰ অনুমানৰ পৰা বিজ্ঞানে যাত্ৰাৰম্ভ নকৰে ; ই আগবাঢ়ে পৰ্যবেক্ষণ কিম্বা সম্পৰীক্ষাৰ জৰিয়তে আৱিষ্কৃত বিশিষ্ট বাস্তৱ তথ্যৰ পৰা। এনে অসংখ্য তথ্যৰ পৰা এক সাধাৰণ নিয়মত উপনীত হোৱা যায়, যি নিয়ম সত্য হ'লে আলোচ্য তথ্যসমূহ তাৰ উদাহৰণ হৈ

পৰে। এই নিয়মকো নিশ্চয়তা সহকাৰে বিবৃত কৰা নহয়, কিন্তু এটি আৰম্ভণিৰ স্বাৰ্থত কাৰ্যকৰী প্ৰকল্প হিছাপে ইয়াক গ্ৰহণ কৰা হয়। যদি ই শুদ্ধ হয়, তেন্তে কেতবোৰ নিৰ্দিষ্ট পৰিস্থিতিত অদ্যাবধি পৰ্যবেক্ষিত নোহোৱা কেতবোৰ নিৰ্দিষ্ট পৰিঘটনা সংঘটিত হ'ব। এনে পৰিঘটনাসমূহ সংঘটিত হোৱা দেখা গ'লে সিয়েই সেই প্ৰকল্পক এই পৰ্যন্ত সুদৃঢ় কৰি তুলিব। আৰু যদি সিবোৰ নঘটে, তেন্তে প্ৰকল্পটো বৰ্জন কৰি নতুনকৈ আন এটা উদ্ভাৱন কৰিব লাগিব। পিছে ভালেমান তথ্য প্ৰকল্পটোৰ সৈতে খাপ খোৱা দেখা গ'লেও সিয়েই কিন্তু প্ৰকল্পটোক নিশ্চিত কৰি নোতোলে। অৱশ্যে, সদৌ শেষত ইয়াক খুব সম্ভাব্য বুলি ভবা হ'ব পাৰে। তেনে ক্ষেত্ৰত ইয়াক প্ৰকল্প নুবুলি তত্ত্বহে বোলা হয়। বাস্তৱ তথ্যৰ ভেটিত প্ৰত্যক্ষভাৱে নিৰ্মিত এমখা তত্ত্ব এক নতুন আৰু সামূহিক প্ৰকল্পৰ ভিত্তি হৈ পৰিব পাৰে। প্ৰকল্পটো সত্য হ'লে উল্লেখিত তত্ত্ববোৰ তাৰ পৰাই অনুসৃত হয়। সাধাৰণীকৰণৰ এই প্ৰক্ৰিয়াৰ বাবে কোনো সীমা নিৰ্দ্ধাৰিত কৰিব নোৱাৰি। মধ্যযুগীয় চিন্তাত আটাইতকৈ সাধাৰণ সূত্ৰসমূহ আছিল প্ৰাৰম্ভিক বিন্দু। কিন্তু বিজ্ঞানত সিইঁতেই হৈছে অন্তিম সিদ্ধান্ত—পিছে অন্তিম এক নিৰ্দিষ্ট মুহূৰ্ত্ততহে। এই অন্তিম সিদ্ধান্তও পৰৱৰ্তী কোনো স্তৰত আৰু বেছি ব্যাপক সূত্ৰৰ উদাহৰণ হৈ পৰিব পাৰে।

চিৰন্তন আৰু পৰমভাৱে নিশ্চিত সত্য ধাৰণ কৰা বুলি তোলা দাবীৰ যোগেদিয়ে কোনো ধৰ্মমত কোনো বৈজ্ঞানিক তত্ত্বৰ পৰা পৃথক হৈ পৰে। তাৰ বিপৰীতে বিজ্ঞানে সদায়ে পৰীক্ষামূলক ; ই সদায় ধাৰণা কৰে যে শীঘ্ৰেই হওক বা পলমকৈয়ে হওক, ইয়াৰ বৰ্তমান তত্ত্বসমূহ সাল-সলনি কৰাৰ আৱশ্যক হ'ব, আৰু ই সজাগ যে ইয়াৰ পদ্ধতি হৈছে এনেবিধৰ যিটো এক সম্পূৰ্ণ আৰু সৰ্বশেষ প্ৰদৰ্শনত উপনীত হ'বৰ বাবে যুক্তিগতভাৱে অপাৰগ। পিছে প্ৰয়োজনীয় পৰিৱৰ্তনসমূহ এক অগ্ৰগামী বিজ্ঞানত সচৰাচৰ কেৱল এনেকুৱাহে হয়, যাতে সামান্য বেছি নিখুঁত কৰি তোলাত সিবোৰে সহায় কৰিব পাৰে ; পুৰণি তত্ত্ববোৰ উপযোগী হৈ থাকে তেনেবোৰ ক্ষেত্ৰত, য'ত কেৱল মোটা-মুটি আসন্নতা (rough approximation)-ৰ হে দৰকাৰ। কিন্তু যেতিয়া পৰ্যবেক্ষণৰ কিবা নতুন সূক্ষ্মতা সম্ভৱ হৈ পৰে, তেতিয়া এই পুৰণি তত্ত্ববোৰ ব্যৰ্থ হোৱা দেখা যায়। তদুপৰি, পুৰণি তত্ত্ববোৰে আভাস দিয়া কাৰিকৰী উদ্ভাৱনসমূহ উক্ত তত্ত্ববোৰৰ যে এক নিৰ্দিষ্ট সীমা পৰ্যন্ত একধৰণৰ ব্যৱহাৰিক সত্যতা আছে, সেই কথাৰ সাক্ষ্য হৈ থাকে। এইদৰেই বিজ্ঞানে পৰম সত্যৰ সন্ধান পৰিত্যাগ কৰিবলৈ উৎসাহিত কৰে। লগতে ই উৎসাহিত কৰে এক কাৰিকৰী (technical) সত্যৰ প্ৰতিষ্ঠাপনক যি সত্য উদ্ভাৱন কাৰ্যত অথবা ভৱিষ্যদ্বাণী কৰাৰ ক্ষেত্ৰত সফলভাৱে প্ৰয়োগ কৰিব পৰা যি কোনো তত্ত্বতে অন্তৰ্ভুক্ত হৈ থাকে।

"কাৰিকৰী" সত্য হৈছে এক মাত্ৰাৰ বিষয় ঃ সফল উদ্ভাৱন আৰু ভৱিষ্যদ্বাণী বেছিকৈ আবির্ভূত কৰিব পৰা এটা তত্ত্ব কমকৈ কৰিব পৰা আন এটা তত্ত্বৰ তুলনাত বেছি পৰিমাণে সত্য। জ্ঞান তেতিয়া আৰু বিশ্বব্ৰহ্মাণ্ডৰ মানসিক দাপোণ হৈ নাথাকে ; ই হৈ পৰে মাথোঁ পদাৰ্থ নিয়ন্ত্ৰণৰ ব্যৱহাৰিক সঁজুলি। পিছে, বৈজ্ঞানিক পদ্ধতিৰ এই তাৎপৰ্যসমূহ বিজ্ঞানৰ অগ্ৰদূতসকলৰ বাবে দৃশ্যমান নাছিল ; যদিও তেওঁলোকে সন্ধানৰ এক নতুন পদ্ধতিৰ অনুশীলন কৰিছিল, তথাপি তেওঁলোকৰ ধৰ্মতাত্ত্বিক প্ৰতিপক্ষৰ নিচিনাকৈয়ে তেওঁলোকেও সত্যক সমানে পৰম বুলি গণ্য কৰিছিল।

মধ্যযুগীয় দৃষ্টিভংগী আৰু আধুনিক বিজ্ঞানৰ এটা গুৰুত্বপূৰ্ণ পাৰ্থক্য কৰ্তৃত্বৰ ধাৰণাৰ সৈতে জড়িত। ধৰ্মতাত্ত্বিক দাৰ্শনিকসকলৰ মতে বাইবেল, কেথ'লিক বিশ্বাসৰ মতামতসমূহ আৰু (প্ৰায় সমকক্ষভাৱে) এৰিষ্ট'টলৰ শিকনিসমূহ সন্দেহৰ উৰ্দ্ধত। আনুমানিক চিন্তাৰ দুঃসাহসৰ এই অপৰিৱৰ্তনীয় পৰিধিয়ে যি সীমা বান্ধি দিছে, মৌলিক চিন্তা আৰু আনকি বাস্তৱ তথ্যৰ অনুসন্ধানেও তাক অতিক্ৰম কৰিব নালাগিব। গোলকীয় প্ৰতিপাদ স্থানত মানুহ আছে নে নাই, বৃহস্পতিৰ উপগ্ৰহ আছেনে নাই, আৰু নিকায়সমূহৰ পতন (fall) তাৰ ভৰৰ অনুপাতত হয় নে নহয় — এই প্ৰশ্নবোৰৰ সিদ্ধান্ত পৰ্যবেক্ষণৰ দ্বাৰা নহ'ব, বৰং হ'ব লাগিব এৰিষ্ট'টল অথবা ধৰ্মপুথিসমূহৰ পৰা নিগমন প্ৰক্ৰিয়াৰে। ধৰ্মতত্ত্ব আৰু বিজ্ঞানৰ সংঘাত কৰ্তৃত্ব আৰু পৰ্যবেক্ষণৰ সংঘাতৰ সমকক্ষ। বিজ্ঞানৰ মানুহে বিচৰা নাছিল যে কোনোবা গুৰুত্বপূৰ্ণ কৰ্তৃত্বশীল ব্যক্তিয়ে সত্য বুলি কোৱা বাবেই কেতবোৰ উক্তিক বিশ্বাস কৰিব লাগিব। ইয়াৰ বিপৰীতে, তেওঁলোকে ইন্দ্ৰিয়সমূহৰ সাক্ষ্যৰ প্ৰতিহে আবেদন জনাইছিল আৰু কেৱল তেনেবোৰ মতবাদহে জাৰি ৰাখিছিল, যিবোৰ মতবাদ আৱশ্যকীয় পৰ্যবেক্ষণৰ কামখিনি কৰিব খোজা সকলোলোকৰ সম্মুখতে জ্বল্-জ্বল্ পট্-পট্ হৈ থকা বাস্তৱ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত বুলি তেওঁলোকে বিশ্বাস কৰিছিল। এই নতুন পদ্ধতিয়ে তাত্ত্বিক আৰু ব্যৱহাৰিক উভয় ক্ষেত্ৰতে এনে বিপুল সফলতা অৰ্জন কৰিছিল যে ধৰ্মতত্ত্বয়ো ক্ৰমশঃ বিজ্ঞানৰ সৈতে নিজকে খাপ খুৱাবলৈ বাধ্য হৈ পৰিছিল। বাইবেলৰ অসুবিধাজনক উক্তিবোৰ ৰূপকীয়ভাৱে নাইবা লাক্ষণিক ভাৱে ব্যাখ্যা কৰা হ'ল ; প্ৰটেষ্টাণ্ট্‌সকলে ধৰ্মৰ কৰ্তৃত্বময় আসনখন গিৰ্জা আৰু বাইবেলৰ পৰা বদলি কৰি আনি প্ৰথমে কেৱল বাইবেলকে প্ৰদান কৰিলে আৰু তাৰ পিছত প্ৰদান কৰিলে ব্যক্তিৰ আত্মাক। ক্ৰমাৎ এই কথা স্বীকৃত হৈ আহিল যে আদম-ইভৰ ঐতিহাসিক অস্তিত্বৰ নিচিনা বাস্তৱ তথ্য বিষয়ক উক্তিৰ ওপৰত ধৰ্মীয় জীৱন নিৰ্ভৰ নকৰে। ধৰ্মই এইদৰে তাৰ বহিঃ কাৰুকাৰ্যখিনিৰ স্বত্ব পৰিহাৰ কৰাৰ জৰিয়তে তাৰ মূল দুৰ্গ অক্ষত ৰাখিব বিচাৰিছিল। পিছে, তাত সফল হৈছিল নে নাই, সেই কথা চালি-জাৰি চাব

লগা আছে।

অৱশ্যে, ধৰ্মীয় দৰ্শনৰ এনে এটা দিশো আছে যিটো বোধহয় আটাইতকৈ বেছি বাঞ্ছনীয়। ই বিজ্ঞানৰ আৱিষ্কাৰবোৰৰ পৰা স্বতন্ত্ৰ আৰু বিশ্বজগতৰ প্ৰকৃতি সম্বন্ধে আমাৰ যি কোনো বিশ্বাসক অতিক্ৰমিও সি বৰ্তি থাকিব পাৰে। ধৰ্ম যে কেৱল ধৰ্মমত আৰু গিৰ্জাৰ লগতেই সংযুক্ত এনে নহয়; ইয়াৰ গুৰুত্ব অনুভৱ কৰা লোকসকলৰ ব্যক্তিগত জীৱনৰ সৈতেও ই সংযুক্ত; সন্ত আৰু ৰহস্যবাদীৰ শ্ৰেষ্ঠসকলৰ মাজত মিলিত হৈছে কেতবোৰ নিৰ্দিষ্ট মতত বিশ্বাস আৰু মানৱ জীৱনৰ উদ্দেশ্যৰ বিষয়ে অনুভৱ কৰাৰ এক নিৰ্দিষ্ট পথ। যিজন লোকে মানৱ ভাগ্যৰ সমস্যাবোৰ গভীৰভাৱে অনুভৱ কৰে, মানৱ জাতিৰ দুখ-ক্লেশবোৰ লাঘৱ কৰাৰ বাবে তাড়না অনুভৱ কৰে আৰু আশা কৰে যে ভৱিষ্যত সময়ে আমাৰ এই মানৱ প্ৰজাতিৰ শ্ৰেষ্ঠ সম্ভাৱনাখিনিক বাস্তৱ ৰূপ দিব, তেওঁ পৰম্পৰাগত খ্ৰীষ্টমত মুঠেই গ্ৰাহ্য নকৰিলেও আজি-কালি প্ৰায়ক্ষেত্ৰতে তেনে লোকৰ এক ধৰ্মীয় দৃষ্টিভংগী আছে বুলি কোৱা হয়। এথুপ বিশ্বাসৰ সলনি ধৰ্মত যেতিয়ালৈকে থাকিব অনুভৱৰ এটি পথ, তেতিয়ালৈকে বিজ্ঞানে তাৰ গাত হাত দিব নোৱাৰে। ধৰ্মমতৰ অৱক্ষয়ে বোধহয় মনস্তাত্বিক দিশত অনুভৱৰ এনে এক পথ সাময়িকভাৱে কঠিনতৰ কৰি তুলিছে। কাৰণ ধৰ্ম তাত্বিক বিশ্বাসৰ সৈতে ই বেছ ঘনিষ্ঠভাৱে সংযুক্ত। কিন্তু এই কাঠিন্য চিৰকাল বৰ্তি থকাৰ কাৰণ নাই। বস্তুতঃ বহু মুক্ত চিন্তাশীল লোকে তেওঁলোকৰ জীৱনত প্ৰমাণ কৰি দেখুৱাইছে যে কোনো ধৰ্মমতৰ সৈতে অনুভৱৰ এই পথৰ সাৰুগত সম্পৰ্ক নাই। ভিত্তিহীন বিশ্বাসৰ সৈতে কোনো বাস্তৱ উৎকৰ্ষকে এৰাব নোৱৰাকৈ বান্ধি থ'ব নোৱাৰি। আৰু যদি ধৰ্ম তাত্বিক বিশ্বাসবোৰ ভিত্তিহীন, তেন্তে ধৰ্মীয় দৃষ্টিভংগীত নিহিত থকা ভাল উপাদানখিনিৰ সংৰক্ষণৰ বাবে সিবোৰৰ আৱশ্যক হ'ব নোৱাৰে। ইয়াৰ বিপৰীতে চিন্তা কৰা মানেই হ'ব আমাৰ সম্ভাব্য আৱিষ্কাৰৰ প্ৰতি আমি ভীতিগ্ৰস্ত হোৱা আৰু ইয়ে জগতখনক বুজিবৰ বাবে আমি চলোৱা প্ৰচেষ্টাত বিধি-পথালি ঘটাব। পিছে, কেৱল তেনে বোধ লাভ কৰাৰ ব্যৱস্থাতহে প্ৰকৃত প্ৰজ্ঞা সম্ভৱ হৈ উঠে।

□□□

# দ্বিতীয় অধ্যায়

# ক'পাৰ্নিকাছীয় বিপ্লৱ

আমি যাক সৌৰজগত বুলি কওঁ, তাৰ কেন্দ্ৰ পৃথিৱী নে সূৰ্য, তাকে লৈ হোৱা জ্যোতিৰ্বিদ্যাবিষয়ক বিতৰ্কই ধৰ্ম আৰু বিজ্ঞানৰ মাজৰ প্ৰথমখন ঘোষিত যুদ্ধ আৰু কোনো কোনো ফালেদি আটাইতকৈ তাৎপৰ্যপূৰ্ণ যুদ্ধ। পৰম্পৰাগত তত্ত্বটো আছিল ট'লেমীয়। তাৰ মতে বিশ্ব ব্ৰহ্মাণ্ডৰ কেন্দ্ৰত পৃথিৱীখন স্থিতিশীল হৈ আছে আৰু সূৰ্য, চন্দ্ৰ, গ্ৰহবোৰ আৰু দৃঢ়বদ্ধ নক্ষত্ৰৰ প্ৰণালীটোৱে নিজ নিজ কক্ষপথেৰে ইয়াক প্ৰদক্ষিণ কৰিব লাগিছে। নতুন তত্ত্বটো অৰ্থাৎ ক'পাৰ্নিকাছীয় তত্ত্বটো অনুসৰি পৃথিৱীখন স্থিতিশীল হৈ থকাটোতো নহয়েই, বৰং ইয়াৰ আছে এক দুতৰপীয়া গতিঃ দৈনিক এবাৰ ই নিজৰ অক্ষতে আৱৰ্তন কৰে আৰু বছৰেকত এবাৰকৈ ই সূৰ্যৰ কেউফালে প্ৰদক্ষিণ কৰে।

আমি ক'পাৰ্নিকাছীয়া বুলি অভিহিত কৰা তত্ত্বটোৱে নতুনত্বৰ সমস্ত শক্তিৰে ষোল শতিকাতহে আত্ম-প্ৰকাশ কৰিছে যদিও, আচলতে কিন্তু ই গ্ৰীকসকলৰ দ্বাৰাহে উদ্ভাৱিত হৈছিল। জ্যোতিৰ্বিদ্যাত গ্ৰীকসকলৰ অৰ্হতা আছিল বহু বেছি। এই তত্ত্বৰ সপক্ষে ওকালতি কৰিছিল পাইথাগোৰাছীয় গোষ্ঠীয়ে, যিয়ে বোধহয় ঐতিহাসিক সত্যতা অবিহনেই পাইথাগোৰাছক এই তত্ত্বৰ জনক বুলি গণ্য কৰিছিল। খ্ৰীষ্টধৰ্ম তৃতীয় শতিকাৰ চামোচত বসবাস কৰা এৰিষ্টাৰ্কাছেই হৈছে পৃথিৱী যে গতিশীল, সেই শিক্ষা দিয়া বুলি আমি নিশ্চিতভাৱে জনা প্ৰথমগৰাকী জ্যোতিৰ্বিদ। বহু ক্ষেত্ৰতে তেওঁ আছিল এজন উল্লেখযোগ্য লোক। তেওঁ উদ্ভাৱন কৰিছিল চন্দ্ৰ আৰু সূৰ্যৰ তুলনামূলক দূৰত্ব আৱিষ্কাৰ কৰাৰ তত্ত্বগতভাৱে যুক্তিপূৰ্ণ এক পদ্ধতি। কিন্তু, পৰ্যবেক্ষণৰ ক্ৰটিৰ বাবে তেওঁৰ গণনাৰ ফল শুদ্ধ হিছাপৰ পৰা বহু আঁতৰতে থাকিল। গেলিলিঅ'ৰ নিচিনাকৈ তেৰোঁ অধাৰ্মিকতাৰ অভিযোগৰ সন্মুখীন হৈছিল। ষ্টইক্ ক্লিয়াম্থিছে বাজহুৱাকৈ তেওঁৰ বিৰোধিতা কৰিছিল। কিন্তু তেওঁ এনে এক যুগত বাস কৰিছিল, যিটো যুগত চৰকাৰৰ ওপৰত মতান্ধসকলৰ প্ৰভাৱ প্ৰায় নাছিলেই আৰু সেয়ে দেখদেখকৈয়ে উক্ত বিৰোধিতাই তেওঁৰ অনিষ্ট সাধিব পৰা নাছিল।

জ্যামিতিত গ্ৰীকসকলৰ আছিল অসাধাৰণ দক্ষতা আৰু ইয়ে কোনো কোনো ক্ষেত্ৰত বৈজ্ঞানিক সিদ্ধান্তত উপনীত হোৱাৰ তেওঁলোকক সমৰ্থ কৰি তুলিছিল।

তেওঁলোকে গ্ৰহণবোৰৰ কাৰণ কি জানিছিল আৰু চন্দ্ৰৰ ওপৰত পৰা পৃথিৱীৰ ছাঁৰ আকৃতি লক্ষ্য কৰি তেওঁলোকে সিদ্ধান্ত কৰিছিল যে পৃথিৱীখন এটি গোলক। এৰিষ্টাৰ্কাছৰ সামান্য পিছৰ সময়ৰ ইৰাটোস্থিনিছে পৃথিৱীৰ আকাৰ নিৰূপণ কৰাৰ উপায় উলিয়াইছিল। কিন্তু গতিবিদ্যাৰ আনকি প্ৰাথমিক কথাখিনিও গ্ৰীকসকলৰ দখলত নাছিল আৰু সেইবাবেই পৃথিৱীৰ গতিৰ বিষয়ে পাইথাগোৰাছীয় মতবাদ খামুচি ধৰাসকল তেওঁলোকৰ মতৰ সপক্ষে খুব শক্তিশালী কিবা যুক্তি আগবঢ়োৱাত ব্যৰ্থ হৈছিল। খ্ৰীষ্টজন্মৰ ১৩০ বছৰমান পিছত ট'লেমিয়ে এৰিষ্টাৰ্কাছৰ মত বৰ্জন কৰি পৃথিৱীক তাৰ সুবিধাজনক অৱস্থান বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰত পুনৰ সংস্থাপন কৰিলে। ইয়াৰ পিছৰ সমগ্ৰ প্ৰাচীন যুগ আৰু মধ্যযুগ জুৰি তেওঁৰ মত প্ৰশ্নাতীত হৈয়ে থাকিল। ক'পাৰ্নিকাছীয় প্ৰণালীত নিজৰ নামটো লগোৱাৰ সন্মান ক'পাৰ্নকাছে (১৪৭৩-১৫৪৩) পাইছে। বোধহয় এই সন্মান কথমপিহে তেওঁৰ প্ৰাপ্য। ক্ৰেকো বিশ্ববিদ্যালয়ত অধ্যয়ন কৰাৰ পিছত তেওঁ ডেকাবয়সতে ইটালীলৈ গৈছিল আৰু ১৫০০ চনৰ আগে আগে ৰোম নগৰীত তেওঁ হৈ পৰে গণিতৰ অধ্যাপক। তিনি বছৰ পিছতে তেওঁ অৱশ্যে পোল্যাণ্ডলৈ উভতি আহে। তাতে তেওঁক মুদ্ৰা সংস্কাৰৰ কামত আৰু টিউট'নিক নাইট্‌সকলৰ বিৰুদ্ধে যুঁজাত নিয়োগ কৰা হ'ল। ১৫০৭ চনৰ পৰা ১৫৩০ চনলৈ এই তেইশ বছৰত তেওঁৰ ওপৰঞ্চি সময়খিনি খৰচ কৰা হৈছিল তেওঁৰ মহৎ কৰ্ম "আকাশী নিকায়সমূহৰ আৱৰ্তন সম্পৰ্কে" (On the Revolutions to the Heavenly Bodies) শীৰ্ষক গ্ৰন্থৰ ৰচনাত। এই গ্ৰন্থখন ১৫৪৩ চনত তেওঁৰ মৃত্যুৰ ঠিক আগে আগে প্ৰকাশিত হৈছিল।

অধিক অগ্ৰগতি সম্ভৱ কৰি তোলা কল্পনা শক্তিৰ এক সুফলদায়ক প্ৰচেষ্টা হিছাপে ক'পাৰ্নিকাছৰ মতবাদ যদিও গুৰুত্বপূৰ্ণ, ই পিছে নিজেই আছিল অতি আসোঁৱাহযুক্ত। আমি সম্প্ৰতি জনামতে গ্ৰহবোৰে সূৰ্যক বৃত্তাকাৰ পথেৰে প্ৰদক্ষিণ নকৰে ; উপবৃত্তীয় পথেৰেহে কৰে আৰু সূৰ্যয়ো কেন্দ্ৰবিন্দুত অৱস্থান লোৱাৰ সলনি উপবৃত্তৰ নাভিদ্বয়ৰ এটাতহে অৱস্থিত হয়। ক'পাৰ্নিকাছে এই মতকে খামোচ মাৰি ধৰিছিল যে কক্ষপথবোৰ বৃত্তীয় হ'বই লাগিব। এই ক্ষেত্ৰত থকা ব্যতিক্ৰমবোৰ তেওঁ ব্যাখ্যা কৰিছিল এইবুলি ধৰি লৈ যে সূৰ্যটো কক্ষপথসমূহৰ কোনো এটাৰে একেবাৰে কেন্দ্ৰস্থলত অৱস্থিত হৈ নাই। ইয়াৰ বাবেই তেওঁৰ প্ৰণালীটো তাৰ সৰলতাৰ পৰা বঞ্চিত হৈছিল, যিটো আছিল ট'লেমীৰ প্ৰণালীটোৰ তুলনাত ইয়াৰ সৰ্বোচ্চ সুবিধা। আকৌ, কেপ্‌লাৰে সংশোধন নকৰা হ'লে ইয়েই নিউটনৰ সাধাৰণীকৰণ অসম্ভৱ কৰি তুলিলেহেঁতেন। ক'পাৰ্নিকাছে জানিছিল যে তেওঁৰ কেন্দ্ৰীয় মতটো এৰিষ্টাৰ্কাছে ইতিমধ্যেই শিকাই থৈ গৈছে। এই তথ্যটো জনাৰ বাবে ধ্ৰুপদী বিদ্যাৰ ইটালীত

হোৱা পুনৰ্জাগৰণৰ ওচৰত তেওঁ ঋণী। ইয়াৰ অবিহনে প্ৰাচীন যুগৰ প্ৰতি সীমাহীন বিস্ময়বোধৰ সেইদিনবোৰত তেওঁ তেওঁৰ মতবাদ প্ৰকাশ কৰিবলৈ সাহস নকৰিলেহেঁতেন। কথাবোৰ যিহেতু তেনেকুৱাই আছিল, গিৰ্জাই দোষাৰোপ কৰিব বুলি ভয় কৰি তেওঁ তেওঁৰ প্ৰকাশনত বহু পলম কৰিছিল। তেওঁ নিজেই আছিল এজন যাজক আৰু তেওঁ তেওঁৰ কিতাপখন উছৰ্গা কৰিছিল পোপৰ নামত। তেওঁৰ প্ৰকাশক অ'চিয়েণ্ডাৰে তাত যোগ কৰিছিল এটি পাতনি (যিটো সম্ভৱ ক'পানিকাছৰ দ্বাৰা অনুমোদিত হোৱা নাছিল)। সেই পাতনিত কোৱা হৈছিল যে পৃথিৱীৰ গতি সম্পৰ্কীয় মতবাদটো কেৱল এক প্ৰকল্প হিছাপেহে আগবঢ়োৱা হৈছে, ইয়াক এক নিশ্চিত সত্য হিছাপে প্ৰতিপন্ন কৰা হোৱা নাই। কিছুকাল এই কৌশলেৰেই চলি গৈছিল। কেৱল গেলিলিঅ'ৰ বেছি সাহসিক বিদ্ৰোহেহে ক'পাৰ্নিকাছৰ বিৰুদ্ধে পশ্চাদ্দৰ্শী চৰকাৰী দোষাৰোপ অনালে।

প্ৰথমতে, কেথ'লিকসকলৰ তুলনাত প্ৰটেষ্টাণ্টসকল তেওঁৰ বিৰুদ্ধে প্ৰায় বেছিকৈয়ে তিক্ত হৈ পৰিছিল। লুথাৰে কৈছিল, "মানুহে এনে এজন হঠাৎ ক্ষমতাসীন জ্যোতিষীৰ কথাত কাণ পাতিছে, যিয়ে প্ৰমাণ কৰিব খুজিছিল যে পৃথিৱীখনেহে আৱৰ্তন কৰে, কিন্তু দেৱলোক অথবা আকাশমণ্ডল, সূৰ্য আৰু চন্দ্ৰই নকৰে। নিজকে বুধিয়ক দেখাব খোজা জনেতো নতুন প্ৰণালী এটা উদ্ভাৱন কৰিবই লাগিব আৰু সেই প্ৰণালীটো হ'ব লাগিব সকলো প্ৰণালীৰ ভিতৰতে শ্ৰেষ্ঠ। এই মূৰ্খটোৱে সমগ্ৰ জ্যোৰ্তিবিজ্ঞানকে ওলোটা কৰিব খুজিছে। কিন্তু পৱিত্ৰ বাইবেলেই আমাক কৈছে যে যচুৱাই সূৰ্যকহে স্থিৰ হৈ থাকিবলৈ নিৰ্দেশ দিছিল, পৃথিৱীক নহয়।" মেলাংক্‌থনো আছিল সমান জোৰেৰে সৰৱ ; কেলভিনো আছিল তেনেকুৱাই। তেওঁ "পৃথিৱীখনো স্থিৰ কৰা হৈছে, ইয়াক লৰাব-চৰাব নোৱাৰি"— এই উক্তি উদ্ধৃত কৰি বিজয়োল্লাসে এইবুলি মোখনি মাৰিছে, "ক'পাৰ্নিকাছৰ কৰ্তৃত্বক পৱিত্ৰ আত্মাৰ কৰ্তৃত্বৰ ওপৰত স্থান দিবলৈ কোনে সাহ কৰিব?" আনকি সৌ সিদিনা ওঠৰ শতিকাত ৱেছ্‌লিয়ে যদিও সিমান সজোৰে সৰৱ হ'বলৈ সাহস কৰা নাই— কৈছে যে জ্যোৰ্তিবিজ্ঞানৰ নতুন মতবাদবোৰ "অবিশ্বাসৰ ফালে ঢাল খাইছে।"

এইখিনিতে মই ভাবো এক নিৰ্দিষ্ট অৰ্থত ৱেছ্‌লিয়ে ঠিক কথাই কৈছে। অ'ল্ড আৰু নিউ—উভয় টেষ্টামেণ্টৰ শিক্ষাৰে এক লাগতিয়াল অংশ হৈছে মানুহৰ গুৰুত্ব দৰাচলতে ঈশ্বৰৰ ব্ৰহ্মাণ্ডসৃজনৰ উদ্দেশ্য মূলতঃ মানৱ জাতিৰ সৈতেই সংশ্লিষ্ট হোৱা দেখা যায়। ঈশ্বৰ সৃষ্ট প্ৰণালীসমূহৰ ভিতৰত মানুহেই সবাতকৈ গুৰুত্বপূৰ্ণ নোহোৱা হ'লে, অৱতাৰ আৰু যীশুৰ ক্লেশভোগ সম্পৰ্কীয় মতবাদসমূহ সম্ভাব্য বুলি দেখা দিব নোৱাৰিলেহেঁতেন। এতিয়া কথা হৈছে ক'পাৰ্নিকাছীয় জ্যোতিবিদ্যাত এনে একো

কথা নাই, যিয়ে প্ৰমাণ কৰে যে আমি সচৰাচৰ নিজকে গণ্য কৰাৰ তুলনাত আমাৰ গুৰুত্ব কম। পিছে কেন্দ্ৰীয় অৱস্থানৰ পৰা আমাৰ গ্ৰহটোৰ আসনচ্যুতিৰ পৰাই ইয়াৰ অধিবাসীসকলৰো একে ৰকমৰ আসন চ্যুতিৰ ইঙ্গিত আমাৰ কল্পনাত উদ্ভাসিত হৈ উঠে। সূৰ্য, চন্দ্ৰ, গ্ৰহবোৰ আৰু দৃঢ়বদ্ধ তৰাবোৰে পৃথিৱীৰ কেউফালে দিনটোত এপাক ঘূৰে বুলি ভবা হোৱা সময়ত এই কথা ধাৰণা কৰাটো সহজ আছিল যে আমাৰ সুবিধাৰ বাবেই সিবোৰৰ অস্তিত্ব আৰু আমিবোৰ সৃষ্টিকৰ্তাৰ বিশেষ গুৰুত্ব লাভ কৰা প্ৰাণী। কিন্তু যেতিয়া ক'পানিকাছে আৰু তেওঁৰ উত্তৰসূৰীসকলে জগতখনকে এইবুলি পতিয়ন নিয়ালে যে আমিবোৰেহে আৱৰ্তন কৰোঁ আৰু তৰাবোৰে আমাৰ পৃথিৱীখনৰ প্ৰতি একো মনোযোগ নিদিয়ে ; যেতিয়া আকৌ এই কথাও ওলাই পৰিল যে কেবাটাও গ্ৰহৰ তুলনাতে আমাৰ পৃথিৱীখন সৰু আৰু এই গ্ৰহবোৰো সূৰ্যৰ তুলনাত সৰু ; যেতিয়া গণনাকাৰ্য আৰু দূৰবীণ যন্ত্ৰটোৱে সৌৰজগত, আমাৰ হাৰ্তী-পটি, তাৰকা ৰাজ্যখন আৰু অগণন তাৰকা ৰাজ্যৰে গঠিত বিশ্বব্ৰহ্মাণ্ডখনৰ বিশালতাৰ কথা উদঙাই দিলে—তেতিয়া এনে বিশ্বাস ৰখাটো ক্ৰমশঃ বেছি কঠিন হৈ আহিল যে পৰম্পৰাগত ধৰ্মতত্ত্বই নিৰ্ধাৰিত কৰা ধৰণে সঁচাকৈয়ে মানুহৰ যদি মহাজাগতিক গুৰুত্ব আছে, তেন্তে সেই মানুহৰ আবাস হ'ব পৰাকৈ এনে এক আওহতীয়া, সংকীৰ্ণ নিৰ্জনস্থলৰ গুৰুত্ব থাকিব পাৰে। কেৱল ক্ৰম সম্পৰ্কীয় বিবেচনায়ে ইংগিত কৰিছিল যে আমি মানুহ বোধহয় বিশ্বব্ৰহ্মাণ্ডৰ অভিপ্ৰায় নহয় ; বিদূৰ নোহোৱা আত্মসম্মানে ফুঁচ-ফুঁচাইছিল এইবুলি যে যদি আমি বিশ্বব্ৰহ্মাণ্ডৰ অভিপ্ৰায় নহওঁ ; তেন্তে হয়তো ইয়াৰ কোনো অভিপ্ৰায়েই নাই। এনে চিন্তাত কিবা যৌক্তিক প্ৰত্যয় সোমাই আছে বুলি মই ক'ব খোজা নাই, তাতোকৈ ক'ব খোজা নাই এই কথা যে ক'পৰ্নিকাছীয় প্ৰণালীৰ দ্বাৰা হঠাতে এনে চিন্তাবোৰৰ ব্যাপকভাৱে উদ্ৰেক ঘটিছিল। মই মাথোঁ ইয়াকে ক'ব খুজিছোঁ যে যিসকলৰ ওচৰত এই প্ৰণালীটো স্পষ্টৰূপত উপস্থিত, তেওঁলোকৰ মনতহে ই সেই চিন্তাবোৰৰ উত্তেজনা সঞ্চাৰ কৰাৰ সম্ভাৱনা আছিল।* সেইদেখি প্ৰটেষ্টাণ্ট-কেথ'লিক নিৰ্বিশেষে খ্ৰীষ্টধৰ্ম মণ্ডলীয়ে নতুন জ্যোতিৰ্বিদ্যাৰ প্ৰতি বৈৰিতা অনুভৱ কৰাত আৰু ইয়াক অধৰ্মী বুলি ৰটনা কৰিবলৈ ভিত্তি বিচৰাত আচৰিত হ'বলগীয়া একো নাই।

জ্যোতিৰ্বিদ্যাৰ ক্ষেত্ৰত ইয়াৰ পৰৱৰ্তী গুৰুত্বপূৰ্ণ পদক্ষেপটো গ্ৰহণ কৰিছিল কেপলাৰে (১৫৭১-১৬৩০)। তেওঁৰ মতামতসমূহ গেলিলিঅ'ৰ সৈতে একেই

---

* উদাহৰণ স্বৰূপে গিঅ'ৰ্ডনো ব্ৰুনোক ইংকুইজিশনৰ কাৰাগাৰত সাতবছৰ থকাৰ পিছত ১৬০০ খ্ৰীষ্টাব্দত জীয়ন্তে পুৰি মৰা হৈছিল।

আছিল যদিও তেওঁৰ কিন্তু ধৰ্মমণ্ডলীৰ সৈতে কোনোদিনে কোনো সংঘাত হোৱা নাছিল। বৰং কেথ'লিক কৰ্তৃপক্ষই তেওঁৰ বৈজ্ঞানিক প্ৰসিদ্ধিৰ* বাবে তেওঁৰ প্ৰটেষ্টাণ্ট্ বিশ্বাসক মাফ কৰি দিছিল। তেওঁ অধ্যাপনা কৰা গ্ৰাট্জ্ চহৰ যেতিয়া প্ৰটেষ্টাণ্টসকলৰ নিয়ন্ত্ৰণৰ পৰা কেথ'লিকসকলৰ নিয়ন্ত্ৰণলৈ গ'ল, তেতিয়া প্ৰটেষ্টাণ্ট্ শিক্ষকসকলক বাহিৰ কৰি দিয়া হৈছিল। কিন্তু যদিও কেপ্লাৰো পলাইছিল, জেছুইট্সকলৰ অনুগ্ৰহে তেওঁক পুনৰ্স্থাপন কৰিছিল। "ৰাজ গণিতজ্ঞ" হিছাপে সম্ৰাট দ্বিতীয় ৰুডল্ফৰ দিনত তেওঁ টাইকো ব্ৰেইহৰ উত্তৰাধিকাৰী আছিল আৰু টাইকোৰ জ্যোতিৰ্বিদ্যা বিষয়ক অমূল্য টোকাবোৰ উত্তৰাধিকাৰ সূত্ৰে পাইছিল। চৰকাৰী চাকৰিৰ ওপৰতে নিৰ্ভৰ কৰি চলা হ'লে তেওঁ উপবাসী হ'ব লাগিলহেঁতেন কাৰণ, বেতন পৰিমাণৰ আছিল যদিও সেই বেতন বিশাল তেওঁ নাপাইছিল। কিন্তু জ্যোতিৰ্বিদ হোৱাৰ উপৰিও তেওঁ আছিল এক জ্যোতিষীও—বোধহয় নিষ্ঠাসহকাৰে বিশ্বাস কৰা জ্যোতিষীয়েই। সম্ৰাট আৰু অন্যান্য আকৰ্ষণীয় ব্যক্তিসকলৰ কোষ্ঠীঅংকন কৰোঁতে তেওঁ ধন দাবী কৰিব পাৰিছিল। মন ভূলোৱা আন্তৰিকতাৰে তেওঁ মন্তব্য দিছিল যে, "প্ৰত্যেক জীৱকে তাৰ জীয়াই থকাৰ উপায় প্ৰদান কৰা প্ৰকৃতিয়ে জ্যোতিৰ্বিদ্যাৰ সহযোগী আৰু মিত্ৰ হিছাপে দিছে জ্যোতিষশাস্ত্ৰক।" কোষ্ঠী অংকনেই তেওঁৰ জীৱিকা অৰ্জনৰ একমাত্ৰ উৎস নাছিল, কিয়নো তেওঁ বিয়া কৰাইছিল এগৰাকী সম্পত্তিশালী উত্তৰাধিকাৰিণীক। আৰু যদিও তেওঁ দাৰিদ্ৰ্যক লৈ অনবৰতে আপত্তি কৰিছিল, তথাপি মৃত্যুৰ সময়ত গম পোৱা গৈছিল যে তেওঁ নিঃকিন নাছিলেই।

কেপ্লাৰৰ বুদ্ধিমত্তাৰ স্বৰূপটো আছিল বৰ অসাধাৰণ। ক'পাৰ্নিকাছৰ প্ৰকল্পক সমৰ্থন কৰাৰ দিশত আৰম্ভণিতে যুক্তিনিৰ্ভৰ অভিপ্ৰায়ে তেওঁক যিমান দূৰ আগবঢ়াই দিছিল, সিমানেই দিছিল সূৰ্য উপাসনাই। যি মেহনতৰ জৰিয়তে তেওঁৰ তিনিওটা সূত্ৰৰ আৱিষ্কাৰ সম্ভৱ হ'ল, সেই মেহনতৰ সময়ত তেওঁ পৰিচালিত হৈছিল এই আচহুৱা প্ৰকল্পৰে যে পাঁচোটা সুষম ত্ৰৈমাত্ৰিক আকৃতি আৰু বুধ, শুক্ৰ, মঙ্গল, বৃহস্পতি আৰু শনি—এই পাঁচোটা গ্ৰহৰ মাজত কিবা সংযোগ থাকিবই লাগিব। কেতিয়াবা সত্য আৰু গুৰুত্বপূৰ্ণ বুলি পৰিগণিত হোৱা তত্ত্বৰ আভাস তাৰ আৱিষ্কাৰকৰ মনত একেবাৰে উদ্ভট আৰু হঠকাৰী চিন্তা-চৰ্চাৰ মাজেদি ফুটি উঠাৰ ঘটনা বিজ্ঞানৰ ইতিহাসত বৰ বিৰল নহয়। বাস্তৱ কথাটো হ'ল এই যে শুদ্ধ প্ৰকল্পটো কল্পনা কৰা বৰ টান আৰু বৈজ্ঞানিক অগ্ৰগতিৰ এই দৰকাৰী পদক্ষেপটো সহজসাধ্য কৰি

* নতুবা তেওঁৰ জ্যোতিষ-জড়িত সেৱাক সম্ৰাটে মূল্য দিছিল কাৰণে

তোলাৰ বাবে কোনো কৌশল নাই। ফলস্বৰূপে, নতুন প্ৰকল্প এটাৰ ইঙ্গিত দাঙি ধৰিব পৰা যি কোনো পদ্ধতিমূলক আঁচনিয়েই কামত অহাৰ সম্ভাৱনা থাকে। তেনে আঁচনিক যদি দৃঢ়ভাৱে বিশ্বাস কৰা হয়, তেন্তে সি তাৰ অনুসন্ধানকাৰীক নতুন নতুন সম্ভাৱনাবোৰ পৰীক্ষা কৰি যোৱাৰ বাবে ধৈৰ্যৰ যোগান ধৰে—এনে কৰোঁতে যিমান বেছিকৈয়ে আগতীয়া সম্ভাৱনা বৰ্জন কৰিব লগা নহওক কিয় কেপ্‌লাৰৰ ক্ষেত্ৰতো সেয়ে ঘটিছিল। অবিশ্বাস্য ধৈৰ্যই তেওঁৰ সৰ্বশেষ সফলতাৰ কাৰণ, বিশেষতঃ তেওঁৰ তৃতীয়টো সূত্ৰৰ ক্ষেত্ৰত। পিছে, তেওঁৰ ধৈৰ্যৰ কাৰণো আছিল কেতবোৰ ৰহস্যবাদী বিশ্বাস। উদাহৰণ স্বৰূপে, সুষম ত্ৰৈমাত্ৰিক আকৃতিবোৰৰ সৈতে সম্পৰ্ক থকা কথাটোৱে কিবা গুৎসূত্ৰ দিবই লাগিব বুলি তেওঁ বিশ্বাস কৰিছিল। তেনে আন এটা বিশ্বাস হৈছে এয়ে যে আৱৰ্তনৰ যোগেদি গ্ৰহবোৰে সৃষ্টি কৰে এক "কন্দুকৰ সংগীত", যি সংগীত মাত্ৰ সূৰ্যৰ আত্মাৰহে শ্ৰুতিগ্ৰাহ্য। কেপ্‌লাৰ দৃঢ়ভাৱে পতিয়ন গৈছিল যে সূৰ্য হৈছে এক কম-বেছি পৰিমাণে ঐশ্বৰিক সত্তাৰ কায়িক অৱয়ৱ।

কেপ্‌লাৰৰ প্ৰথম দুটা সূত্ৰ প্ৰকাশিত হৈছিল ১৬০৯ চনত আৰু তৃতীয়টো হৈছিল ১৬১৯ চনত। সৌৰজগত সম্বন্ধীয় আমাৰ সংক্ষিপ্ত ছবিখনৰ দৃষ্টিকোনেৰে চালে এই তিনিটাৰ ভিতৰত প্ৰথমটোৱেই সবাতোকৈ গুৰুত্বপূৰ্ণ। এই সূত্ৰটোৰ মতে, গ্ৰহবোৰ সূৰ্যৰ কেউফালে এনে উপবৃত্তীয় পথেৰে আৱৰ্তন কৰে যাৰ নাভিত সূৰ্যটো অৱস্থিত হৈছে। (এটা উপবৃত্ত আঁকিবৰ বাবে দুটা পিন এক ইঞ্চিমান আঁতৰা-আঁতৰিকৈ এটুকুৰা কাগজত পুতি লওক। তাৰ পিছত দুই ইঞ্চি দীঘল তাঁৰ এডাল লৈ তাৰ দুয়ো মূৰ দুয়োটা পিনত গাঁথি দিয়ক। টান খাই থকা তাঁৰডাল টানি যিবোৰ বিন্দু ঢুকি পাব পাৰি, সেই আটাইবোৰ এটা উপবৃত্তত থাকিব আৰু পিন দুটা হ'ব সেই উপবৃত্তটোৰ নাভিদ্বয়। অৰ্থাৎ, এটা উপবৃত্ত তেনেবোৰ বিন্দুৰ সমষ্টি যিবোৰ বিন্দুৰ এটা নাভিৰ পৰা দূৰত্বৰ সৈতে আনটো নাভিৰ পৰা দূৰত্ব যোগ কৰিলে সদায় একে হিচাপেই পোৱা যায়।) গ্ৰীকসকলে আৰম্ভণিতে ধাৰণা কৰিছিল যে আটাইবোৰ আকাশী নিকায়েই বৃত্তীয় পথেৰে ঘূৰিব লাগিব, কাৰণ বৃত্তই হৈছে সবাতকৈ নিখুঁত বক্ৰ। যেতিয়া তেওঁলোকে দেখিলে যে এই প্ৰকল্পটো অচল হ'ল, তেতিয়া তেওঁলোকে গ্ৰহণ কৰিলে এনে এটা মত যি অনুসৰি গ্ৰহবোৰে "এপিচাইকল্"— অৰ পথেৰে ঘূৰে। এপিচাইকল্ এনে এক বৃত্ত , যাৰ কেন্দ্ৰবিন্দুটোৱে নিজেও এটা বৃত্তীয় পথেৰে ঘূৰে। (এপিচাইকল্ এটা পাবৰ বাবে এটা ডাঙৰ চকা লওক আৰু সেইটো মাটিত থওক। এতিয়া দাঁতিত এটা গজাল থকা সৰু চকা এটা লওক আৰু সৰু চকাটোক ডাঙৰ চকাটোৰ কেউফালে ঘূৰাই ঘূৰাই চলাই দিয়ক। এনে কৰোঁতে গজালটোৱে মাটিত আঁচুৰি গৈ থাকিব। গজালটোৱে মাটিত চিহ্নিত কৰা সাঁচটোৱে

এটা এপিছাইক্ল্। পৃথিৱীয়ে যদি সূৰ্যৰ কেউফালে বৃত্তপথেৰে ঘূৰে আৰু চন্দ্ৰটোৱে যদি পৃথিৱীৰ কেউফালে এপিছাইক্লিক পথেদি ঘূৰিব।) যদিও উপবৃত্ত সম্বন্ধে গ্ৰীকসকলে ভালেমান কথা জানিছিল, যদিও সিবিলাকৰ গাণিতিক বৈশিষ্ট্য সম্পৰ্কে তেওঁলোকে সাৱধানে অধ্যয়ন কৰিছিল, তথাপিও বৃত্তপথ অথবা বৃত্তৰেই কোনো জটিল ৰূপধাৰী পথক বাদ দি আনধৰণৰ পথেদিও যে আকাশী নিকায়সমূহে গতি কৰাটো সম্ভৱ, সেই কথা তেওঁলোকৰ মনত খেলোৱা নাছিল। কাৰণ, তেওঁলোকৰ অনুমানৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিছিল তেওঁলোকৰ নান্দনিক অনুভৱে আৰু ইয়ে তেওঁলোকক আটাইতকৈ সৰ্মমিত কল্পৰূপবোৰৰ বাহিৰে আন সকলোকে অগ্ৰাহ্য কৰিব লগা কৰিছিল। মধ্যযুগীয় দাৰ্শনিকসকলো গ্ৰীকসকলৰ এই বিচাৰহীন মতৰ উত্তৰাধিকাৰী হৈছিল আৰু এই দিশত তেওঁলোকৰ বিৰুদ্ধাচৰণ কৰিবলৈ সাহস কৰা প্ৰথমজন ব্যক্তি আছিল কেপ্লাৰ। নান্দনিক মূলৰ পৰা অহা পূৰ্বধাৰণাবোৰো ঠিক নৈতিক আৰু ধৰ্মতাত্ত্বিক পূৰ্বধাৰণাবোৰৰ দৰেই বিভ্ৰান্তিকৰ আৰু অকল এই কাৰণতে কেপ্লাৰ হ'ব এজন প্ৰথম শ্ৰেণীৰ গুৰুত্ব থকা অভিযোগক (innovator)। অৱশ্যে, বিজ্ঞানৰ ইতিহাসত তেওঁৰ সূত্ৰ তিনিটাৰ এক অন্য আৰু মহত্ত্বৰ স্থান আছে, কাৰণ সিহঁতেই নিউটনৰ মহাকৰ্ষণ সূত্ৰৰ প্ৰমাণ আগবঢ়াইছিল।

মহাকৰ্ষণৰ সূত্ৰৰ বিপৰীতে কেপলাৰৰ সূত্ৰবোৰ আছিল নিৰ্ভেজালভাৱে বৰ্ণনাধৰ্মী। সিহঁতে গ্ৰহবোৰৰ গতিৰ কোনো সাধাৰণ কাৰণ নিৰ্দেশ কৰা নাই, কিন্তু পৰ্যবেক্ষণৰ ফলবোৰৰ পৰা সিদ্ধান্ত কৰিব পৰাকৈ আটাইতকৈ সৰল সূত্ৰবোৰ আগবঢ়াইছে। গ্ৰহবোৰ যে পৃথিৱীৰ কেউফালে ঘূৰাৰ সলনি সূৰ্যৰ কেউফালেহে ঘূৰে আৰু আকাশৰ সুস্পষ্ট দৈনিক আৱৰ্তন যে পৃথিৱীৰ ঘূৰ্ণনৰ বাবেহে হয়, এই তত্ত্বৰ ইমানদিনে একমাত্ৰ সুবিধাটো আছিল ইয়াৰ বৰ্ণনাৰ সৰলতা। সোতৰ শতিকাৰ জ্যোতিৰ্বিদসকলৰ ধাৰণা হৈছিল যে ইয়াত সৰলতাতকৈয়ো বেছি কিবা জড়িত আছে; তেওঁলোকৰ ধাৰণা হৈছিল যে পৃথিৱীখন সঁচাকৈয়ে ঘূৰে আৰু গ্ৰহবোৰে সঁচাকৈয়ে সূৰ্যক প্ৰদক্ষিণ কৰে। এই মতটোকে নিউটনৰ কৰ্মই বেছি বলবান কৰি তুলিছিল। কিন্তু দৰাচলতে যিহেতু সকলো গতিয়েই আপেক্ষিক, পৃথিৱী সূৰ্যৰ চাৰিওফালে ঘূৰে বোলা প্ৰকল্প আৰু সূৰ্য পৃথিৱীৰ চাৰিওফালে ঘূৰে বোলা প্ৰকল্পৰ মাজত পাৰ্থক্যৰ সীমাৰেখা টানিব নোৱাৰি। দুয়োটা কথাই একে ঘটনাকে বৰ্ণনা কৰাৰ কেৱল দুটা পৃথক উপায়হে। ই যেনিবা কই খক বিয়া কৰাইছে, অথবা খই কক বিয়া কৰাইছে বোলাৰ নিচিনা কথা। কিন্তু আমি যেতিয়া খুটি-নাটিবোৰ সমাধান কৰিবলৈ ওলাওঁ, তেতিয়া ক'পাৰ্নিকাছীয় বৰ্ণনাৰ তীব্ৰতাৰ সৰলতা ইমানেই গুৰুত্বপূৰ্ণ হৈ পৰে যে কোনো মানসিকভাৱে সুস্থ মানুহে পৃথিৱীখন স্থিৰ বুলি ধৰা কথাটোত জড়িত

জটিলতাৰ বোজাটো মূৰ পাতি ল'ব নল'ব। এখন ৰেলগাড়ী এডিনবাৰ্গ অভিমুখে গৈছে বুলি আমি কওঁ, কিন্তু এডিনবাৰ্গ ৰেলগাড়ীখন অভিমুখে গৈছে বুলি নকওঁ। কোনো বৌদ্ধিক ভুল নোহোৱাকৈয়ে আমি পিছৰটোও ক'ব পাৰিলোহেঁতেন। কিন্তু তেতিয়া আমি এই কথাও ধৰি ল'ব লাগিলহেঁতেন যে একে শাৰীতে থকা আটাইবোৰ চহৰ, আটাইবোৰ পথাৰেই হঠাতে দক্ষিণমুৱা হৈ দৌৰিব লাগিছে আৰু ৰেলগাড়ীখনৰ বাহিৰে পৃথিৱীৰ প্ৰতিটো বস্তুলৈকেই এই কথাটো সম্প্ৰসাৰিত হ'লহেঁতেন। যুক্তিৰ ফালৰ পৰা সম্ভৱ হ'লেও ই অনাৱশ্যকভাৱে জটিল হৈ পৰে। ট'লেমীয় প্ৰকল্পত নক্ষত্ৰবিলাকৰ দৈনিক আৱৰ্তনৰ কথাটোও সমানেই যাদৃচ্ছিক আৰু উদ্দেশ্যবিহীন। পিছে, বৌদ্ধিক ভুলৰ পৰা ইয়ো সমানেই মুক্ত। কেপ্‌লাৰ, গেলিলিঅ' আৰু তেওঁলোকৰ প্ৰতিপক্ষই গতিৰ আপেক্ষিকতাক চিনাক্ত কৰিব পৰা নাছিল। কাজেই বৰ্ণনাৰ সুবিধা নহয়, বস্তুনিষ্ঠ সত্যহে বিতৰ্কৰ বিষয় হিচাপে দেখা দিছিল। ধাৰণা হ'ব, সেই সময়ত জ্যোতিৰ্বিজ্ঞানৰ অগ্ৰগতিৰ ক্ষেত্ৰত এই ভুলটোৱেই আছিল আৱশ্যকীয় উদ্দীপক। অন্যথা আকাশী নিকায়সমূহৰ অৱস্থাক নিয়ন্ত্ৰণ কৰা নিয়মসমূহ আৱিষ্কৃত নহ'লহেঁতেন ; ই সম্ভৱ হৈছিল মাথোঁ ক'পাৰ্নিকাছীয় প্ৰকল্পই উন্মেষ ঘটোৱা সৰলীকৰণৰ বাবেহে।

গেলিলিঅ' গেলিলি (১৫৬৪-১৬৪২) আছিল তেওঁৰ সময়ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈজ্ঞানিক ব্যক্তি— তেওঁৰ আৱিষ্কাৰবোৰৰ বাবেও আৰু ৰোমান কেথ'লিক গিৰ্জাৰ ন্যায়াধিকৰণ (Inquisition) অৰ সৈতে তেওঁৰ সংঘাতৰ মাজেদিও। তেওঁৰ দেউতাক আছিল অৰ্থাভাৱত জুৰুলা এজন গণিতজ্ঞ। সেয়ে তেওঁ যিমান পাৰে সিমান তেওঁৰ ল'ৰাটোক এনে বিদ্যাৰফালে ঢাল খুৱাবলৈ চেষ্টা কৰিছিল, যি বিদ্যা বেছি লাভজনক হিচাপে দেখা দিব বুলি তেওঁ আশা কৰিছিল। গণিত বুলি যে এটা বিষয় আছে, আনকি সেই কথা জনাৰ পৰাও তেওঁ উনৈশ বছৰ বয়স হোৱালৈকে গেলিলিঅ'ক কৃতকাৰ্যতাৰে বাৰণ কৰিব পাৰিছিল। কিন্তু উনৈশ বছৰ বয়সত ঘটনাক্ৰমে কাণ পাতি অনাওতে গেলিলিঅ'ই জ্যামিতি বিষয়ক এটা ভাষণ শুনিব পালে। উৎসুকতাৰে তেওঁ এই বিষয়টো গ্ৰহণ কৰিলে য'ত তেওঁৰ বাবে আছিল নিষিদ্ধফলৰ সমস্ত আকৰ্ষণ। দুৰ্ভাগ্যক্ৰমে এই ঘটনাৰ শিক্ষাই স্কুল শিক্ষকসকলক প্ৰভাৱিত কৰিব পৰা নাই।

সম্পৰীক্ষামূলক আৰু কাৰিকৰী দক্ষতাৰ সৈতে তেওঁৰ পৰীক্ষাৰ ফলবোৰক গাণিতিক সূত্ৰৰ ৰূপে দিব পৰা ক্ষমতাৰ সংযুতিয়ে আছিল গেলিলিঅ'ৰ মহান উৎকৰ্ষ। গতি বিজ্ঞানৰ অধ্যয়ন অৰ্থাৎ নিকায়সমূহৰ গতি নিয়ন্ত্ৰণ কৰা নিয়মসমূহৰ অধ্যয়ন কাৰ্যতঃ তেওঁৰ পৰাই আৰম্ভ হৈছে। গ্ৰীকসকলে স্থিতিবিজ্ঞান অৰ্থাৎ সাম্যৰ

নিয়মসমূহ অধ্যয়ন কৰিছিল। কিন্তু গতিৰ নিয়মসমূহ, বিশেষতঃ বিভিন্ন বেগযুক্ত গতিৰ নিয়মসমূহ তেওঁলোকে আৰু লগতে যোল শতিকাৰ লোকসকলেও ভুলকৈ বুজিছিল। পাতনি স্বৰূপে ক'ব পাৰি, এসময়ত ভবা হৈছিল যে গতিসম্পন্ন বস্তু এটাক অকলশৰীয়াকৈ এৰি দিলে সি ৰৈ যাব। তাৰ বিপৰীতে গেলিলিঅ'ই প্ৰতিষ্ঠা কৰিলে যে যদিহে বস্তুটো সকলো বহিঃ প্ৰভাৱৰ পৰা মুক্ত, তেন্তে ই সুষম বেগেৰে সৰলৰৈখিক পথেদি গতি কৰিয়ে থাকিব। আন এক ধৰণে ক'ব লাগিলে— পাৰিপাৰ্শ্বিকতাৰ পৰিস্থিতি বিচাৰিব লাগিব বস্তু এটাৰ গতিৰ কাৰণ দৰ্শাবলৈ নহয়; দিশ, বেগ অথবা দুয়োটাৰ ফালৰ পৰাই বস্তুটোৰ গতিৰ পৰিবৰ্তনৰ কাৰণ দৰ্শোৱাৰ বাবেহে তাক বিচাৰিব লাগিব। গতিৰ বেগ অথবা দিশৰ পৰিবৰ্তনক ত্বৰণ বোলা হয়। এতেকে বস্তুৱে কিয় গতি কৰে তাক ব্যাখ্যা কৰোঁতে বাহিৰৰপৰা প্ৰযুক্ত বলসমূহ ত্বৰণেহে দেখুৱায়; বেগে নহয়। এই নীতিটোৰ আৱিষ্কাৰ আছিল গতিবিজ্ঞানৰ ক্ষেত্ৰত অপৰিহাৰ্য প্ৰথমটো পদক্ষেপ।

পতনশীল বস্তু সম্পৰ্কীয় তেওঁৰ পৰীক্ষাৰ ফলাফল সমূহ ব্যাখ্যা কৰিবলৈ এই নীতিটোক তেওঁ প্ৰয়োগ কৰিছিল। এৰিষ্টটলৰ শিকনিমতে যি দ্ৰুতিৰে বস্তু এটা পতিত হয়, সি তাৰ ওজনৰ সমানুপাতিক। অৰ্থাৎ, যদি একে উচ্চতাৰ পৰা (ধৰা হওক) দহ পাউণ্ড ওজনৰ এটা বস্তু আৰু (ধৰা হওক) এক পাউণ্ড ওজনৰ এটা বস্তু একে সময়তে তললৈ পেলাই দিয়া হয়, তেন্তে মাটি স্পৰ্শ কৰাৰ বাবে দহ পাউণ্ড ওজনৰ বস্তুটোৰ তুলনাত এক পাউণ্ড ওজনৰ বস্তুটোক দহগুণ বেছি সময় লাগিব। গেলিলিঅ' আছিল পিছা নগৰীৰ এজন অধ্যাপক। কিন্তু, অন্যান্য অধ্যাপকসকলৰ অনুভৱৰ প্ৰতি তেওঁৰ কোনো সন্মান নাছিল। তেওঁৰ এৰিষ্টটলীয় সহকৰ্মীসকলে যেতিয়া তেওঁলোকৰ ভাষণ প্ৰদান কৰিবলৈ গৈছিল তেতিয়া হেলনীয় স্তম্ভৰ পৰা ভাৰযুক্ত বস্তু তেওঁ তললৈ পেলাই দিছিল। সীহৰ ডাঙৰ আৰু সৰু দলাই প্ৰায় একে সময়তে মাটি স্পৰ্শ কৰে। এই কথাই গেলিলিঅ'ৰ ওচৰত প্ৰমাণ কৰিছিল যে এৰিষ্টটল অশুদ্ধ, কিন্তু অন্য অধ্যাপকসকলৰ ওচৰত প্ৰমাণ কৰিছিল যে গেলিলিঅ' পাপিষ্ঠ। এইটো আছিল তেওঁৰ বহুকেইটা বেয়া কাৰ্যৰে এক নিদৰ্শনস্বৰূপ। ইবোৰৰ জৰিয়তে তেওঁ সেইসকল মানুহৰ চিৰকলীয়া ঘৃণাৰ পাত্ৰ হৈ পৰিছিল, যিসকলৰ বিশ্বাস মতে সত্যৰ সন্ধান হ'ব লাগে কিতাপত; পৰীক্ষা-নীৰিক্ষাৰ মাজত নহয়।

বায়ুৱে প্ৰদান কৰা বাধাৰ উপৰিও গেলিলিঅ'ই আৱিষ্কাৰ কৰিছিল যে মুক্তভাৱে বস্তু যেতিয়া তললৈ সৰি পৰে, সিহঁত সৰি পৰে এক সমত্বৰণ সহকাৰে; শূন্যস্থানত এই সমত্বৰণ সকলো বস্তুৰ বাবেই একে। ইয়াৰ বাবে সেই বস্তুবোৰ কেনে আকাৰৰ অথবা সিহঁত কি পদাৰ্থৰে গঠিত— এইবোৰ প্ৰশ্ন নুঠে। প্ৰতি

ছেকেণ্ডত শূন্যস্থানত মুক্তভাবে পতনশীল বস্তু এটাৰ দ্রুতি প্রায় ৩২ ফুট প্রতি ছেকেণ্ড হিছাপত বৃদ্ধি হয়। তেওঁ আকৌ প্রমাণ কৰিছিল যে যেতিয়া এটা বস্তু বুলেট এটাৰ নিচিনাকৈ অনুভূমিক দিশত দলি মাৰি দিয়া হয়, তেতিয়া ই অধিবৃত্তীয় পথেৰে গতি কৰে । আগতে কিন্তু ভবা হৈছিল যে বস্তুটোৱে প্রথমে কিছুপৰ অনুভূমিক দিশত গতি কৰিব আৰু তাৰ পিছত উলম্বভাবে পতিত হ'ব। এই ফলবোৰ এতিয়া বৰ চাঞ্চল্যকৰ যেন নালাগিব পাৰে। কিন্তু বস্তুৰ গতি সম্পৰ্কীয় সঠিক গাণিতিক জ্ঞানৰ ইবোৰেই আছিল আৰম্ভণি। তেওঁৰ সময়তকৈ আগতে প্রচলিত আছিল বিমূর্ত গণিত। ই আছিল নিগমনাত্মক আৰু ই পর্যবেক্ষণৰ ওপৰত নির্ভৰ নকৰিছিল আৰু ইয়াৰ সৈতে বিশেষকৈ মধ্যযুগীয় ৰসায়ন বিদ্যাৰ ক্ষেত্ৰত জড়িত আছিল পুৰাপুৰি ব্যৱহাৰিক পৰীক্ষা-নিৰীক্ষাৰ এক নির্দিষ্ট পৰিমাণ। কিন্তু এক গাণিতিক সূত্ৰত উপনীত হোৱাৰ উদ্দেশ্যে পৰীক্ষা-নিৰীক্ষাৰ অনুশীলন উদ্বোধন কৰাৰ ক্ষেত্ৰত তেৱেঁইহে আটাইতকৈ বেছি কাম কৰিছে। ইয়াৰ জৰিয়তে গণিতক তেওঁ এনে তথ্যৰ ক্ষেত্ৰত প্রযুক্ত হ'ব পৰা কৰিছিল, যাৰ বিষয়ে কাৰণৰ পৰা কাৰ্যৰ ধাৰণা কৰা (a priori) কোনো জ্ঞান নাছিল। আটাইতকৈ বেছি সক্রিয়তাৰে তেৱেঁই নাটকীয়ভাৱে আৰু অনস্বীকাৰ্যভাৱে দেখুৱাইছে, একোটা নিশ্চয়োক্তি এটাৰ পিছত এটাকৈ প্রজন্মই বাৰে বাৰে উচ্চাৰণ কৰাটো কিমান সহজ অথচ ইয়াক পৰীক্ষা কৰি চোৱাৰ সামান্যতম চেষ্টায়ো ইয়াৰ অসত্যতা উদঙাই দিলেহেঁতেন।

এৰিষ্টটলৰ পৰা গেলিলিঅ'লৈকে এই ২০০০ বছৰত পতনশীল বস্তুৰ নিয়মসমূহ এৰিষ্টটলে কৈ যোৱাৰ নিচিনাই হয় নে নহয়, তাৰ সন্ধান কৰাৰ কথা কোনেও নাভাবিলে। এনেহেন উক্তিৰ পৰীক্ষা কৰাটো আমাৰ বাবে স্বাভাৱিক যেন অনুভব হ'ব। কিন্তু গেলিলিঅ'ৰ দিনত ইয়াৰ বাবে প্রতিভাৰ আৱশ্যক হৈছিল।

পতনশীল বস্তু সম্পৰ্কীয় সম্পৰীক্ষাই পণ্ডিতমনাসকলক বিৰক্ত কৰিলেও ৰোমান কেথ'লিক গির্জাৰ ন্যায়াধিকৰণে ইয়াক দোষাৰোপ কৰিব পৰা নাছিল। দূৰবীক্ষণটোৱেই গেলিলিঅ'ক বেছি বিপজ্জনক দিশলৈ ঠেলি দিলে। এনে এটা সঁজুলি এজন হল্যাণ্ড দেশীয় লোকে উদ্ভাৱন কৰা বুলি শুনি গেলিলিঅ'ই ইয়াক পুনৰ উদ্ভাৱন কৰিলে আৰু প্রায় লগে লগেই জ্যোতির্বিজ্ঞানৰ অনেক নতুন নতুন তথ্য আৱিষ্কাৰ কৰিলে। ইয়াৰ ভিতৰত তেওঁৰ বাবে আটাইতকৈ গুৰুত্বপূর্ণ আছিল বৃহস্পতিৰ উপগ্ৰহসমূহৰ অস্তিত্ব। ক'পার্নিকাছৰ তত্ত্ব অনুসৰি সৌৰজগতৰ যি প্রণালী, তাৰেই এটি ক্ষুদ্র সংস্কৰণ হিছাপে এই উপগ্ৰহবোৰ গুৰুত্বপূর্ণ আছিল। কিন্তু ট'লেমীয় প্রণালীত ইহঁতবোৰ খাপ খোৱাটো আছিল কঠিন। তদুপৰি দৃঢ়বদ্ধ তত্ত্ববোৰক বাদ দি, কিয় মাথোঁ সাতটাহে আকাশী নিকায় (সূর্য, চন্দ্ৰ, আৰু পাঁচোটা

গ্ৰহ) থাকিব লাগে, তাৰ সকলো ৰকমৰ যুক্তিয়েই আছিল, আৰু সেইদেখি অন্য চাৰিটাৰ আবিষ্কাৰ আছিল বিপদত হ'ব লগা বিধৰ। বাইবেলৰ সৰ্বশেষ অধ্যায়ত জানো সপ্তস্বৰ্ণ দীপাধাৰৰ কথা নাছিল আৰু জানো নাছিল এছিয়াৰ সপ্ত গিৰ্জা? এৰিষ্টটল পন্থীসকলে দূৰবীণটোৰ মাজেদি চাবলৈ একেবাৰেই অস্বীকাৰ কৰিছিল। তেওঁলোকে গোঁৱাৰৰ দৰে মত পোষণ কৰিছিল যে বৃহস্পতিৰ উপগ্ৰহবোৰ ভ্ৰম।* কিন্তু সতৰ্কতাৰে গেলিলিঅ'ই টাস্কানীৰ গ্ৰেণ্ড্ ডিউকক অনুকৰণ কৰি সিঁহতৰ খ্ৰীষ্টনাম ৰাখিছিল "চিডাৰা মেডিচিয়া" (মেডিচীয় তৰা) আৰু এই কথাটোৱেই সিহঁতৰ বাস্তৱতাৰ বিষয়ে চৰকাৰক পতিয়ন নিয়াবলৈ বহুখিনি কৰিছিল। যদিহে ক'পাৰ্নিকাছীয় প্ৰণালীৰ এটা যুক্তি সিহঁতে যোগান নধৰিলেহেঁতেন, তেতিয়াহ'লে সিহঁতৰ অস্তিত্ব অস্বীকাৰ কৰাসকলে বেছিদিন তেওঁলোকৰ ভৰিৰ তলৰ মাটি ধৰি ৰাখিব নোৱাৰিহেঁতেন।

বৃহস্পতিৰ চন্দ্ৰকিঁটাৰ বাহিৰেও ধৰ্মতাত্ত্বিকসকলক সন্ত্ৰস্ত কৰিব পৰা আন কিবা-কিছুও দূৰবীণটোৱে প্ৰকাশ কৰিছিল। ই দেখুৱাইছিল যে চন্দ্ৰকলাৰ দৰে কলা শুক্ৰ গ্ৰহৰো আছে। ক'পাৰ্নিকাছে মানি লৈছিল যে এই সত্যটো তেওঁৰ তত্ত্বই দাবী কৰে আৰু গেলিলঅ'ৰ সঁজুলিয়ে তেওঁৰ বিৰুদ্ধে থকা যুক্তি এটাক তেওঁৰ সপক্ষৰ যুক্তিলৈ ৰূপান্তৰিত কৰিলে। দেখা গ'ল যে চন্দ্ৰত পৰ্বত আছে। কিবা-কিবি কাৰণত এই কথাটো আশ্চৰ্যকৰ বুলি গণ্য কৰা হৈছিল। তাত্তকৈয়ো ভয়ংকৰ কথা—সূৰ্যতেই আছে দাগ। সৃষ্টিকৰ্তাৰ কাৰ্যটো খুঁত থকা দেখুৱাব খোজা বুলি ইয়াত গণ্য কৰা হৈছিল। সেয়ে কেথ'লিক বিশ্ববিদ্যালয়সমূহত সূৰ্য-কলংকৰ কথা উল্লেখ কৰিবলৈ শিক্ষকসকলক বাৰণ কৰা হৈছিল আৰু তাৰে কিছুমানত এই নিষেধ কেবা শতা ব্দীজুৰি চলি আছিল। "হে গেলিলিৰ লোকসকল, কিয় তোমালোকে আকাশলৈ তধা লাগি চাই থিয় হৈ আছা!" অৰ্থালঙ্কাৰযুক্ত এই উদ্ধৃতিৰ ওপৰত ধৰ্মোপদেশমূলক বক্তৃতা দিয়াৰ বাবে এজন ডমিনিকানক পদোন্নতি দিয়া হৈছিল। সেই বক্তৃতা প্ৰদান কৰাৰ সময়ত তেওঁ কৈছিল যে জ্যামিতি হৈছে চয়তানৰ বস্তু আৰু সমস্ত অধাৰ্মিকতাৰ স্ৰষ্টা হিছাপে গণিতজ্ঞসকলক নিৰ্বাসন দণ্ড দিব লাগে। ধৰ্মতাত্ত্বিকসকলেও এই কথা আঙুলিয়াই দিয়াত ঢিলা-ঢিলি ক ৰা নাছিল যে নতুন মতাবাদে ঈশ্বৰৰ অৱতাৰক বিশ্বাস কৰাটো দুৰূহ কৰি তুলিব। তদুপৰি, যিহেতু ঈশ্বৰে অনৰ্থক একো নকৰে,

* উদাহৰণ স্বৰূপে কাদাৰ ক্লেভিয়াছে কৈছিল যে " বৃহস্পতিৰ উপগ্ৰহ চাবলৈ সিবোৰ সৃষ্টি কৰা এটা সঁজুলি মানুহে আবিষ্কাৰ কৰিব লগা হৈছিল" হোৱাইট "Warfare of Science with Theology"

[পৃষ্ঠা : ১৩২]

এতেকে আমি ধৰি ল'ব পাৰো যে অন্য গ্ৰহবোৰতো জীৱৰ বসতি আছে। পিছে, তাৰ বাসিন্দাবোৰৰ নোৱাৰপৰাই অৱৰোহণ ঘটিছে নে অথবা ত্ৰাণকৰ্তা যীশুৱে তেওঁলোককো পাপৰ পৰা উদ্ধাৰ কৰিছেনে? এইবোৰ আছিল মাৰাত্মক সংশয়সমূহৰ কেইটামানহে। কাৰ্ডিন্যাল আৰু আৰ্চডিউকসকলৰ মতে গেলিলিঅ'ৰ অধাৰ্মিক অনুসন্ধিৎসাই এনে সংশয়বোৰৰ উত্থান ঘটোৱাটো স্বাভাৱিকেই আছিল।

এই আটাইবোৰৰে ফল হৈছিল এয়ে যে কেথ'লিক ন্যায়াধিকৰণে জ্যোতিৰ্বিদ্যাৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিলে আৰু বাইবেলৰ কোনো কোনো উক্তিৰ পৰা নিগমন পদ্ধতিৰে দুটা গুৰুত্বপূৰ্ণ সত্যত উপনীত হ'ল ঃ

"সূৰ্যই কেন্দ্ৰ আৰু ই পৃথিৱীৰ কেউফালে নুঘূৰে বোলা প্ৰথমটো উক্তি মূৰ্খালিৰে ভৰা, উদ্ভত, ধৰ্মতত্ত্বৰ ফালেদি অসত্য আৰু অধাৰ্মিক, কাৰণ ই স্পষ্টভাৱে পৱিত্ৰ বাইবেলৰ বিৰুদ্ধে...... পৃথিৱীখন কেন্দ্ৰ নহয়, বৰং সূৰ্যৰ কেউফালে ঘূৰে বোলা দ্বিতীয়টো উক্তি উদ্ভট ; দৰ্শনৰ ফালৰ পৰা অসত্য আৰু অন্ততঃ এক ধৰ্মতাত্ত্বিক দৃষ্টিকোণৰ পৰা সঁচা বিশ্বাসৰ বিৰোধী।"

ইয়াৰ পিছত পোপে গেলিলিঅ'ক কেথ'লিক ন্যায়াধিকৰণৰ সমুখত হাজিৰ হ'বলৈ নিৰ্দেশ দিলে। ন্যায়াধিকৰণে আকৌ তেওঁক তেওঁৰ ভ্ৰান্তিবোৰ বিসৰ্জন দিবলৈ নিৰ্দেশ দিলে। ১৬১৬ খ্ৰীষ্টাব্দৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা গেলিলিঅ'ই সেই নিৰ্দেশ পালন কৰিলে। তেওঁ আনুষ্ঠানিকভাৱে প্ৰতিজ্ঞা কৰিলে যে তেওঁ আৰু ইয়াৰ পিছত ক'পাৰ্নিকাছৰ মতটো হওক বা মুখৰ কথাৰেই হওক, সেইকথা আৰু নিশিকায়। মনত ৰাখিব লাগিব যে ব্ৰুনোক জীৱন্তে পুৰিমৰা হৈছিল ইয়াৰ মাত্ৰ বোল বছৰ আগতে।

পোপৰ কথামতে পৃথিৱীয়ে গতি কৰে বুলি শিকোৱা সকলোবোৰ গ্ৰন্থকে নিষিদ্ধ গ্ৰন্থৰ তালিকাত ভৰোৱা হ'ল আৰু প্ৰথমবাৰৰ বাবে ক'পাৰ্নিকাছৰ কৰ্মৰাজিও বাতিল কৰা হ'ল (condemned)। অৱসৰৰ বাবে গেলিলিঅ' উভতি গ'ল ফ্লোৰেন্স চহৰলৈ। তাত কিছুদিন তেওঁ নীৰৱে থাকিল আৰু তেওঁৰ বিজয়ী শত্ৰুসকলৰ খং তোলাৰ পৰা বিৰত থাকিল।

সি যি নহওক, গেলিলিঅ' আছিল এজন আশাবাদী মনোভাৱৰ মানুহ আৰু সকলো সময়তে মূৰ্খৰ বিৰুদ্ধে তেওঁৰ ৰসবোধ নিক্ষেপ কৰাৰ আসক্তি তেওঁ দেখুৱাইছিল। ১৬২৩ খ্ৰীষ্টাব্দত তেওঁৰ বন্ধু কাৰ্ডিন্যাল বাৰ্বেৰিণি অষ্টম আৰ্বান উপাধি সহকাৰে পোপৰূপে অধিষ্ঠিত হয়। ইয়ে গেলিলিঅ'ক দিছিল এক নিৰাপত্তাৰ অনুভৱ। পিছে, ঘটনাই দেখুৱাইছে সেই অনুভৱ ভ্ৰান্তিৰ ওপৰত প্ৰতিষ্ঠিত আছিল। তেওঁ তেওঁৰ "জগতৰ দুটা মহত্তম প্ৰণালীৰ বিষয়ে সংলাপ" Dialogues on the

two greatest systems of the world) শীৰ্ষক গ্ৰন্থখন লিখাত লাগি গ'ল। ই সম্পূৰ্ণ হৈছিল ১৬৩০ খ্ৰীষ্টাব্দত আৰু প্ৰকাশিত হৈছিল ১৬৩২ খ্ৰীষ্টাব্দত। এই পুথিখনত দুৰ্বলভাৱে ভাও ধৰা হৈছিল যেন ট'লেমী আৰু ক'পাৰ্নিকাছৰ "মহত্তম প্ৰণালী" দুটাৰ মাজত বিষয়টো মুকলি কৰি ৰখাহে হৈছে। আচলতে কিন্তু গোটেইখন পুথি পিছৰটোৰ সপক্ষে এক শক্তিশালী যুক্তি। ই আছিল এখন চমৎকাৰ কিতাপ আৰু সমগ্ৰ ইউৰোপতে ইয়াক উৎসুকতাৰে পঢ়া হৈছিল।

পিছে বিজ্ঞান জগতে প্ৰশংসা কৰাৰ বিপৰীতে যাজক সম্প্ৰদায় জ্বলি-পকি উঠিছিল। গেলিলিঅ'ৰ ওপৰত মৌনতা বলবৎ হৈ থকা সময়ছোৱাত তেওঁৰ শত্ৰুসকলে কুসংস্কাৰ বঢ়োৱাৰ বাবে সুযোগ গ্ৰহণ কৰিলে। তাৰ বাবে তেওঁলোকে এনে যুক্তি আগবঢ়ালে যিবোৰৰ উত্তৰ দিয়াটো বুদ্ধিমানৰ কাম নহ'লহেঁতেন। জোৰ দি কোৱা হৈছিল যে ইউকেৰিষ্টৰ ভোজত যীশুৰ ৰক্ত-মাংসৰ সঁচা উপস্থিতিৰ মতবাদৰ সৈতে গেলিলিঅ'ৰ শিকনিৰ একো ৰাহি-যোৱা নাহে। জেছুইট ফাদাৰ মেলকিয়'ৰ ইংকোফাৰে মত পোষণ কৰিলে এইবুলি "পৃথিবীৰ গতি সম্পৰ্কীয় মতটোৱেই হৈছে সকলো নাস্তিকতাৰ ভিতৰত আটাইতকৈ ঘৃণনীয়, আটাইতকৈ ক্ষতিকাৰক আৰু আটাইতকৈ গৰ্হিত। পৃথিবীৰ স্থবিৰতাৰ কথাটো তিনিগুণে পবিত্ৰ। পৃথিবীয়ে গতি কৰে বুলি প্ৰমাণ কৰিব খোজা যুক্তি এটা সহ্য কৰাতকৈ আত্মাৰ অমৰত্ব, ঈশ্বৰৰ অস্তিত্ব আৰু যীশুৰ অৱতাৰ গ্ৰহণৰ বিৰুদ্ধে দিয়া যুক্তিকে সৰহপৰ সহি থাকিব পাৰি।" এনে "ধৰধৰ পলাল" ধৰণৰ চিঞৰেৰে ধৰ্মতাত্ত্বিকসকলে ইজনে সিজনৰ তেজ উতলাই দিলে। আৰু এতিয়া বেমাৰে দুৰ্বল কৰি তোলা আৰু ক্ৰমাৎ অন্ধত্বৰ ফালে গতি কৰা এজন বৃদ্ধলোকক চিকাৰ কৰিবলৈ তেওঁলোক আটায়ে সাজু হ'ল।

কেথ'লিক ন্যায়াধিকৰণৰ সন্মুখত হাজিৰ হ'বলৈ গেলিলিঅ'ক আকৌ এবাৰ ৰোম নগৰীলৈ মাতি নিয়া হ'ল। নিজকে অৱজ্ঞাৰ পাত্ৰ হোৱা অনুভৱ কৰি ন্যায়াধিকৰণো আছিল ১৬১৬ চনৰ তুলনাত বেছি কঠোৰ মেজাজত। গেলিলিঅ'ই প্ৰথমতে অজুহাত দেখুৱালে এইবুলি যে তেওঁৰ অত্যাধিক অসুস্থতাৰ বাবে ফ্ল'ৰেন্সৰ পৰা এই দীঘলীয়া যাত্ৰা সহ্য কৰিব নোৱাৰিব। পোপে ভয় দেখুৱালে যে অপৰাধীক পৰীক্ষা কৰাৰ বাবে তেওঁৰ নিজৰ চিকিৎসকক পঠাব আৰু বেমাৰ সংকটজনক বুলি প্ৰমাণিত নহ'লে শিকলি লগাই অপৰাধীক লৈ অহা হ'ব। যিহেতু অষ্টম আৰবান সম্প্ৰতি তেওঁৰ তিক্ত প্ৰতিপক্ষ, সেয়ে তেওঁৰ সাৱধানবাণী পাই শত্ৰুৰ সজাতী চিকিৎসকৰ বাবলৈ অপেক্ষা নকৰি গেলিলিঅ'ই যাত্ৰা আৰম্ভ কৰিলে। ৰোম পৈ পোৱাৰ পিছত তেওঁক ন্যায়াধিকৰণৰ কাৰাগাৰত ভৰোৱা হ'ল আৰু নিজৰ মত

সলনি হোৱা বুলি ৰাজহুৱাকৈ ঘোষণা নকৰিলে তেওঁৰ ওপৰত নির্যাতন চলোৱা হ'ব বুলি ভয় দেখুওৱা হ'ল। ন্যায়াধিকৰণে " আমাৰ প্রভু যীশুখ্রীষ্ট আৰু তেওঁৰ সবাৰো গৰিষ্ঠিনী কুমাৰী মাতৃ মেৰীৰ পবিত্র নাম উচ্চাৰণ কৰি" এই ৰায় দিলে যে নাস্তিকতাৰ বাবে নির্দিষ্ট শাস্তি গেলিলিঅ'ই নাপাব "যদিহে নিষ্ঠাবান হৃদয় আৰু অকৃত্রিম ভগৱৎ বিশ্বাসেৰে আমাৰ উপস্থিতিত উক্ত ভ্রান্তি আৰু অধার্মিকতাবোৰ তুমি বিসর্জন দিয়া, সিবোৰক অভিসম্পাত দিয়া আৰু ঘৃণা কৰা।" তথাপি এনে মত পৰিবর্তনৰ ঘোষণা আৰু অনুতাপ সত্বেও " আমি তোমাক আমাৰ অনুমোদন সাপক্ষে নির্ধাৰণযোগ্য এছোৱা সময়ৰ বাবে এই পবিত্র দপ্তৰৰ আনুষ্ঠানিক কাৰাগাৰলৈ প্রেৰণ কৰিম। লগতে হিতকাৰী শাস্তি স্বৰূপে পৰৱর্তী তিনি বছৰত সপ্তাহত এবাৰকৈ অনুশোচনাৰ লগত জড়িত সাতোটা স্তুতি গীত আওৰাবলৈ তোমাক আমি নির্দেশ দিলোঁ।"

এই বাক্যটোৰ তুলনামূলক সহিষ্ণুতা আচলতে গেলিলিঅ'ৰ মত পৰিবর্তনৰ চর্তৰ ওপৰত প্রতিষ্ঠিত। সেইমতে গেলিলিঅ'ইও ৰাজহুৱাভাৱে আঁঠু লৈ ন্যায়াধিকৰণে লিপিবদ্ধ কৰা এটি দীঘলীয়া সূত্র আওৰালে। এনেকৈ আওৰোৱাৰ মাজতে তেওঁ কৈছিল— "মই উক্ত ভ্রান্তি আৰু অধার্মিকতাবোৰ বিসর্জন দিছো, সিহঁতক অভিসম্পাত দিছো আৰু ঘৃণা কৰিছো..... আৰু মই শপত খাই কৈছো যে মোক লৈও একে ধৰণৰ সন্দেহ উদ্রেক কৰিব পৰা কোনো কথাই মৌখিকভাৱে কিম্বা লিখিতভাৱে মই আৰু ভৱিষ্যতে কোনো কালে নকওঁ বা প্রকাশ নকৰোঁ।" তেওঁ শপত খাই গ'ল যে ইয়াৰ পিছতো কোনোবা নাস্তিকে পৃথিৱীয়ে গতি কৰে বুলি মত পোষণ কৰি থকা দেখিলে তেওঁ ন্যায়াধিকৰণৰ সন্মুখত তাৰ বিৰোধিতা কৰিব। লগতে গছ্‌পেলসমূহৰ ওপৰত হাত থৈ তেওঁ শপত খালে যে তেওঁ নিজেও এই মতবাদ বিসর্জন দিব। সমসাময়িক যুগৰ মহত্তম ব্যক্তি গৰাকীৰ মুখেদি অসত্য প্রকাশ কৰি ধর্ম আৰু নৈতিকতাৰ স্বার্থত অৰিহণা যোগাব পাই আৰু কেথ'লিক ন্যায়াধিকৰণ সন্তুষ্ট হ'ল। সেয়ে তেওঁৰ জীৱনৰ বাকীছোৱা কাৰাগাৰত কটোৱাৰ সলনি অৱসৰ আৰু মৌনতাৰ মাজত কটাবলৈ ইয়ে তেওঁক অনুমতি দিছিল সেই কথা সত্য। কিন্তু তেওঁৰ আটাইবোৰ চলন-ফুৰণ নিয়ন্ত্রণ কৰা হৈছিল আৰু তেওঁৰ পৰিয়াল অথবা বন্ধুসকলক তেওঁ দেখা কৰাটো নিষিদ্ধ কৰা হৈছিল। ১৬৩৭ খ্রীষ্টাব্দত তেওঁ অন্ধ হৈ পৰে আৰু ১৬৪২ খ্রীষ্টাব্দত তেওঁৰ মৃত্যু হয়। এই বছৰতে নিউটনৰ জন্ম হৈছিল।

গির্জাই তাৰ নিয়ন্ত্রণত থকা সকলো বিদ্যাজড়িত শৈক্ষিক অনুষ্ঠানতে ক'পার্নিকাছীয় প্রণালীত সত্য বুলি শিকোৱাটো নিষিদ্ধ ঘোষণা কৰিছিল। পৃথিৱীয়ে গতি কৰে বুলি শিকোৱা গ্রন্থসমূহ ১৮৩৫ চনলৈকে নিষিদ্ধ গ্রন্থৰ তালিকাত আছিল। ১৮২৯ চনত যেতিয়া থৰ্‌ৱাল্ডচেনে নির্মাণ কৰা ক'পার্নিকাছৰ প্রতিমূর্তি বাৰ্ছ'ত

মুকলি কৰিলে তেতিয়া জ্যোতির্বিদগৰাকীক শ্ৰদ্ধা যাচিবলৈ বিশাল জনতা সমবেত হৈছিল। তাত কিন্তু কোনো কে'থলিক যাজকক দেখা পোৱা নগ'লেই। দুশ বছৰ ধৰি কেথ'লিক গির্জাই এনে এটি তত্ত্বৰ বিষয়ে তেওঁলোকৰ অনিচ্ছুকভাৱে দুৰ্বল হৈ অহা বিৰুদ্ধমত পোষণ কৰি আহিছিল। অথচ এই সময়ছোৱাৰ প্ৰায় গোটেইখিনিতেই অৰ্হতাসম্পন্ন জ্যোতির্বিদসকলে এই তত্ত্বটো গ্ৰহণ কৰিছিল।

এই কথা ধৰি ল'ব নালাগিব যে আৰম্ভণিতে কেথ'লিকসকলৰ তুলনাত প্ৰটেষ্টাণ্ট্ ধৰ্মতাত্ত্বিকসকল নতুন নতুন তত্ত্ববোৰৰ প্ৰতি বেছি সৌহাৰ্দ্যপূৰ্ণ আছিল। কিন্তু কেইবাটাও কাৰণত সিবিলাকৰ বিৰোধ আছিল কম প্ৰভাৱশালী। প্ৰটেষ্টাণ্ট্ দেশবোৰত গোড়ামি বলবৎ কৰাৰ বাবে কেথ'লিক ন্যায়াধিকৰণৰ নিচিনা ইমান ক্ষমতাশালী সমিতি নাছিল। তদুপৰি ধৰ্মীয় উপসম্প্ৰদায়বোৰৰ বিভিন্নতাই উৎপীড়নৰ প্ৰভাৱশালী ব্যৱস্থাটো কঠিন কৰি তুলিছিল। ধৰ্মীয় যুদ্ধসমূহে এক "ঐক্যবদ্ধ বাহিনী"ক আকাঙ্ক্ষিত কৰি তুলি সেই কঠিনতাৰ মাত্ৰা চৰাইছিল। ১৬১৬ খ্ৰীষ্টাব্দত গেলিলিঅ'ৰ শাস্তি বিধানৰ কথা শুনি ভীতিগ্ৰস্ত হোৱা ডেকাৰ্টে হল্যাণ্ডলৈ পলাইছিল। তাত যদিও ধৰ্মতাত্ত্বিকসকলে তেওঁৰ শাস্তিৰ হকে চিঞৰ-বাখৰ লগাইছিল, চৰকাৰে কিন্তু তাৰ ধৰ্মীয় সহনশীলতাৰ নীতিকে খামুচি ধৰি আছিল। সবোপৰি প্ৰটেষ্টাণ্ট্ গির্জাবোৰ ভ্ৰান্তিহীনতাৰ দাবীৰে সাধাপ্ৰাপ্ত হোৱা নাছিল। ধৰ্মপুথিসমূহ মৌখিকভাৱে প্ৰেৰণালব্ধ বুলি গ্ৰাহ্য কৰা হ'লেও সিবোৰৰ ব্যাখ্যা ব্যক্তিগত বিচাৰৰ বাবে এৰি দিয়া হৈছিল। এনে ব্যক্তিগত বিচাৰে অসুবিধাজনক উক্তিবোৰ গুৰুত্বহীন বুলি ব্যাখ্যা কৰিছিল। যাজকীয় প্ৰাধান্যৰ বিৰুদ্ধে বিদ্ৰোহ হিচাপেই প্ৰটেষ্টাণ্ট্ মতবাদৰ উন্মেষ ঘটিছিল আৰু ই সকলোতে যাজক শ্ৰেণীৰ বিৰুদ্ধে ৰাজনৈতিক কৰ্তৃপক্ষৰ ক্ষমতা বৃদ্ধি কৰিছিল। কোনো সন্দেহ নাই যে যাজক শ্ৰেণীৰ হাতত ক্ষমতা থকা হ'লে ক'পাৰনিকাছীয় তত্ত্বৰ বিস্তাৰত বাধা দিবলৈ তেওঁলোকে সেই ক্ষমতা খটুৱালেহেঁতেন। আনকি সৌ-সিদিনাখন ১৮৭৩ চনতো এক এমেৰিকান লুথাৰীয় শিক্ষকৰ প্ৰশিক্ষণ প্ৰতিষ্ঠানত প্ৰাক্তন মুৰব্বী এজনে চেইণ্ট্ লুই চহৰত জ্যোতির্বিদ্যা বিষয়ক এখন গ্ৰন্থ প্ৰকাশ কৰে, য'ত তেওঁ ব্যাখ্যা কৰিছে এইবুলি যে সত্যৰ সন্ধান কৰিব লাগিব বাইবেলতহে, জ্যোতির্বিদ্যাৰ কিতাপত নহয় আৰু সেই দেখি ক'পাৰ্নিকাছ, গেলিলিঅ', নিউটন আৰু তেওঁলোকৰ উত্তৰসূৰীসকলৰ শিকনি বৰ্জন কৰিব লাগিব। পিছে, পলমকৈ উঠা এই প্ৰতিবাদবোৰ পুতৌজনকভাৱে দুৰ্বল। আজি এই কথা বিশ্বজনীনভাৱে স্বীকৃত হৈছে যে ক'পাৰ্নিকাছীয় প্ৰণালী যদিও চূড়ান্ত নাছিল, তথাপি বৈজ্ঞানিক জ্ঞানৰ বিকাশত ই আছিল এক আৱশ্যকীয় আৰু অতি গুৰুত্বপূৰ্ণ পৰ্যায়।

গেলিলিঅ'ৰ বিৰুদ্ধে ধৰ্মতাত্ত্বিকসকলৰ প্ৰচণ্ডভাৱে ক্ষতিকৰ "বিজয়"ৰ পিছত,

এই ঘটনাটোত প্ৰদৰ্শন কৰা তেওঁলোকৰ আনুষ্ঠানিক বলিষ্ঠতা এৰাই চলাটোৱে তেওঁলোকে বুদ্ধিমানৰ কথা হ'ব যেন পালে। তথাপি যিমান দূৰলৈ সাহসে কুলায় সিমান দূৰলৈকে তেওঁলোকে বিজ্ঞানৰ সৈতে উদ্দেশ্যমূলক অজ্ঞেয়বাদ (obscurantism) ৩ -অক অবিৰতভাৱে সংঘৰ্ষত লিপ্ত কৰাইছিল। ধূমকেতুৰ সম্পৰ্কে তেওঁলোকৰ মনোভাৱৰ জৰিয়তেই এই কথা উদাহৰণ সহকাৰে দেখুৱাব পাৰি, অথচ আধুনিক মনৰ বাবে ই ধৰ্মৰ সৈতে ঘনিষ্ঠভাৱে সম্পৰ্কিত বুলি অনুমান নহয়। সি যি কি নহওক, অপৰিৱৰ্তনীয় হিছাপে অভিপ্ৰেত একমাত্ৰ যৌক্তিক প্ৰণালী আছিল গুণেই মধ্যযুগীয় ধৰ্মতত্ত্বই প্ৰায় সকলো বিষয়তে নিশ্চিত অভিমত দিয়াৰ পৰা বিৰত থাকিব নোৱাৰিছিল আৰু সেই দেখি বিজ্ঞানৰ গোটেইটো সীমাতে যুদ্ধ ব্যস্ত হোৱাৰ এক প্ৰৱণতা সি দেখুৱাইছিল। ধৰ্মতত্ত্ব সুপ্ৰাচীন বাবেই ইয়াৰ বেছিখিনি আছিল সু-সংগঠিত অজ্ঞতা ; ইয়াৰ ভ্ৰান্তিবোৰক ই মাথোঁ দিছিল শুচিতাৰ সুগন্ধ, এক প্ৰবুদ্ধ যুগত যিটো বৰ্তি থকা উচিত নহয়। ধূমকেতুৰ বিষয়ে যাজকসকলৰ মতামতৰ উৎস আছিল দুটা। এহাতে, নীতি-নিয়মৰ শাসন সম্পৰ্কে আমি আজি যিদৰে ধাৰণা কৰোঁ ; সেইদৰে ধাৰণা হোৱা নাছিল। আনহাতে, ধাৰণা কৰা হৈছিল যে পৃথিৱীৰ পাৰিপাৰ্শ্বিকতাৰ উৰ্দ্ধত থকা প্ৰত্যেক বস্তুৱেই অবিনশ্বৰ।

নীতি-নিয়মৰ শাসনৰ কথাৰেই আৰম্ভ কৰা হওক। কেতবোৰ ঘটনা নিয়মিতভাৱেই সংঘটিত হয় বুলি ভবা হৈছিল, যেনে ঃ সূৰ্যোদয় আৰু ঋতুবিলাকৰ অনুক্ৰমণ আৰু আনবোৰ আছিল ইঙ্গিত আৰু আগজাননী, যিয়ে হয় আগন্তুক ঘটনাৰ সূচনা কৰে, নতুবা মানুহক তেওঁলোকৰ পাপৰ অনুশোচনা কৰাৰ বাবে আহ্বান জনায়। গেলিলিঅ'ৰ সময়ৰ পৰাই বিজ্ঞানৰ মানুহে প্ৰাকৃতিক নিয়মবোৰক 'পৰিৱৰ্তন'ৰ নিয়ম বুলিয়ে ধাৰণা কৰি আহিছে। কোনো নিৰ্দিষ্ট পৰিস্থিতিত বস্তুৱে কিদৰে গতি কৰিব, তাকে এই নিয়মসমূহে ক'ব পাৰে আৰু এনেকৈয়ে ভৱিষ্যতে কি ঘটিব, তাৰ গণনা কৰিবলৈ আমাক সমৰ্থবান কৰে। কিন্তু, সিবোৰে চিধা-চিধি এই কথা নকয় যে ইতিমধ্যে যি ঘটিছে, সেয়া ভৱিষ্যতেও ঘটিব। আমি জানো যে বহুকাল ধৰি সূৰ্যটো উদয় হৈ থাকিব। কিন্তু অৱশেষত জোৱাৰ-ভাটাৰ ঘৰ্ষণৰ ফলস্বৰূপে এই উদয় হোৱা কাৰ্যটো বন্ধ হৈ যাব পাৰে। ইয়াৰ অন্তৰালত থাকিব সেই একেবোৰ নিয়মৰে ক্ৰিয়া, যিবোৰেই এতিয়া সূৰ্যোদয় সম্ভৱ কৰি তুলিছে। মধ্যযুগীয় মনৰ বাবে এনে এটি ধাৰণা অতিকৈ কঠিন আছিল ; সেই মনে অবিৰতভাৱে পুনঃ পুনঃ সংঘটনৰ মাজেদি প্ৰকাশ পোৱা প্ৰাকৃতিক নিয়মসমূহহে বুজিব পাৰিছিল। সচৰাচৰ নঘটা অথবা বাৰম্বাৰ নঘটা ঘটনাবোৰ কোনো প্ৰাকৃতিক নিয়মৰ জৰিয়তে সংঘটিত বুলি বিবেচনা নকৰি চিধা ঈশ্বৰৰ ইচ্ছাৰ ওচৰত সমৰ্পণ কৰা হৈছিল।

আকাশত প্ৰায় প্ৰতিটো কথাই আছিল নিয়মিত। এটা সময়ত গ্ৰহণবোৰ ব্যতিক্ৰমী ঘটনা বুলি ভাব হৈছিল আৰু ই উদ্ৰেক কৰিছিল অন্ধবিশ্বাসী আতংকৰ। পিছে বেবিলনীয় পুৰোহিতসকলে তাক নিয়মৰ মাজলৈ আনিলে। সূৰ্য, চন্দ্ৰ, গ্ৰহবোৰ আৰু দৃঢ়বদ্ধ তৰাবোৰে সিহঁতৰ বিষয়ে যি আশা কৰা হয়, তাকে কৰি বছৰৰ পিছত বছৰ চলি থাকিল ; নতুন কোনো নিকায় লক্ষ্য কৰা নহ'ল আৰু পৰিচিতবোৰো পুৰণি হৈ নপৰিল। এতেকে ধাৰণা কৰা হৈছিল যে পৃথিৱীৰ পাৰিপাৰ্শ্বিকতাৰ উৰ্দ্ধত থকা প্ৰতিটো বস্তু ঈশ্বৰৰ দ্বাৰা অভিপ্ৰেত নিখুঁততা সহকাৰে চূড়ান্তভাৱে সৃষ্টি কৰা হৈছে। বিকাশ আৰু অবক্ষয় আমাৰ পৃথিৱীতে সীমাবদ্ধ কৰা হৈছে আৰু ই আমাৰ প্ৰথম পিতা-মাতাৰ পাপৰ ফলত লভা শাস্তিৰে অংশ। সেয়েহে, ক্ষণস্থায়ী উল্কা আৰু ধূমকেতুবোৰ নিশ্চয় পৃথিৱীৰ বাতাবৰণৰ মাজত, চন্দ্ৰৰ তলত, "ঐহিক" বস্তু হিছাপে থাকিব লাগিব। উল্কাৰ বিষয়ে এই ধাৰণাটো শুদ্ধ আছিল ; ধূমকেতুৰ বিষয়ত ই আছিল ভুল।

ধূমকেতুবোৰ যে কিহবাৰ আগজাননীস্বৰূপ আৰু সিবোৰ যে পৃথিৱীৰ বাতাবৰণৰে বস্তু—এই দুটা মত ধৰ্মতাত্ত্বিকসকলে সজোৰে পোষণ কৰিছিল। প্ৰাচীন কালৰে পৰা ধূমকেতুবোৰক সদায়ে বিপৰ্যয়ৰ বাৰ্তাবাহী দূত বুলি গণ্য কৰা হৈ আহিছে। শ্বেইক্সপীয়েৰৰ সাহিত্যত, উদাহৰণ স্বৰূপে "জুলিয়াছ চীজাৰ" আৰু "পঞ্চম হেন্ৰী" নাটকত, এই মত সঁচা বুলি ধৰি লোৱা হৈছে। ১৪৫৫ খ্ৰীষ্টাব্দৰ পৰা ১৪৫৮ খ্ৰীষ্টাব্দলৈ পোপৰূপে অধিষ্ঠিত তৃতীয় কেলিক্সটাচ্ তুৰ্কীসকলে কনষ্টাণ্টিনোপল দখল কৰাত বৰ বিচলিত হৈছিল। তেওঁ এই বিপৰ্যয়ক এটা ডাঙৰ ধূমকেতুৰ আবিৰ্ভাৱৰ সৈতে জড়িত কৰিছিল আৰু লগতে প্ৰাৰ্থনাৰ দিনৰ বাবে আদেশ কৰিছিল যাতে "আসন্ন যি যি দুৰ্যোগ সি খ্ৰীষ্টানৰ পৰা আঁতৰি তুৰ্কীৰ বিৰুদ্ধে যায়" আৰু এই সামূহিক প্ৰাৰ্থনাত এটা সংযোজন কৰা হৈছিল এইবুলি—"হে মহান প্ৰভু, তুৰ্কীসকলৰ পৰা আৰু এই ধূমকেতুটোৰ পৰা আমাক পৰিত্ৰাণ কৰা।" ১৫৩২ চনত ক্ৰেন্‌মাৰে সেই সময়ত দেখা দিয়া এটা ধূমকেতুৰ বিষয়ে অষ্টম হেন্ৰীলৈ লিখোঁতে কৈছিল : "এই ইংগিতবোৰে ভৱিষ্যতে আহিব লগা কি অদ্ভুত ঘটনাৰ তাৎপৰ্য বহন কৰে, তাক ঈশ্বৰেহে জানে : কাৰণ লঘু কালত সিহঁতে দেখা নিদিয়ে, দেখা দিয়ে কোনো ডাঙৰ ঘটনাৰ নিমিত্তিহে।" ১৬৮০ চনত যেতিয়া এটা ব্যতিক্ৰমীভাৱে বিপদ সংকেত দেখুওৱা ধূমকেতুৰ আবিৰ্ভাৱ ঘটিল, এজন প্ৰসিদ্ধ স্কটিশ্ পুৰোহিতে প্ৰশংসনীয় জাতীয় চেতনা সহকাৰে ঘোষণা কৰিছিল যে ধূমকেতুবোৰ হৈছে "আমাৰ পাপৰ ফলত এই দেশৰ ওপৰ হোৱা মহা ন্যায় বিচাৰৰ বিস্ময়, কাৰণ ইয়াৰ আগেয়ে কোনো জাতিয়ে ঈশ্বৰক ইয়াতকৈ বেছি বিতুষ্ট কৰা নাছিল ।" এই ক্ষেত্ৰত হয়তো

নিজৰ অজ্ঞাতে তেওঁ লুথাৰৰ কৰ্তৃত্বকে অনুসৰণ কৰিছিল, যি লুথাৰে ঘোষণা কৰিছিল—"নাস্তিকে লিখে যে প্ৰাকৃতিক কাৰণতে ধূমকেতুৰ আবিৰ্ভাব হয়, কিন্তু ঈশ্বৰে এনে এটা ধূমকেতু সৃজন কৰা নাই যিটোৱে এক নিশ্চিত দুৰ্যোগৰ আগজাননী নিদিয়ে।" কেথ'লিক বিশ্ববিদ্যালয়সমূহত জ্যোতিৰ্বিদ্যাৰ অধ্যাপকসকলে এনে এটি শপত ল'ব লগা হৈছিল, যিটো ধূমকেতু সম্পৰ্কীয় বৈজ্ঞানিক মতৰ সৈতে খাপ নাখায়। ১৬৭৩ চনত ৰোম নগৰীৰ ক্লিমেণ্টাইন কলেজৰ অধি উপাধ্যায় (rector) ফাদাৰ অগাষ্টিন দা এঞ্জেলিছে ধূমকেতু-বিজ্ঞান (meteorology)-অৰ বিষয়ে এখন গ্ৰন্থ প্ৰকাশ কৰে। তাত তেওঁ কৈছে যে, "ধূমকেতুবোৰ আকাশৰ বস্তু নহয়, চন্দ্ৰৰ তলত পৃথিৱীৰ পাৰিপাৰ্শ্বিকতাত সিহঁতৰ উৎপত্তি, কাৰণ প্ৰত্যেক আকাশী বস্তুৱেই চিৰন্তন আৰু অপ্ৰমাদী। কিন্তু ধূমকেতুৰ আছে এক আৰম্ভণি আৰু সমাপ্তি সেইবাবেই ই আকাশী নিকায় হ'ব নোৱাৰে।" এইখিনি কোৱা হৈছিল টাইকো ব্ৰেইহৰ কথা মিছা প্ৰতিপন্ন কৰাৰ উদ্দেশ্যে, যিজন টাইকো ব্ৰেইহে পৰৱৰ্তী সময়ত কেপ্‌লাৰৰ সমৰ্থনেৰে ১৫৭৭ চনৰ ধূমকেতুটো যে চন্দ্ৰৰ ওপৰত আছিল—সেই বিশ্বাসৰ সপক্ষে প্ৰচুৰ যুক্তি আগবঢ়াইছিল। ফাদাৰ অগাষ্টিনে ধূমকেতুৰ অস্থিৰ গতিৰ কাৰণ দৰ্শাইছে এইবুলি ধৰি লৈ যে সেই গতিৰ সৃষ্টি হৈছে তাৰ বাবে ঈশ্বৰৰ দ্বাৰা নিয়োজিত দেৱদূতসকলৰ দ্বাৰা।

১৬৮২ খ্ৰীষ্টাব্দত যেতিয়া হেলীৰ ধূমকেতু আবিৰ্ভূত হয় আৰু এই আবিৰ্ভাৱে পোন প্ৰথমবাৰৰ বাবে তাৰ কক্ষপথৰ গণনা সম্ভৱ কৰি তোলে, তেতিয়া ৰাল্‌ফ্ থৰ্ছ্‌বি, এফ. আৰ. এছ .— অৰ দিনলিপিৰ এটা প্ৰৱিষ্টিয়ে তাৰ আপোচকামী মেজাজেৰে বেছ ব্ৰিটিছ চৰিত্ৰ প্ৰদৰ্শন কৰে। থৰ্ছ্‌বিয়ে লিখিছে ঃ "প্ৰভু, যি পৰিবৰ্তনৰ ই সূচনা কৰিছে, সেই পৰিবৰ্তনৰ বাবে আমাক উপযুক্ত কৰি তোলা ; কাৰণ, এই ধূমকেতুবোৰ যে প্ৰাকৃতিক কাৰণৰ পৰাই সৃষ্টি হৈছে, সেই কথা যদিও মই নজনা নহয়, তথাপি কিন্তু সিহঁত প্ৰায়েই প্ৰাকৃতিক দুৰ্যোগৰ আগজাননী হয়।"

ধূমকেতু যে নিয়মৰ অধীন আৰু সিহঁত যে পৃথিৱীৰ পাৰিপাৰ্শ্বিকতাৰ বস্তু নহয়, তাৰ চূড়ান্ত প্ৰমাণ সম্ভৱ হৈছে তিনিজন মানুহৰ বাবে। ডোৱাৰ্ফেল নামৰ এজন চুইছ্ লোকে দেখুৱাইছিল যে ১৬৮০ খ্ৰীষ্টাব্দৰ ধূমকেতুটোৰ কক্ষপথ আছিল মোটা-মুটি এক অধিবৃত্ত ; হেলীয়ে দেখুৱাইছিল যে ১০৬৬ চনত আৰু কনষ্টাণ্টিনোপলৰ পতনৰ সময়ত আতঙ্কৰ সৃষ্টি কৰা আৰু ১৬৮২ খ্ৰীষ্টাব্দতো আবিৰ্ভাব হোৱা ধূমকেতুটোৰ (তেতিয়াৰ পৰা তেওঁৰ নামেৰে জনাজাত) এনে এটি কক্ষপথ আছে, যিটো বৰ দীঘলীয়া এক উপবৃত্ত আৰু যাৰ প্ৰদক্ষিণকাল প্ৰায় ছয়সত্তৰ বছৰ ; আৰু ১৬৮৭ চনত নিউটনৰ "প্ৰিন্সিপিয়া" গ্ৰন্থই দেখুৱালে যে মহাকৰ্ষণৰ সূত্ৰই গ্ৰহবোৰৰ

গতিৰ ব্যাখ্যা কৰাৰ নিচিনাকৈ ধূমকেতুৰ গতিৰো সন্তোষজনক ব্যাখ্যা দাঙি ধৰে। ভৱিষ্যতৰ আগজাননী বিচৰা ধৰ্মতাত্ত্বিকসকল ভূঁইকঁপ আৰু উদ্গীৰণৰ আশ্ৰয় ল'ব লগা হ'ল। কিন্তু এইবোৰ জ্যোতিৰ্বিদ্যাৰ অন্তৰ্গত নহয়, অন্য এক বিজ্ঞানৰ অৰ্থাৎ ভূতত্ত্বৰ অন্তৰ্গত। এই ভূতত্ত্বৰ বিকাশ হৈছিল পৰৱৰ্তী সময়ত আৰু এক অজ্ঞ যুগৰ পৰা উত্তৰাধিকাৰ সূত্ৰে অহা মতান্ধতাবোৰৰ বিৰুদ্ধে ইয়াৰো আছিল নিজস্ব, পৃথক যুদ্ধ।



# তৃতীয় অধ্যায়
# বিবৰ্তন

বিজ্ঞানৰ শাখাসমূহ এনে এক ক্ৰমত বিকশিত হৈছে, যাৰ ওলোটা ক্ৰমটোও আশা কৰিব পৰা গ'লহেঁতেন। আমাৰ পৰা আটাইতকৈ দূৰৱৰ্তী বস্তুবোৰকে সৰ্বপ্ৰথমে নিয়মৰ শাসনলৈ অনা হ'ল আৰু তাৰ পিছত ক্ৰমাগতভাৱে অনা হ'ল বেছি কাষৰীয়া বস্তুবোৰ : প্ৰথমে আকাশ, তাৰ পিছৰ পৃথিৱী, তাৰ পিছত প্ৰাণী আৰু উদ্ভিদ জীৱন, তাৰ পিছত মানব শৰীৰ আৰু সদৌশেষত (এতিয়াও বৰ ত্ৰুটিপূৰ্ণভাৱে) মানব মন। ইয়াত ব্যাখ্যা কৰিব নোৱৰা একো নাই। খুটি নাটিৰ সৈতে সুপৰিচয়ে ব্যাপক সাধাৰণ নিয়মবোৰ লক্ষ্য কৰাটো কঠিন কৰি তোলে। ৰোমান ৰাস্তাবোৰৰ ৰূপৰেখা উৰাজাহাজৰ পৰা চিহ্নিত কৰাটো মাটিৰ পৰা কৰাতকৈ বেছি সহজ। এজন মানুহে কি কাম কৰিব পাৰে, সেই কথা তেওঁৰ নিজতকৈও তেওঁৰ বন্ধুসকলে বেছি ভালদৰে জানে ; কথা-বতৰাৰ কোনো এটা পাকত, তেওঁলোকে তেওঁৰ প্ৰিয় কোনোবা এটা আমোদজনক কাহিনী (anecdote)-ৰ অস্বস্তিকৰ অনিবাৰ্যতাৰ পূৰ্বাভাস দেখা পায়। অথচ তেওঁ নিজে কিন্তু কোনোমতেই নিয়মাধীন নোহোৱা স্বতঃস্ফূৰ্ত অনুভূতি অনুসাৰেই কাম কৰা যেন পায়। বিজ্ঞানে বিচাৰে সাধাৰণীকৃত ধৰণৰ জ্ঞান ; ঘনিষ্ঠ অভিজ্ঞতাৰ পৰা উৎপন্ন বিস্তৃত পৰিচয় তাৰ আটাইতকৈ সহজ উৎস নহয়। মাথোঁ সৰল প্ৰাকৃতিক নিয়মবোৰৰ আবিষ্কাৰেই নহয়, জগতৰ ক্ৰমবিকাশৰ মতবাদো (আমি যিদৰে জানো) জ্যোতিৰ্বিদ্যাতে আৰম্ভ হৈছে। ইয়াৰে প্ৰথমটোতকৈ পিছৰটো এটা কথাত বেলেগ—পিছৰটোৰ আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰয়োগ ঘটিছে আমাৰ এই গ্ৰহটোত জীৱৰ বিকাশৰ লগত সম্পৰ্কিত ক্ষেত্ৰতহে। আমি সদ্যহতে বিবেচনা কৰিব লগা বিবৰ্তনৰ মতবাদটোৱো যদিও জ্যোতিৰ্বিদাতে আৰম্ভণি হৈছে, তথাপি ভূবিদ্যা আৰু জীৱবিদ্যাতহে সি অধিক বৈজ্ঞানিক গুৰুত্বৰ পাত্ৰ। এই দুই বিজ্ঞানতো সি এনে ধৰ্মতত্ত্বীয় উগ্ৰমতৰ বিৰুদ্ধে যুঁজিবলগীয়া হৈছে, যি উগ্ৰমত ক'পাৰ্ণিকাছীয় প্ৰণালীৰ বিজয়ৰ পিছত জ্যোতিৰ্বিদ্যাৰ বিৰুদ্ধে চলোৱা উগ্ৰমতৰ তুলনাত অধিক আমঠ।

আনুক্ৰমিক বৃদ্ধি আৰু বিকাশ সম্পৰ্কীয় বিশ্বাসটো যে কিমান সাম্প্ৰতিক, আধুনিক মনৰ বাবে সেই কথা উপলব্ধি কৰাটো কঠিন। দৰাচলতে ই প্ৰায় সম্পূৰ্ণৰূপে নিউটনৰ পিছত বস্তু। পৰম্পৰাগত মত অনুসাৰে জগতখন ছয় দিনত

সৃষ্টি কৰা হৈছে আৰু আজিও থকা আকাশী নিকায়সমূহ, সকলো ধৰণৰ প্ৰাণী আৰু উদ্ভিদসমূহ আৰু লগতে মহাপ্লাৱনত[৪] উপান্ত হোৱা আন কেতবোৰ জীৱ সেই সময়ৰ পৰাই এই জগতত আছে। বেছিভাগ ধৰ্মতাত্ত্বিকে আজিও বিৰুদ্ধাচৰণ কৰা প্ৰগতি বিশ্বব্ৰহ্মাণ্ডৰ নিয়ম হোৱাৰ সলনি, মানৱৰ পতন (Fall)-অৰ সময়ত বহু বিপৰ্যয়ৰ এক ভয়াবহ সন্মিলন ঘটিছিল—এয়ে আছিল সকলো খ্ৰীষ্টানৰ বিশ্বাস। আদম আৰু ঈভক ঈশ্বৰে এডাল নিৰ্দিষ্ট গছৰ ফল খাবলৈ মানা কৰিছিল, কিন্তু তথাপি তেওঁলোকে সেয়া খাইছিল। ইয়াৰ ফলস্বৰূপে ঈশ্বৰে ৰায় দিছিল এইবুলি যে তেওঁলোক আৰু তেওঁলোকৰ সমস্ত উত্তৰ পুৰুষ মৰণশীল হ'ব লাগিব আৰু আনকি তেওঁলোকৰ সবাতোকৈ পিছৰ বংশধৰসকলেও মৃত্যুৰ পিছত নৰকৰ চিৰন্তন শাস্তি ভোগ কৰিব লাগিব। অৱশ্যে, এই ক্ষেত্ৰত কেতবোৰ বংশধৰ ব্যতিক্ৰম হ'ব। তেওঁলোকক এনে এটি আঁচনিৰে নিৰ্বাচিত কৰা হ'ব, যিটো আঁচনিক লৈ বহু বিতৰ্ক আছে। আদমৰ পাপৰ মুহূৰ্তৰ পৰাই প্ৰাণীবোৰে ইটিয়ে সিটিক চিকাৰ কৰি খাব ধৰিলে, কাঁইটীয়া গছ আৰু কাঁইট গাজি উঠিল, ঋতুবোৰৰ প্ৰভেদ আৰম্ভ হৈ গ'ল আৰু মাটিও এনেদৰে অভিশপ্ত হৈ পৰিল যে মানুহৰ কষ্টকৰ শ্ৰমৰ ফল হিচাপে দিয়াৰ বাহিৰে আন ধৰণে ই আৰু মানুহক খাদ্য নিদিয়া হৈ পৰিল। লগে লগে মানুহ ইমান পাপিষ্ঠ হৈ পৰিল যে নোৱা, তেওঁৰ তিনি পুত্ৰ আৰু তেওঁৰ পত্নীসকলক বাদ দি আন সকলোৰেই মহাপ্লাৱনত জাহ গ'ল। তেতিয়াৰে পৰা মানুহ যে বেছি ভাল হৈ আহিছে, সেই কথা ভবা হোৱা নাছিল, কিন্তু ভবা হৈছিল যে ঈশ্বৰে অন্য এক বিশ্বজনীন প্লাৱন নপঠিওৱাৰ প্ৰতিশ্ৰুতি দিছিল আৰু সম্প্ৰতি তেৰাহ সময়ে সময়ে উদ্‌গীৰণ আৰু ভূমিকম্পতেই নিজকে সন্তুষ্ট ৰাখে।

আমি বুজিব লাগিব যে এই আটাইবোৰকেই বাইবেলত বৰ্ণিত অথবা বাইবেলৰ বৰ্ণনাৰ পৰা উলিয়াই ল'ব পৰা আক্ষৰিক, ঐতিহাসিক সত্য বুলি ধৰা হৈছিল। বাইবেলৰ "জীৱৰ উৎপত্তি" (Genesis) শীৰ্ষক অধ্যায়ত থকা বংশলতাৰ পৰা বিশ্বসৃজনৰ তাৰিখ সম্পৰ্কে সিদ্ধান্ত কৰিব পাৰি। এই অধ্যায়ে প্ৰতিজন মুখীয়া তেওঁৰ বৰপুত্ৰৰ জন্মৰ সময়ত কিমান বয়সীয়া আছিল, সেই কথা বৰ্ণাইছে। অৱশ্যে, গ্ৰীক (Septuagint) আৰু হিব্ৰু পাঠৰ মাজত থকা কেতবোৰ প্ৰভেদ আৰু কেতবোৰ দ্ব্যৰ্থকতাৰ বাবে কিছু পৰিমাণৰ বিতৰ্ক এই ক্ষেত্ৰত অনুমোদেয় আছিল। কিন্তু সদৌ শেষত আৰ্চবিছপ উশাৰে নিৰ্ধাৰিত কৰা খ্ৰীষ্টপূৰ্ব ৪০০৪ কে প্ৰটেষ্টাণ্ট খ্ৰীষ্ট জগতে সামূহিকভাৱে গ্ৰহণ কৰিছিল। কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ৰ উপাধ্যক্ষ ড° লাইটফুটে বিশ্ব সৃষ্টিৰ এই তাৰিখটো গ্ৰহণ কৰিছিল আৰু ভাবিছিল যে জেনেছিছৰ এক সাৱধানী অধ্যয়নে আৰু বেছি সঠিকতা সম্ভৱ কৰিব পাৰে। তেওঁৰ মতে মনুষ্য

সৃষ্টি সংঘটিত হৈছে অক্টোবৰৰ ২৩ তাৰিখৰ ৰাতিপুৱা ৯ বজাত। যি কি নহওক, এয়া কোনো দিনে ঈশ্বৰ বিশ্বাসৰ সৈতে জড়িত বিষয় নহয়; নাস্তিকতাৰ বিপদ মূৰ পাতি নোলোৱাকৈয়ে আপুনি বিশ্বাস কৰিব পাৰিলেহেঁতেন যে আদম আৰু ঈভৰ জন্ম হৈছে ষোল অক্টোবৰ অথবা ত্ৰিশ অক্টোবৰ তাৰিখে যদিহে আপোনাৰ যুক্তিবোৰ জেনেছিছৰ পৰাই সংশ্লেষিত হয়। অৱশ্যে যিহেতু ঈশ্বৰে জিৰণি লৈছিল শনিবাৰে, এতেকে সপ্তাহৰ মানুহ সৃষ্টি হোৱা দিনটো শুক্ৰবাৰ বুলি জনা হৈছিল।

এই সংকীর্ণ সজ্জাৰ ভিতৰতে বিজ্ঞানে নিজকে সীমিত ৰাখিব বুলি আশা কৰা হৈছিল; যিসকলে ভাবিছিল যে দৃশ্যমান জগতৰ অস্তিত্বৰ বাবে ছয় হেজাৰ বছৰ অতি কম সময়, তেওঁলোকক নিন্দাৰ পাত্ৰ কৰা হৈছিল। এতিয়া আৰু তেওঁলোকক পুৰিমৰা অথবা কাৰাগাৰত ভৰোৱা সম্ভৱ নাছিল, কিন্তু ধৰ্মতাত্ত্বিকসকলে তেওঁলোকৰ জীৱন অসুখী কৰাৰ কাৰণে আৰু তেওঁলোকৰ মতবাদৰ বিস্তাৰত বাধা দিয়াৰ কাৰণে সম্ভৱপৰ সকলোখিনি কৰিছিল।

কপাৰ্নিকাছীয় প্ৰণালী গ্ৰহণ কৰিলেও নিউটনৰ কমেই ধৰ্মীয় গোড়ামিক জোঁকাৰি দিয়াকৈ একো কৰা নাছিল। তেওঁ নিজেই আছিল এগৰাকী গভীৰভাৱে ধৰ্মিষ্ঠ লোক আৰু বাইবেলৰ মৌখিক প্ৰেৰণা (Verbal Inspiration) ত বিশ্বাসী। তেওঁৰ বিশ্বজগতখন এখন বিকাশ জড়িত বিশ্ব নাছিল আৰু তেওঁৰ সমগ্ৰ শিকনি সত্ত্বেও তেওঁৰ বিশ্বৰ আটাইখিনি একেলগে সম্ভূত হ'ব পাৰিলেহেঁতেন। গ্ৰহবোৰৰ যি স্পৰ্শকীয় বেগে সিহঁতক সূৰ্যৰ বুকুত সৰি পৰাৰ পৰা বিৰত কৰে, তাৰ কাৰণ দৰ্শাবলৈ গৈ তেওঁ ধৰি লৈছিল যে আৰম্ভণিতে ঈশ্বৰৰ হাতেই সিহঁতক দলি মাৰি দিছিল; তাৰ পিছৰে পৰা যি ঘটিল তাৰ ব্যাখ্যা মহাকৰ্ষণৰ সূত্ৰৰ জৰিয়তে কৰা হৈছিল। এই কথা সত্য যে বেণ্টলিলৈ লিখা এখন ব্যক্তিগত চিঠিত নিউটনে এনে এটা উপায়ৰ ইংগিত দিছিল যি উপায়েৰে আদিম সময়ত পদাৰ্থৰ প্ৰায় সুষম বিতৰণৰ যোগেদি সৌৰজগতৰ বিকাশ হ'ব পাৰিলেহেঁতেন। কিন্তু তেওঁৰ ৰাজহুৱা আৰু আনুষ্ঠানিক বিবৃতিবোৰক হিচাপত ধৰি ক'বলৈ হ'লে তেওঁ যেন আমি আজি দেখা সূৰ্য আৰু গ্ৰহবোৰৰ আকস্মিক সৃষ্টিৰ ধাৰণাটো পছন্দ কৰিছিল আৰু জগতে মহাজাগতিক বিবৰ্তনৰ বাবে কোনো সুৰুঙা ৰখা নাছিল, তেনে ভাব হয়।

ওঠৰ শতিকাই ইয়াৰ বিশেষ ধৰণৰ ধাৰ্মিকতা নিউটনৰ পৰাই আহৰণ কৰিছে। ধাৰ্মিকতাৰ এই ধাৰণাত সাধাৰণভাৱে ঈশ্বৰে নিয়ামকৰূপে দেখা দিলে। তেওঁ প্ৰথমে বিশ্বখন সৃষ্টি কৰিলে আৰু তাৰ পিছত পৰৱৰ্তী সকলো ঘটনাকে তেওঁৰ বিশেষ হস্তক্ষেপৰ দৰকাৰ অবিহনেই নিৰ্ধাৰিত কৰিব পৰা নিয়মসমূহে সৃষ্টি কৰিলে।

ৰক্ষণশীলসকলে ব্যতিক্ৰমৰ অনুমোদন জনাইছিলঃ ধৰ্মৰ সৈতে জড়িত আছিল কেতবোৰ ব্যাখ্যাতীত ঘটনা (miracle)। অব্যক্ত ঈশ্বৰবাদী (deist)[৫]-ৰ মতে ব্যতিক্ৰমহীনভাৱে সকলো কথাই প্ৰাকৃতিক নিয়মৰ দ্বাৰাই নিয়ন্ত্ৰিত হয়। পোপৰ Eassy on man নামৰ গ্ৰন্থত এই দুয়োটা মতেই পোৱা যায়। যেনে একেটা কবিতাংশতে তেওঁ কৈছে ঃ

"সৃষ্টিৰ মহাশক্তি প্ৰথম কাৰণ
নিলগাই পক্ষপাত তেওঁ, অনুসৰে নীতি সাধাৰণ ;
নিতান্ত তুচ্ছ হেৰ-ফেৰ।"

[The first Almighty cause
Acts not by partial, but by gen'ral laws ,
The exceptions pen.]

পিছে, ৰক্ষণশীলতাৰ চাহিদা পাহৰিলত ব্যতিক্ৰম অদৃশ্য হৈ পৰিল ঃ

নিসৰ্গ-শৃংখলৰ দশম অথবা অযুততম জোৰাত একেদৰে শৃংখল ভাঙি যাব, কৰিলে আঘাত। প্ৰতি এক প্ৰণালীয়ে খলপা খলপা হৈ যদিও চলিছে, এৰাব নোৱাৰি কাকো সামূহিক বিস্ময় সিয়েই গঢ়িছে। সৰু এটি বেমেজালি, এটাক নোছোৱে জানা ছোৱে-সমূহক সমুদায় সৰি পৰে, পৰে যদি সৰি ভাই প্ৰণালী একক। সন্তুলন হেৰুৱাই কক্ষচ্যুত হ'ব দিয়া ধৰাক আমাৰ, নীতি ছিঙি লৰ দিব গ্ৰহ আৰু তৰাবোৰে আকাশী হিয়াৰ ; দেৱদূত শাসকক ঠেলা মাৰি দিয়াচোন কন্দুকৰ পৰা, বিধ্বংস হ'ব পৰি জীৱৰ ওপৰে জীৱ, ধৰাৰ ওপৰে ধৰা ; স্বৰ্গৰ সমগ্ৰ আধাৰে জানা কেন্দ্ৰলৈ মূৰ দুপিয়াব, ঈশ্বৰৰ আসন অৱধি জানা প্ৰকৃতিৰ জগত কঁপিব!

[From Nature's chain whatever link you strike / Tenth, or ten thousandth, breaks the chain alike / And if each system in gradation roll / Alike essential to th' amazing whole, The least confusion not in one, but all / That system only, but the whole must fall / Let earth unbalance'd from her orbit fly / Planets and suns run lawless through the sky / Let ruling angels from their spheres be hurl'd / Being on being wreck'd and world on world / Heav'n's whole foundations to their centre nod / And Nature tremble, to the throne of God!]

ৰাণী এনৰ সময়ত যাক নিয়মৰ শাসন (The Reign of Law) বোলা হৈছে, সি দুটা কথাৰ সৈতে জড়িত আছিল। এটা হৈছে ৰাজনৈতিক সুস্থিৰতা আৰু

আনটো হৈছে বিপ্লৱৰ যুগ অতীত হৈ যোৱা বুলি থকা বিশ্বাস। মানুহে যেতিয়া পৰিবৰ্তনৰ আকাঙ্ক্ষা কৰিবলৈ পুনৰ আৰম্ভ কৰিলে, তেওঁলোকৰ প্ৰাকৃতিক নিয়মৰ ক্ৰিয়া সম্পৰ্কীয় ধাৰণাৰ স্থিতিশীলতা কমি গ'ল।

সূৰ্য, গ্ৰহবোৰ আৰু নক্ষত্ৰবোৰৰ বিকাশ সম্পৰ্কে এটি বৈজ্ঞানিক-তত্ত্ব নিৰ্মাণ কৰাৰ বাবে প্ৰথমটো গুৰুত্বপূৰ্ণ প্ৰচেষ্টা চলায় কাণ্টে ১৭৫৫ খ্ৰীষ্টাব্দত এখন গ্ৰন্থৰ যোগেদি। গ্ৰন্থখনিৰ নাম "সাধাৰণ প্ৰাকৃতিক ইতিহাস আৰু আকাশৰ তত্ত্ব, বা বিশ্বব্ৰহ্মাণ্ডৰ সামগ্ৰিক গঠনৰ সংৰচনা আৰু যান্ত্ৰিক উৎপত্তিৰ সম্পৰ্কে নিউটনীয় নীতি অনুসাৰে চলোৱা অনুসন্ধান" (General Natural History and theory of the Heavens, Or Investigation of the constitution and mechaincal origin of the whole structure of the Universe, teated according to Newtonian Principles ) ই এক অতি স্মৰণীয় কৰ্ম আৰু কেতবোৰ বিষয়ত ই আধুনিক জ্যোতিৰ্বিদ্যাৰ ফলাফলসমূহৰ আগতীয়া প্ৰত্যাশা বহন কৰিছিল। এই ঘোষণাৰে ই আৰম্ভ হৈছে যে খালী চকুৰ ওচৰত দৃশ্যমান আটাইবোৰ তৰা এটা প্ৰণালীৰ ভিতৰুৱা আৰু সেয়া হৈছে হাতীপটি অথবা তাৰকাৰাজ্যৰ প্ৰণালী। এই আটাইবোৰ তৰা প্ৰায় এখন সমতলতে থাকে আৰু কাণ্টে ইঙ্গিত কৰিছে যে সিহঁতৰ মাজত এনে এক ঐক্য আছে, যিটো সৌৰজগতৰ ঐক্যতকৈ বেলেগ নহয়। বিস্ময়কৰ কল্পনাসুলভ অন্তৰ্দৃষ্টিৰে নীহাৰিকাক তেওঁ অতিশয় দূৰৱৰ্তী অথচ একে ধৰণৰ অন্য নক্ষত্ৰ থূপ বুলি গণ্য কৰিছিল। আজি এই মত বিশ্বজনীনভাৱে গ্ৰাহ্য হৈছে। তেওঁৰ এই মতবাদ আছিল যাৰ অংশবিশেষ গাণিতিকভাৱে ধাৰণযোগ্য নহয়, যদিও থূল-মূলভাৱে ই পৰৱৰ্তী সময়ৰ অনুসন্ধানৰ পথতে আছিল। এই মতবাদমতে নীহাৰিকা, তাৰকাৰাজ্য, তৰাবোৰ, গ্ৰহবোৰ আৰু উপগ্ৰহবোৰ আটাইৰে উৎপত্তি হৈছে আৰম্ভণিতে সিঁচৰতি হৈ থকা পদাৰ্থৰ ঘনীভৱনৰ যোগেদি ; ঘটনাক্ৰমে যিবোৰ স্থানত আন স্থানৰ তুলনাত ঘনত্ব বেছি আছিল, তেনেবোৰ স্থানতে এই ঘনীভৱনৰ ঘটনা ঘটিছিল। তেওঁৰ বিশ্বাস আছিল যে বস্তুগত জগতখন সীমাহীন আৰু তেওঁ কৈছে যে এই মতটোৱেই সৃষ্টিকৰ্তাৰ অসীমতাৰ উপযুক্ত। তেওঁ ভাবিছে যে বিশৃংখলাৰ পৰা সংগঠনলৈ আছে এক আনুক্ৰমিক সঞ্চৰণ, বিশ্বব্ৰহ্মাণ্ডৰ মহাকৰ্ষণৰ কেন্দ্ৰত আৰম্ভ হৈ যিয়ে ধীৰে ধীৰে এই বিন্দুৰ পৰা বহিৰ্মুখে অতি দূৰৱৰ্তী স্থানবোৰলৈ প্ৰসাৰ লাভ কৰে। ই এনে এক প্ৰক্ৰিয়া, য'ত জড়িত হয় অসীম স্থান আৰু যাৰ বাবে প্ৰয়োজন হয় অসীম সময়ৰ।

দুটা কথাই এই গ্ৰন্থখনক তাৎপৰ্যপূৰ্ণ কৰি তুলিছে ঃ এহাতে আছে সামগ্ৰিকভাৱে এক বস্তুগত বিশ্বব্ৰহ্মাণ্ডৰ ধাৰণা, তাৰকা ৰাজ্য আৰু নীহাৰিকা যি বিশ্বব্ৰহ্মাণ্ডৰ

সাংগঠনিক একক আৰু আনহাতে আছে স্থান (Space) -অৰ সৰ্বত্ৰতে পদাৰ্থৰ প্ৰায় প্ৰভেদহীন, প্ৰাথমিক বিতৰণৰ পৰা আনুক্ৰমিক বিকাশৰ ধাৰণা। আকস্মিক সৃজনৰ ঠাইত বিবৰ্তনক প্ৰতিষ্ঠাপিত কৰা এইটোৱেই প্ৰথম গুৰুত্বপূৰ্ণ প্ৰচেষ্টা। এই নতুন দৃষ্টিভংগীটো যে প্ৰথম পৃথিবীৰ জীৱৰ সৈতে জড়িত হোৱাৰ সলনি আকাশ সম্পৰ্কীয় এটি তত্ত্বতহে দেখা দিলে, সেই কথা লক্ষ্য কৰাটো আমোদৰ বিষয়।

যা হওক, বিভিন্ন কাৰণত কাণ্টৰ কৰ্মই দৃষ্টি আকৰ্ষণ নকৰিলেই। ইয়াৰ প্ৰকাশৰ সময়ত তেওঁ এজন যুৱক হৈয়ে আছিল (একত্ৰিশ বছৰ বয়সীয়া) আৰু এই পৰ্যন্ত কোনো বিশেষ প্ৰসিদ্ধি লাভ কৰা নাছিল। তেওঁ আছিল এজন দাৰ্শনিক ; পেছাদাৰী গণিতজ্ঞ অথবা পদাৰ্থবিদ নাছিল আৰু স্বতন্ত্ৰ প্ৰণালী এটাই তাৰ আগতে নথকা ঘূৰ্ণন আহৰণ কৰিব পাৰে বুলি তেওঁ ধৰি লোৱাটোতে তেওঁৰ গতিবিজ্ঞানৰ অৰ্হতাৰ অভাৱ থকা কথাটো ওলাই পৰিছিল। তদুপৰি, তেওঁৰ মতবাদৰ কেতবোৰ অংশ আছিল একেবাৰেই আচহুৱা। উদাহৰণস্বৰূপে, তেওঁ ভাবিছিল যে গ্ৰহবোৰৰ বাসিন্দাসকল সূৰ্যৰ পৰা যিমানে দূৰত থাকিব, সিমানে বেছি ভাল হ'ব। এই মতক মানৱ জাতিৰ প্ৰতি তাৰ বিনয়ৰ বাবে প্ৰশংসা কৰিব লগা হ'লেও বিজ্ঞানৰ জ্ঞাত কোনো ধাৰণাই তাক সমৰ্থন নকৰে। এইবোৰ কাৰণতে, লাপ্লেচে এক সদৃশ আৰু বেছি বৃত্তিগত অৰ্হতাসম্পন্ন তত্ত্বৰ বিকাশ নঘটোৱা পৰ্যন্ত কাণ্টৰ কৰ্ম প্ৰায় অলক্ষিতেই ৰৈ গৈছিল।

লাপ্লেচৰ প্ৰসিদ্ধ নীহাৰিকা প্ৰকল্প প্ৰথমে প্ৰকাশিত হৈছিল ১৭৯৬ খ্ৰীষ্টাব্দত তেওঁৰ "Exposition du Systeme du monde" শীৰ্ষক গ্ৰন্থত। কাণ্টে যে উল্লেখযোগ্য মাত্ৰাতে এই প্ৰকল্পৰ আগতীয়া ধাৰণা এটা লৈছিল, সেই কথা দেখদেখকৈয়ে এই পৃথিৱ সম্পূৰ্ণ অজ্ঞাত। লাপ্লেচে ইয়াক এটা প্ৰকল্পতকৈ বেছি কিবা বুলি নাভাবিছিল। ইয়াক এটি টোকাত তেওঁ আগবঢ়াইছে "সেই অবিশ্বাসৰ সৈতে, যি অবিশ্বাসক পৰ্যবেক্ষণ বা গণনাৰ ফল হিছাপে নোলোৱা যি কোনো কথায়ে জন্ম দিব।"

কিন্তু, এতিয়া আওপুৰণি হৈ গৈছে যদিও এই প্ৰকল্পই এটা শতাব্দীজুৰি মানুহৰ চিন্তা-চৰ্চাক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। তেওঁৰ ধাৰণামতে, সূৰ্য আৰু গ্ৰহবোৰক লৈ বৰ্তমানৰ যিটো প্ৰণালী, সেয়া আদিতে আছিল এটা বিক্ষিপ্ত নীহাৰিকা ; ক্ৰমশঃ ই সংকুচিত হৈ আহিল আৰু ফলত ক্ষিপ্ৰতৰ গতিত ঘূৰিব ধৰিলে ; অপকেন্দ্ৰিক বলৰ প্ৰভাৱত ইয়াৰ পৰা কেতবোৰ পিণ্ড ছিটিকি পৰিল, যিবোৰ গ্ৰহত পৰিণত হ'ল ; আৰু একে প্ৰক্ৰিয়াই পুনৰাবৃত্ত হৈ গ্ৰহবিলাকৰ উপগ্ৰহসমূহৰ জন্ম দিলে। তেওঁ আছিল ফৰাচী বিপ্লৱৰ যুগৰ বাসিন্দা। কাজেই তেওঁ আছিল মুক্ত চিন্তাবিদ আৰু

"বিশ্বস্ৰজন"ৰ ধাৰণা তেওঁ সম্পূৰ্ণৰূপে পৰিহাৰ কৰিছিল। এক স্বৰ্গীয় সম্ৰাটে পৃথিৱীৰ সম্ৰাটসকলৰ প্ৰতিও শ্ৰদ্ধা অনুপ্ৰাণিত কৰে বুলি বিশ্বাস পোষণ কৰা নাপলিয়ঁ (Napoleon) ই যেতিয়া মন্তব্য দিলে যে আকাশী গতিবিদ্যা (Celestial Mechanics) সম্পৰ্কীয় লাপ্লেচৰ মহাগ্ৰন্থত ঈশ্বৰৰ কোনো উল্লেখ নাই, তেতিয়া জ্যোতিৰ্বিদ্যাগৰাকীয়ে উত্তৰ দিছিল ঃ "মহাশয়, সেই কল্পিত-তত্ত্ব (hypothesis)-ৰ মোৰ কোনো আৱশ্যক নাই।" ধৰ্মতত্ত্বীয় জগতখনে অৱশ্যে কষ্ট পাইছিল, কিন্তু নাস্তিকতাবাদ আৰু বিপ্লৱী ফ্ৰান্সৰ সাৰ্বজনীন পাপিষ্ঠতাৰ প্ৰতি থকা তাৰ আতঙ্কৰ মাজতে লাপ্লেচৰ প্ৰতি থকা তাৰ ঘৃণাভাৱো দ্ৰবীভূত হৈ পৰিছিল আৰু যি কোনো পৰিস্থিতিতে জ্যোতিৰ্বিদসকলৰ বিৰুদ্ধে যুদ্ধ হঠকাৰী বুলি প্ৰমাণিত হৈছিল।

ভূবিদ্যাৰ ক্ষেত্ৰত বৈজ্ঞানিক দৃষ্টিভংগীৰ বিকাশ একফালেদি জ্যোতিৰ্বিদ্যাত তেনে বিকাশৰ বিপৰীত আছিল। জ্যোতিৰ্বিদ্যাত, আকাশী নিকায়সমূহ অপৰিৱৰ্তিত বুলি থকা বিশ্বাসে সিহঁতৰ ক্ৰমিক বিকাশ সম্বন্ধীয় তত্ত্বক স্থান এৰি দিলে। কিন্তু, ভূবিদ্যাত, ক্ষিপ্ৰ আৰু প্ৰলয়ংকাৰী পৰিৱৰ্তন জড়িত এটি পূৰ্ববৰ্তী যুগ আছিল বুলি থকা বিশ্বাসক বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে অনুসৰণ কৰিলে এনে এটি অন্য বিশ্বাসে যি অনুসাৰে পৰিৱৰ্তন সদায়ে বৰ লেহেম। আৰম্ভণিতে, ভবা হৈছিল যে পৃথিৱীৰ সমগ্ৰ ইতিহাস প্ৰায় ছহেজাৰ বছৰৰ ভিতৰত হৈঁচি সমুৱাই থ'ব লাগিব। গেদীয় শিলা, লাভাৰ অৱশেষ আদিয়ে আগবঢ়োৱা সাক্ষ্য-প্ৰমাণ সময়ৰ মাপকাঠীত খাপ খুৱাবৰ বাবে প্ৰলয়ঙ্কৰী ঘটনা অতীজত সাধাৰণ আৰু সৰ্বত্ৰ বিদ্যমান আছিল বুলি ধৰি ল'বৰ প্ৰয়োজন হ'ল। বৈজ্ঞানিক অগ্ৰগতিৰ ক্ষেত্ৰত ভূবিদ্যা কিদৰে জ্যোতিৰ্বিদ্যাৰ তুলনাত পিছ পৰি ৰৈছিল, নিউটনৰ দিনত তাৰ অৱস্থাৰ কথা বিবেচনা কৰিলে সেই কথা পৰিলক্ষিত হ'ব। উদাহৰণ স্বৰূপে, ১৬৯৫ চনত উডৱাৰ্ডে গেদীয় শিলাৰ ব্যাখ্যা আগবঢ়াইছে এইবুলি ধৰি লৈ যে "গোটেইটো পাৰ্থিৱ গোলক টুকুৰা-টুকুৰ কৰি মহা প্লাৱনত দ্ৰবীভূত কৰা হৈছিল আৰু কোনো এটি তৰলৰ পৰা পোৱা যি কোনো মটীয়া অৱক্ষেপৰ নিচিনাকৈয়ে এই মিশ্ৰিত পদাৰ্থৰ পৰাও স্তৰসমূহ থিতাপি লাগি পৰিছিল।" লায়েলে (Lyell)এ কোৱামতে উডৱাৰ্ডৰ শিক্ষা আছিল এই যে "পৃথিৱীৰ খোলাটোত পোৱা জীৱাশ্মযুক্ত স্তৰসমূহৰ সমুদায় পদাৰ্থ কেইটামান মাহতে জমা হৈছিল।" ইয়াৰ চৈধ্য বছৰ আগতে (১৬৮১) পৰৱৰ্তী সময়ত লণ্ডনৰ কাৰ্থুৎছীয় আশ্ৰমৰ বিদ্যালয় আৰু হাস্পাতালৰ অধিকাৰৰ পদৱী (Master of charterhouse) পোৱা ৰেভাৰেণ্ড টমাছ্ বাৰ্ণেটে তেওঁৰ "পৃথিৱীৰ বিষয়ে ইয়াৰ আদিম অৱস্থাৰ ব্যাখ্যা আৰু বস্তুসমূহৰ সম্পূৰ্ণ ৰূপদান পৰ্যন্ত পৃথিৱীত ইতিমধ্যে ঘটা অথবা ঘটিব লগা সাধাৰণ পৰিৱৰ্তন সমূহৰ কথা অন্তৰ্ভুক্ত পবিত্ৰ তত্ত্ব" (Sacred

Theory of the Earth : Containing an Account of the Original of the Earth, and of all the general Changes which it hath undergone, or is to undergo, till the consummation of all Things) প্ৰকাশ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে মহাপ্লাৱনৰ সময়লৈকে পৃথিৱীৰ নিৰক্ষৰেখা সূৰ্যৰ বাৰ্ষিক পৰিক্ৰমণ পথৰ সমতলতে আছিল, কিন্তু প্লাৱনৰ সময়ত সি তাৰ বৰ্তমানৰ বেঁকা অৱস্থানলৈ আহিল। [ধৰ্মত তত্ত্বৰফালৰ পৰা বেছি শুদ্ধ মতটো দিছে মিল্টনে। তেওঁৰ মতে এই পৰিৱৰ্তন ঘটিছে মানুহৰ অধঃপতন (Fall)-অৰ সময়ত।] তেওঁ ভাবিছিল যে সূৰ্যৰ উত্তাপে পৃথিৱীত ফাঁট মেলাইছিল আৰু ভূগৰ্ভস্থ জলাধাৰৰ পৰা পানী ওলাই আহিব পৰা কৰি সৃষ্টি কৰিছিল প্লাৱন। বিশ্ব-বিশৃংখলা (chaos)-ৰ দ্বিতীয়টো পৰ্যায়ে তেওঁৰ মতে সহস্ৰাব্দৰ সূচনা কৰিছিল। তেওঁৰ মতামত কিন্তু সাৱধানে গ্ৰহণ কৰিব লাগিব, কিয়নো তেওঁ চিৰন্তন শাস্তিক বিশ্বাস কৰা নাছিল। তাতোকৈ ভয়ানক কথা, তেওঁ মানুহৰ অধঃপতনৰ কাহিনীটো এটি ৰূপক বুলিহে গণ্য কৰিছিল। ফলস্বৰূপে, এনচাইক্লপেডিয়া ব্ৰিটানিকাই আমাক জনাইছে যে "অন্তঃপুৰৰ কেৰাণী পদৰ পৰাই ৰজাই তেওঁক অপসাৰিত কৰিবলৈ বাধ্য হৈছিল।" নিৰক্ষৰেখা সন্দৰ্ভত তেওঁৰ যি ভ্ৰান্তি, তাৰ সৈতে তেওঁৰ অন্যান্য ভ্ৰান্তিবোৰো হুইষ্টনে পৰিহাৰ কৰিছিল। ১৬৯৬ চনত প্ৰকাশিত হুইষ্টনৰ গ্ৰন্থখনক তেওঁ অভিহিত কৰিছিল এইবুলি : "পৃথিৱী সম্পৰ্কে এক নতুন তত্ত্ব : য'ত পবিত্ৰ ধৰ্মপুথিসমূহত বৰ্ণিত অনুসাৰে ছয় দিনত জগত স্ৰজন, বিশ্বজনীন প্লাৱন আৰু সৰ্বব্যাপী অগ্নিকাণ্ডক যুক্তিবিচাৰ আৰু দৰ্শনৰ সৈতে নিখুঁতভাৱে খাপ খোৱা বুলি দেখুওৱা হৈছে" (A New Theory of the Earth , wherin the Creation of the world in Six Days, the Universal Deluge and the General Conflagration, as laid down in the Holy Scriptures, are shown to be perfectly agreeable to Reason and Philosophy)। ১৬৮০ চনত ওলোৱা ধূমকেতুটোৰ দ্বাৰা এই গ্ৰন্থখন আংশিকভাৱে প্ৰেৰণালব্ধ ; ইয়ে তেওঁক ভবাইছিল যে এটা ধূমকেতুৱেই হয়তো মহা প্লাৱনৰ সৃষ্টি কৰিছিল। এটা ফালেদি তেওঁৰ গোড়ামি আছিল প্ৰশ্নৰ বাবে মুকলি : তেওঁ ভাবিছিল যে জগত স্ৰজনৰ ছটা দিন সাধাৰণ দিনবোৰৰ তুলনাত বেছি দীঘলীয়া আছিল।

এই কথা ধৰি ল'ব নালাগিব যে উডৱাৰ্ড, বাৰ্ণেট আৰু হুইষ্টন তেওঁলোকৰ সময়ৰ অন্য ভূ-তাত্ত্বিকসকলৰ তুলনাত নিকৃষ্ট আছিল। তাৰ বিপৰীতে তেওঁলোকেই আছিল সেই সময়ৰ শ্ৰেষ্ঠ ভূ-তাত্ত্বিক আৰু অন্ততঃ হুইষ্টন জন লকৰ দ্বাৰা উচ্চ-

প্ৰশংসিত হৈছিল। ১৮শ শতিকাটো ভালেখিনি ব্যস্ত আছিল দুটা বিৰোধী কুলৰ বিতৰ্কক লৈ ঃ তাৰে এটা হৈছে সমুদ্ৰবাদীসকল (The Neptunists)[৬] যিসকলে প্ৰায় প্ৰতিটো বস্তুৰেই পানীৰ পৰা সম্ভূত বুলি ভাবিছিল আৰু আনটো হৈছে আগ্নেয়বাদীসকল (The Vulcanists)[৭] যিসকলেও একেধৰণে আগ্নেয়গিৰি আৰু ভূঁইকঁপসমূহক অত্যধিক গুৰুত্ব দিছিল। বিৰামহীনভাবে মহাপ্লাৱনৰ সাক্ষ্য সংগ্ৰহ কৰি ফুৰা প্ৰথমটো গোষ্ঠীয়ে পৰ্বতৰ অতি উচ্চতাত পোৱা সাগৰীয় জীবাশ্মসমূহৰ ওপৰত খুউব গুৰুত্ব আৰোপ কৰিছিল। এওঁলোকেই আছিল তুলনাত বেছি গোড়া আৰু সেই দেখি গোড়ামিৰ বিৰুদ্ধাচৰণ কৰাসকলে জীবাশ্মসমূহ যে প্ৰাণীৰ সঁচা অবশেষ, সেই কথা অস্বীকাৰ কৰিবলৈ চেষ্টা কৰিছিল। ভল্‌টেয়াৰ আছিল বিশেষ ভাৱে সন্দিগ্ধ ; জীবাশ্মসমূহৰ জৈবিক মূল তেওঁ যেতিয়া আৰু অস্বীকাৰ কৰিব নোৱৰা হ'ল, তেতিয়া তেওঁ মতপোষণ কৰিলে যে সেইবোৰ তীৰ্থযাত্ৰীসকলৰ হাতৰ পৰা সৰি পৰিছিল। এই উদাহৰণৰ জৰিয়তে মতান্ধ মুক্ত চিন্তাই আনকি গোড়ামিতকৈ বেছি অবৈজ্ঞানিক বুলি আত্ম-প্ৰকাশ কৰিছে।

মহান প্ৰকৃতিবিদ বাফনে ১৭৪৯ চনত প্ৰকাশিত তেওঁৰ 'প্ৰাকৃতিক ইতিহাস' (Natural History) গ্ৰন্থত চৌধ্যতা নিশ্চয়োক্তি আগবঢ়াইছে। পেৰিছৰ চৰ্‌বন (Sorbonne) ধৰ্মতত্ত্বীয় অনুষদে এই নিশ্চয়োক্তিসমূহ "নিন্দনীয় আৰু গিৰ্জাৰ মতৰ বিপৰীত" বুলি দোষাৰোপ কৰিছিল। ইবোৰৰ ভিতৰৰে ভূতত্ত্বৰ সৈতে জড়িত এটা নিশ্চয়োক্তিয়ে দৃঢ়তাৰে কৈছে ঃ "পৃথিবীৰ বৰ্তমান পৰ্বতসমূহ আৰু উপত্যকা-সমূহ -গৌণ কাৰণ বিশেষ (Secondary Causes)-অৰ বাবেহে সম্ভৱ হৈছে আৰু এই একে কাৰণবোৰেই সময়ত আটাইবোৰ মহাদেশ, পাহাৰ আৰু উপত্যকা ধ্বংস কৰি সিবোৰৰ নিচিনা আন কেতবোৰ পুনৰ সৃষ্টি কৰিব।" ইয়াত 'গৌণ কাৰণ' —এ ঈশ্বৰৰ সৃষ্টিশীল নিৰ্দেশৰ বাহিৰে আন সকলো কাৰণৰ কথাকে বুজাইছে। এইদৰেই ১৭৪৯ চনত ৰক্ষণশীল মহলৰ বাবে এটা কথা বিশ্বাস কৰাটো আৱশ্যকীয় হৈ পৰিছিল আৰু সেই মতে পৃথিৱীখন আজি আমি দেখা পোৱা একে পাহাৰবোৰ, উপত্যকাবোৰ আৰু মাটি আৰু সাগৰৰ একে বিতৰণ সহকাৰে সৃষ্টি হৈছিল ; অৱশ্যে মৃত সাগৰ (Dead Sea)-অৰ নিচিনা ব্যতিক্ৰমী উদাহৰণৰ ক্ষেত্ৰত কোনো ব্যাখ্যাতীত বিস্ময়ে ৰূপান্তৰ সাধিছিল।

চৰ্‌বনৰ সৈতে বিতৰ্কত সোমোৱাটো উপযুক্ত হ'ব বুলি বাফনে ভবা নাছিল। তেওঁ নিজৰ মত পৰিৱৰ্তন কৰিছিল আৰু নিম্নোক্ত স্বীকাৰোক্তি প্ৰকাশ কৰিবলৈ বাধ্য হৈছিল ঃ

"মই ঘোষণা কৰিছোঁ যে বাইবেলৰ উক্তিৰ বিৰুদ্ধাচৰণ কৰাৰ কোনো অভিপ্ৰায় মোৰ নাছিল ; সময়ক্ৰম আৰু বাস্তব তথ্যৰ পৰিপ্ৰেক্ষিতত বিশ্বসৃজন সম্পৰ্কে তাত লিখা থকা আটাইবোৰ কথাকে মই অতি দৃঢ়তাৰে বিশ্বাস কৰোঁ ; মোৰ গ্ৰন্থত পৃথিৱীৰ সৃষ্টি সন্দৰ্ভত থকা প্ৰতিটো কথা আৰু সাধাৰণভাৱে মোৰ মোজেছৰ বিবৰণৰ বিৰুদ্ধে যাব পৰা আটাইবোৰ কথাকে মই বৰ্জন কৰিছোঁ।"

এই কথা স্পষ্ট যে জ্যোতিবিদ্যাৰ ক্ষেত্ৰখন বাদ দি ক্ষেত্ৰত ধৰ্মতাত্ত্বিকসকলে গেলিলিঅ'ৰ সৈতে হোৱা সংঘাতৰ পৰা বৰ বেছি প্ৰজ্ঞা আহৰণ কৰিব নোৱাৰিলে।

ভূ-বিদ্যাৰ ক্ষেত্ৰত আধুনিক বৈজ্ঞানিক ব্যাখ্যা আগবঢ়োৱা প্ৰথমগৰাকী লেখক আছিল হাটন। তেওঁৰ "পৃথিৱীৰ বিষয়ে তত্ত্ব" (Theory to the Earth) শীৰ্ষক গ্ৰন্থখন প্ৰথমে ১৭৮৮ চনত প্ৰকাশিত হয় আৰু ১৭৯৫ চনত বৰ্দ্ধিত কলেবৰত ওলায়। তেওঁ ধাৰণা কৰিছিল যে অতীতত পৃথিৱীৰ পৃষ্ঠত সংঘটিত হোৱা পৰিবৰ্তনসমূহৰ অন্তৰালত থকা কাৰণসমূহ আজিও ক্ৰিয়াশীল। তেওঁৰ মতে সেই কাৰণসমূহ বৰ্তমানৰ তুলনাত অতীতত বেছি সক্ৰিয় আছিল বুলি ভবাৰ কোনো যুক্তি নাই। যদিও প্ৰধানতঃ এয়া আছিল এক সুচিন্তিত আপ্তবাক্য তথাপি কোনো কোনো ক্ষেত্ৰত হাটনে ইয়াক লৈ যুক্তিৰ সীমা চেৰাই গৈছিল আৰু আন কোনো কোনো ক্ষেত্ৰত প্ৰয়োজনীয় দূৰত্বলৈ আগবঢ়াই নিয়া নাছিল। মহাদেশসমূহৰ অন্তৰ্ধানৰ কাৰণ বুলি তেওঁ ঠাৱৰ কৰিছিল শিলানগ্নীভৱন (Denudation)-অক, যাৰ ফলশ্ৰুতিত সাগৰৰ তলিত অৱক্ষেপ পুঞ্জীভূত হৈছিল। কিন্তু পৃথিৱীৰ তীব্ৰ জোকাৰণিৰ ফলতে নতুন নতুন মহাদেশবোৰৰ উত্থান ঘটা বুলি তেওঁ ভাবিছিল। মাটিৰ আকস্মিক নিম্নগমনক বা ইয়াৰ ক্ৰমাগত উত্থানক তেওঁ যথোপযুক্ত স্বীকৃতি দিয়া নাছিল। কিন্তু তেওঁৰ সময়ৰ পিছৰ পৰাই সকলো বৈজ্ঞানিক ভূ-তাত্ত্বিকেই তেওঁৰ সাধাৰণ পদ্ধতি গ্ৰহণ কৰিছে, যি পদ্ধতি অনুসাৰে অতীতক বৰ্তমানৰ উপায়েৰে ব্যাখ্যা কৰা হয় আৰু ভূ-তাত্ত্বিক সময়ছোৱাত সংঘটিত বিশাল পৰিবৰ্তনসমূহক জড়িত কৰা হয় সেইবোৰ কাৰণৰ সৈতে, যিবোৰে আজিও ধীৰে ধীৰে উপকূল ৰেখা সলনি কৰা, পৰ্বতৰ উচ্চতাৰ হ্ৰাস-বৃদ্ধি কৰা আৰু সমুদ্ৰ পৃষ্ঠ উঠা-নমা সংঘটিত কৰা পৰিলক্ষিত হয়।

প্ৰধানতঃ মোজেচীয় কালানুক্ৰমে মানুহক কিছু আগতীয়াকৈ এই দৃষ্টিভংগীটো গ্ৰহণ কৰাৰ পৰা বিৰত কৰি ৰাখিছিল আৰু জেনেছিছৰ সমৰ্থকসকলে হাটন আৰু তেওঁৰ অনুগামী প্লেইফেয়াৰৰ বিৰুদ্ধে সাজোৰে আক্ৰমণ চলাইছিল। লায়েলে* লিখিছে, "পঢ়ুৱৈয়ে যদি সোঁৱৰণ নকৰে যে সেই সময়ত ইংৰাজ মানুহৰ মন এক

* Principles of Geology, eleventh edition Vol I, P 78

কুঁহকুঁহীয়া উত্তেজনাৰ অৱস্থাত আছিল, তেন্তে হাটনীয় মতবাদৰ বিৰুদ্ধে আলোড়িত হোৱা যি দলীয় অনুভৱ, আৰু সেই বিতৰ্কত আন্তৰিকতা আৰু সৌম্যভাৱৰ যি মুকলি অৱমাননা—তাক বিশ্বাস কৰাটো তেওঁৰ পক্ষে কঠিন হ'ব। ফলত এক শ্ৰেণীৰ লেখকে যাজক শ্ৰেণীৰ প্ৰভাৱ হ্ৰাস কৰাৰ বাবে আৰু খ্ৰীষ্টীয় বিশ্বাসৰ ভিত্তি নিশকতীয়া কৰাৰ বাবে বহু বছৰ ধৰি বৰ মেহনত কৰি আছিল। তেওঁলোকৰ সফলতা আৰু ফৰাছী বিপ্লৱৰ পৰিণতিয়ে দঢ়চেতা মানুহখিনিত সচকিত কৰিছিল আৰু বেছি ভীৰুসকলৰ কল্পনাত অবাৰিতভাৱে দোলা দি আছিল নতুনত্বৰ আতঙ্কই আৰু কিবা ভয়ংকৰ স্বপ্নৰ ভূতে।" ১৭৯৫ চনৰ আগে আগে ইংলেণ্ডৰ প্ৰায় সকলো চহকী মানুহেই প্ৰত্যেক অ-বাইবেলীয় মতবাদতে আৱিষ্কাৰ কৰিছিল সম্পত্তিৰ ওপৰত আক্ৰমণ আৰু গিলোটিনৰ ভয়। বহু বছৰলৈকে, ব্ৰিটিছসকলৰ মতামতৰ উদাৰতা বিপ্লৱৰ আগৰ সময়ছোৱাত থকাৰ তুলনাত বহু পৰিমাণে কম হৈ আছিল।

ভূ-বিদ্যাৰ পৰৱৰ্তী অগ্ৰগতি জীৱবিদ্যাৰ অগ্ৰগতিৰ সৈতে সাঙোৰ খাই পৰিছে। ইয়াৰ অন্তৰালত আছে জীৱাশ্মসমূহে সাক্ষ্য বহন কৰা এমখা লুপ্তপ্ৰায় জীৱ প্ৰজাতি। পৃথিৱীৰ প্ৰাচীনত্ব সম্পৰ্কীয় কথাত ভূতত্ত্ব আৰু ধৰ্মতত্ত্বই ছয় "দিন" বা ছয় "যুগ" বুলি ব্যাখ্যা কৰাৰ চুক্তিৰে সহমতত উপনীত হ'ব পাৰিলেহেঁতেন। কিন্তু প্ৰাণীজীৱন সম্পৰ্কে ধৰ্মতত্ত্বৰ আছিল ভালেমান সুসংস্কাৰবদ্ধ মত। বিজ্ঞানৰ সৈতে ইবোৰৰ আপোচ ক্ৰমবৰ্দ্ধমানভাৱে কঠিন হৈ পৰিছিল। অধঃপতনৰ পিছলৈকে ইটিয়ে সিটিৰ মাংস ভক্ষণ কৰা নাছিল ; সম্প্ৰতি বৰ্তি থকা আটাইবোৰ প্ৰাণীয়েই নোৱাৰ নৌকাত* প্ৰতিনিধিত্ব কৰা জীৱ প্ৰজাতিসমূহৰ অন্তৰ্ভুক্ত ; নিতান্তই কমসংখ্যক ব্যতিক্ৰম বাদ দি আটাইবোৰ লুপ্ত প্ৰজাতিয়েই মহাপ্লাৱনত ডাহ গৈছিল। প্ৰজাতিসমূহ অপৰিৱৰ্তনীয় আৰু ইয়াৰ প্ৰত্যেকেই পৃথক পৃথক সৃষ্টিকাৰ্যৰ ফল। এই নিশ্চয়োক্তিসমূহৰ কোনোবা এটাক লৈ প্ৰশ্ন তোলা মানেই হৈছে ধৰ্মতাত্ত্বিকসকলৰ শত্ৰুতা চপাই লোৱা।

নতুন পৃথিৱী (New World) আৱিষ্কাৰৰ লগে লগে অসুবিধা আৰম্ভ হৈ গ'ল। মাউণ্ট আৰাৰটৰ পৰা আমেৰিকা বহু নিলগত। তথাপি ইয়াত এনে বহু প্ৰাণী আছে যিবোৰক মধ্যৱৰ্তী কোনো স্থানতে পাবলৈ নাই। কেনেকৈ এই প্ৰাণীবোৰে ইমান দূৰ আহিব পালে, অথচ বাটত সিহঁতৰ জাতিৰ কোনো এটাকে এৰি থৈ নাহিল? কোনো কোনোৱে ভাবিছিল যে নাৱিকসকলেই সিহঁতক আনিছিল। পিছে,

* এই মতটোৰ কেতবোৰ সমস্যা নথকা নহয়। ঈশ্বৰে কি যুক্তিত মাখি সৃজন কৰিলে, সেই বিষয়ে নিজে অজ্ঞ বুলি চেইণ্ট অগাষ্টাইনে স্বীকাৰোক্তি দিছে। লুথাৰে বেছি সাহসেৰে সিদ্ধান্ত কৰিছিল যে ভাল কিতাপ লিখি থকা সময়ত তেওঁৰ মনোযোগ বিচ্ছিন্ন কৰিবলৈ সিহঁতক চয়তানেই সৃষ্টি কৰিছে। পিছৰটো মত দেখাত সঁচাকৈয়ে যুক্তিপূৰ্ণ।

এই কল্পিত মতত সমস্যা আছে আৰু এই সমস্যাবোৰেই ধৰ্মাত্মা জেছুইট্ যোচেফ এক'ষ্টাক বিমোৰক পেলাইছিল। এক'ষ্টাই ইণ্ডিয়ানসকলৰ ধৰ্মান্তৰণৰ বাবে আত্মোৎসৰ্গা কৰিছিল, কিন্তু তেওঁৰ নিজৰে ধৰ্মবিশ্বাস অটুট ৰাখিবলৈ তেওঁ টান পাইছিল। বেছ সুস্থ বিবেকেৰে বিষয়টো তেওঁ আলোচনা কৰিছে তেওঁৰ 'ভাৰতীয় দ্বীপপুঞ্জৰ প্ৰাকৃতিক আৰু নৈতিক ইতিহাস" (Natural and Moral History of the Indies) শীৰ্ষক গ্ৰন্থত। তাত তেওঁ কৈছে ঃ

"কোনে কল্পনা কৰিব পাৰে যে ইমান দূৰ সাগৰেৰে যাত্ৰা কৰোঁতে পেৰুলৈকে শিয়াল কঢ়িয়াই নিয়াৰ বাবে সতৰ্ক চেষ্টাও মানুহে কৰিব—বিশেষতঃ সেইবিধ শিয়াল মানুহে যাক বোলে, "এচিয়াচ্" আৰু যি হৈছে মই দেখা আটাইতকৈ লেতেৰা প্ৰাণী? একেদৰে, কোনে ক'ব যে তেওঁলোকে বাঘ সিংহ কঢ়িয়াই নিছে? ই সঁচাকৈয়ে এনে কথা যে তেনেদৰে চিন্তা কৰাটো উপহাসৰহে যোগ্য। যি মানুহক ধুমুহাই কোবাই আঁতৰাই নিয়ে, সেই মানুহৰ বাবে এনে এক দীঘলীয়া আৰু অচিন যাত্ৰাত কুকুৰনেচীয়া বাঘ আৰু শিয়াল কঢ়িওৱা আৰু সাগৰৰ বুকুত সিহঁতৰ পুষ্টি সাধন কৰা আদিত ব্যস্ত নাথাকি নিজৰ প্ৰাণকেইটা বচাই সাৰি যাব পৰাটোৱেই যথেষ্ট। এৰা, বহুত বেছি।"* এনে সমস্যাই ধৰ্মতাত্ত্বিকসকলক এই বিশ্বাসত উপনীত কৰালে যে লেতেৰা "এচিয়াচ" আৰু এনে ধৰণৰ আন অসুবিধাজনক প্ৰাণীবোৰ সূৰ্যৰ প্ৰভাৱত বিজলীয়া পদাৰ্থৰ পৰা আপোনা আপুনি সৃষ্টি হৈছে। পিছে, দুৰ্ভাগ্যৰ কথা এই যে নোৱাৰ নৌকাৰ বৃত্তান্তত এই কথাৰ একো ইংগিত নাই। কিন্তু ইয়াৰ কোনো প্ৰতিকাৰো থকা যেন নালাগে। উদাহৰণ স্বৰূপে, চলনৰ ক্ষেত্ৰত শ্লথবোৰ যে বৰ লেহেমীয়া সেয়া সিহঁতৰ নামটোৱেহে সূচায়। যদি মাউণ্ট্ আৰাৰটৰ পৰাই যাত্ৰা আৰম্ভ কৰিছিল, তেন্তে সিহঁত আটায়ে কিদৰে দক্ষিণ আমেৰিকা পাব পাৰিছিলগৈ?

প্ৰাণীবিদ্যাৰ অগ্ৰগতিৰ লগে লগে জীৱ প্ৰজাতিসমূহৰ সংখ্যা জানিব পৰা হোৱাত তাৰ বাবেই অন্য এক সমস্যাৰ উদ্ভৱ হ'ল। সম্প্ৰতি জনা মতে সেই সংখ্যা কেবা মিলিয়নো হ'বগৈ আৰু সেই দেখি এই অনুভৱ হৈছে যে যদিহে নোৱাৰ নৌকাত তাৰ প্ৰত্যেক বিধৰে দুটাকৈ জীৱ আছিল, তেন্তে নিশ্চয় তাত ঠায়ে নোজোৰা হৈছিল। তদুপৰি, এই আটাইমখাকে নাম দিছিল আদমে, যিটো তেওঁৰ জীৱনৰ আৰম্ভণিতে বেছ কঠোৰ কাৰ্য হৈ পৰিছিল বুলিয়ে ধাৰণা হয়। অষ্ট্ৰেলিয়া আৱিষ্কাৰে নতুন নতুন সমস্যাৰ উদ্ৰেক কৰিলে। কি কাৰণে আটাইবোৰ কাংগাৰুৱে টʼৰেছ প্ৰণালী জঁপিয়াই পাৰ হৈ আহিল আৰু সিহঁতৰ এহালো ইটো পাৰে থাকি

* হোৱাইটৰ "Warfare of Science with Theology"-ৰ পৰা উদ্ধৃত।

নগ'ল? এই সময়ছোৱাত জীৱবিদ্যাৰ অগ্ৰগতিয়ে সূৰ্য আৰু বিক্ৰসুৱা পদাৰ্থই এহাল সম্পূৰ্ণ কাংগাৰুৰ জন্ম দিছিল বুলি ধৰি লোৱাটো বৰ কঠিন কৰি পেলালে। তথাপি এনে কিবা তত্ত্ব আগৰ তুলনাত এই সময়ত বেছিকৈয়ে আৱশ্যকীয় হ'ল। এই ধৰণৰ সমস্যাই সমগ্ৰ ১৯ শতিকাতে ধৰ্মৰ সৈতে জড়িত লোকক চিন্তাত পেলাইছিল। উদাহৰণস্বৰূপে "ঈশ্বৰৰ প্ৰায়োজনিক অস্তিত্ব" (The Necessary Existence of god) ইত্যাদি গ্ৰন্থৰ লেখক ৱিলিয়াম গিলেস্পিৰ "হিউমিলাৰ আৰু অন্যান্যসকলৰ ক্ষেত্ৰত পৰিলক্ষিত ধৰণে ভূ-তাত্ত্বিকৰ ধৰ্মতত্ত্ব" (The Theology of Geologists, as exemplified in the cases of Hugh Miller, and others) শীৰ্ষক কণমানি গ্ৰন্থখন পঢ়ক। এই গ্ৰন্থখন এজন স্কটিশ্ ধৰ্মতাত্ত্বিকে ১৮৫৯ চনত প্ৰকাশ কৰিছিল যিটো আছিল ডাৰ্বিনৰ "জীৱৰ উৎপত্তি" (Origin of Species) প্ৰকাশ হোৱাৰো বছৰ। এই কিতাপখনে "ভূ-তাত্ত্বিকসকলৰ ভয়ানক স্বতঃসিদ্ধ উক্তিবোৰ"-ৰ বিষয়ে কৈছে আৰু "ভাবিবলৈও ভয়লগা অপৰাধত লিপ্ত" বুলি তেওঁলোকক অভিযুক্ত কৰিছে। যিটো মূল সমস্যাৰ সৈতে লেখক জড়িত, সেইটোৰ উত্থান ঘটাইছিল হিউ মিলাৰৰ "শিলাৰ সাক্ষ্য" (Testimony of the Rocks) শীৰ্ষক গ্ৰন্থখনে। ইয়াত মতপোষণ কৰা হৈছে যে "মানুহে পাপ কৰাৰ অথবা তাৰ ফল ভোগ কৰাৰ অগণন যুগৰ আগতে প্ৰাণীজগতে ঠিক ইয়াৰ বৰ্তমানৰ যুদ্ধবাজ অৱস্থাকেই প্ৰদৰ্শন কৰিছিল।" পৃথিৱীলৈ মানুহ অহাৰ পূৰ্বেই লুপ্ত হৈ যোৱা প্ৰাণী প্ৰজাতি সমূহৰ ইটিয়ে সিটিৰ বিৰুদ্ধে মৃত্যু আৰু আনকি উৎপীড়নৰ যিবোৰ সঁজুলি প্ৰয়োগ কৰিছিল, হিউমিলাৰে তাক স্পষ্টভাৱে আৰু কিছু আতংকৰ সৈতে বৰ্ণনা কৰিছে। তেওঁ নিজে আছিল গভীৰ ধৰ্মবিশ্বাসী আৰু সেয়ে পাপ কাৰ্যৰ বাবে সামৰ্থ্যহীন জীৱসমূহৰ ওপৰত সৃষ্টিকৰ্তাই কিয় এনে যন্ত্ৰণা জাপি দিছে, সেই কথা বুজিবলৈ তেওঁ টান পাইছিল। সাক্ষ্য-প্ৰমাণক আওকাণ কৰি মিষ্টাৰ গিলেস্পিয়ে স্পষ্ট দৃঢ়তাৰে ৰক্ষণশীল মতটোকেই প্ৰকাশ কৰিছিল এইবুলি যে মানুহৰ পাপৰ বাবেই হীনতৰ প্ৰাণীবোৰে যন্ত্ৰণা ভোগে আৰু মৰিবলগীয়া হয়। লগতে আদমে আপেলটো নোখোৱালৈকে কোনো প্ৰাণীয়ে যে মৰা নাছিল, তাক প্ৰমাণ কৰাৰ বাবে তেওঁ এই উক্তিটো উদ্ধৃত কৰিছে ঃ "মৃত্যু আহিছিল মানুহৰ জৰিয়তে।"* লুপ্ত প্ৰাণীবোৰৰ মাজত চলা যুঁজ-বাগৰ সম্পৰ্কে হিউমিলাৰে দিয়া বৰ্ণনা উদ্ধৃত কৰাৰ পিছত তেওঁ এইবুলি চিৎকাৰ কৰি উঠিছে যে এক মংগলময় সৃষ্টিকৰে এনে দৈত্য এমখা সৃষ্টি

* এইটো আটাইবোৰ ধৰ্মগোষ্ঠীৰ মত আছিল। যেনে ঃ বেৰ্ছপয়ে কৈছে যে মানুহৰ অধঃপতনৰ আগতে "মকৰাও মাখিৰ সমানে অনপকাৰী আছিল আৰু তেজৰ বাবে অপেক্ষা কৰি বহি থকা নাছিল।"

কৰিব নোৱাৰে। এইখিনিলৈকে আমি তেওঁৰ সৈতে সন্মত হ'ব পাৰোঁ। কিন্তু তেওঁৰ পৰৱৰ্তী যুক্তিবোৰ উদ্ভট। ভাব হয় তেওঁ যেন ভূ-বিদ্যাৰ সাক্ষ্যবোৰ অস্বীকাৰ কৰিছে, কিন্তু শেষ পৰ্যন্ত তেওঁৰ সাহসে তেওঁক এৰা দিছে। শেষত তেওঁ কৈছে যে এনে দৈত্য সম্ভৱতঃ আছিল কিন্তু সিহঁতক ঈশ্বৰে প্ৰত্যক্ষভাৱে সৃষ্টি কৰা নাছিল। আদিতে সিহঁত আছিল নিৰ্দোষ প্ৰাণী যাক পিছলৈ চয়তানে বিপথে পৰিচালিত কৰিছিল অথবা সম্ভৱতঃ গাডাৰিণ (Gadarene) গাহঁৰিৰ নিচিনাকৈ সিহঁতবোৰ আচলতে পিশাচৰ আত্মাই বসবাস কৰা জন্তু শৰীৰহে আছিল। এই কথাই ব্যাখ্যা কৰিব কি কাৰণে বাইবেলত গাডাৰিণ গাঁহৰিৰ কাহিনীটো আছে, যিটো কাহিনী বহুতৰ বাবেই বাইবেল-উপলব্ধিৰ বাধাস্বৰূপ হৈ পৰে।

জীৱবিদ্যাৰ ক্ষেত্ৰখনত ৰক্ষণশীলতাক বচাবৰ বাবে এক অদ্ভুত প্ৰচেষ্টা চলাইছিল এডমাণ্ড গছৰ বাপেক প্ৰকৃতিবিদ গছে। ভূ-তাত্ত্বিকসকলে পৃথিৱীৰ প্ৰাচীনত্বৰ সপক্ষে আগবঢ়োৱা আটাইবোৰ সাক্ষ্য প্ৰমাণেই তেওঁ সম্পূৰ্ণৰূপে মানি লৈছিল। কিন্তু তেওঁ মত পোষণ কৰিছে এইবুলি যে সৃষ্টিকাৰ্য সংঘটিত হোৱা সময়ত প্ৰত্যেক বস্তুকে এনেভাৱে নিৰ্মাণ কৰা হৈছিল যেন তাৰ আছিল এক অতীত ইতিহাস। এই মতবাদক অসত্য প্ৰমাণ কৰাৰ কোনো যৌক্তিক সম্ভাৱনা নাই। ধৰ্মতাত্ত্বিকসকলে সিদ্ধান্ত কৰিছিল যে আদম আৰু ঈভৰো নাভি আছিল যিয়ে তেওঁলোকৰ জন্ম গতানুগতিক ভাৱেহে হৈছিল যেনকৈ দেখুৱায়।* একেধৰণে প্ৰতিটো সৃষ্ট বস্তুকে তাৰ বিকশিত যেন লগা ৰূপতে সৃষ্টি কৰিব পৰা গ'লহেঁতেন। শিলাবোৰক পৰিপূৰ্ণ কৰিব পৰা গ'লহেঁতেন জীৱাশ্মৰে আৰু আগ্নেয়গিৰি জড়িত কাৰ্যৰ বাবে অথবা গেদীয় অধঃক্ষেপৰ বাবে শিলাবোৰে যেনে ৰূপ ল'লেহেঁতেন তেনে ৰূপতে সিবোৰক সৃষ্টি কৰিব পৰা গ'লহেঁতেন। কিন্তু যদি এনে সম্ভাৱনাবোৰ স্বীকাৰ কৰি লোৱা হয়, তেনেহ'লে সৃষ্টিকাৰ্যত সময়ৰ এক নিৰ্দিষ্ট বিন্দুতহে প্ৰতিষ্ঠা কৰাৰো কোনো যুক্তি নাই। পূৰ্ব প্ৰস্তুত স্মৃতি, ফুটা ফুটা মোজা আৰু কাটিবলগীয়া চুলি সহকাৰে পাঁচ মিনিট আগতে আমি আটায়ে জন্ম ল'ব পাৰিলোহেঁতেন। পিছে যদিও যুক্তিৰ ফালৰ পৰা ই এক সম্ভাৱনা, তথাপি ইয়াক কোনেও বিশ্বাস কৰিব নোৱাৰে আৰু তিক্ত হতাশাৰে গছে লক্ষ্য কৰিছিল যে বৈজ্ঞানিক তথ্যৰ সৈতে ধৰ্মতত্ত্বৰ যৌক্তিকভাৱে প্ৰসংশনীয় তেওঁৰ মীমাংসাক কোনেও বিশ্বাস কৰিব পৰা নাই। তেওঁক উলাই কৰি ধৰ্মতাত্ত্বিকসকলে তেওঁলোকৰ পূৰ্বৰ ক্ষেত্ৰত ভালেখিনি পৰিত্যাগ কৰিছিল আৰু যিখিনি অৱশিষ্ট ৰ'ল, তাৰ মাজতে নিজক সুৰক্ষা দিবলৈ অগ্ৰসৰ হ'ল। বংশানুক্ৰম আৰু তাৰতম্যৰ

---

* বোধহয় এইবাবেই গছে তেওঁৰ গ্ৰন্থখনক অভিহিত কৰিছিল Omphalos (নাভি) বুলি।

জৰিয়তে উদ্ভিদ আৰু প্ৰাণীসমূহৰ আনুক্ৰমিক বিৱৰ্তনৰ মতবাদটো মূলতঃ ভূ-বিদ্যাৰ পৰা জীৱবিদ্যালৈ আহিছে। এই মতবাদক তিনিটা ভাগত ভগাব পাৰি। দূৰ অতীতৰ বিষয়ে এটা সত্য যিমান নিশ্চিত এক সত্য। এইমতে বেছি সৰল জীৱবোৰেই হৈছে বেছি পুৰণি আৰু বেছি জটিল গঠন থকা জীৱসমূহে সিহঁতৰ প্ৰথম আবিৰ্ভাব ঘটাইছে অতীত ইতিহাসৰ এক পৰৱৰ্তী স্তৰত। দ্বিতীয়টো ধাৰণা অনুসাৰে পৰৱৰ্তীকালীন আৰু অধিক উচ্চ সংগঠনযুক্ত জীৱসমূহৰ উত্থান স্বতঃস্ফূৰ্তভাবে হোৱা নাই, বৰং পৰিবৰ্তনৰ এটি অনুক্ৰমৰ মাজেদি প্ৰাৰম্ভিক জীৱসমূহৰ পৰাই সিহঁতৰ বিকাশ ঘটিছে। জীৱবিদ্যাত "বিৱৰ্তন" শব্দটোৱে বুজোৱা বিশেষ অৰ্থও এইটোৱেই। তৃতীয়তে আছে বিৱৰ্তনৰ ক্ৰিয়াবিধি সম্পৰ্কীয় অধ্যয়ন অৰ্থাৎ তাৰতম্যসমূহ আৰু অন্য প্ৰজাতিবোৰৰ সলনি কেতবোৰ নিৰ্দিষ্ট প্ৰজাতিহে বৰ্তি থকাৰ কাৰণসমূহৰ অধ্যয়ন। এই অধ্যয়ন অৱশ্যে এতিয়াও সম্পূৰ্ণ হোৱাৰ পৰা ভালেখিনি নিলগতে আছে। বিৱৰ্তনৰ সাধাৰণ মতবাদটো জীৱবিজ্ঞানীসকলৰ মাজত এতিয়া সাৰ্বজনীনভাৱে গ্ৰাহ্য হৈছে। পিছে, ইয়াৰ ক্ৰিয়াবিধি সন্দৰ্ভত এতিয়াও সংশয় আঁতৰা নাই। ডাৰ্বিনৰ প্ৰধান ঐতিহাসিক গুৰুত্ব প্ৰতিষ্ঠিত হৈছে বিৱৰ্তনক বেছি সম্ভাৱনীয় কৰি তোলা এক ক্ৰিয়াবিধি সম্পৰ্কে তেওঁ দিয়া প্ৰকল্পত (Suggestion)। সেয়া হৈছে প্ৰাকৃতিক নিৰ্বাচনৰ ক্ৰিয়াবিধি। পিছে এতিয়াও যুক্তিপূৰ্ণ বুলিয়ে স্বীকৃত হৈ থকা তেওঁৰ প্ৰকল্প তেওঁৰ অব্যবহিত উত্তৰসূৰীসকলৰ বাবে যিমান সন্তোষজনক আছিল, আধুনিক বিজ্ঞানীসকলৰ বাবে সিমান সম্পূৰ্ণৰূপে সন্তোষজনক হৈ থকা নাই।

বিৱৰ্তনৰ মতবাদক বিশিষ্টতা প্ৰদান কৰা প্ৰথমগৰাকী জীৱবিজ্ঞানী হৈছে লেমাৰ্ক ১৭৪৪-১৮২৯)। তেওঁৰ মতবাদে অৱশ্যে গ্ৰহণযোগ্যতা লাভ কৰিব নোৱাৰিলে। প্ৰজাতিসমূহৰ অপৰিবৰ্তনীয়তাৰ সপক্ষে থকা তেওঁৰ উগ্ৰ মতেই ইয়াৰ একমাত্ৰ কাৰণ নহয়। তেওঁ নিৰ্দেশ কৰা পৰিবৰ্তনৰ ক্ৰিয়াবিধিটো বিজ্ঞানৰ মানুহে গ্ৰহণ কৰিব নোৱাৰা হোৱাটোও ইয়াৰ এটা কাৰণ। তেওঁ বিশ্বাস কৰিছিল যে জন্তু এটাৰ দেহত এটি নতুন অংগৰ উৎপত্তি হয় তাৰ এক নতুন প্ৰয়োজন অনুভূত হোৱাৰ ফলত। লগতে তেওঁ বিশ্বাস কৰিছিল যে কোনো ব্যক্তিয়ে নিজৰ জীৱনকালত আহৰণ কৰা বৈশিষ্ট্য তাৰ সন্তানলৈকে প্ৰেৰিত হয়। দ্বিতীয়টো প্ৰকল্প অবিহনে বিৱৰ্তনৰ ব্যাখ্যাৰ অংশ হিচাপে প্ৰথমটো অকামিলা হৈ পৰিব। ইয়াৰে প্ৰথমটো প্ৰকল্পক নতুন প্ৰজাতিৰ বিকাশত গুৰুত্বপূৰ্ণ উপাদান বুলি নধৰি ডাৰ্বিনে তাক বৰ্জন কৰিছে। পিছে, তেওঁ দ্বিতীয়টো প্ৰকল্প গ্ৰহণ কৰিছে যদিও ইয়াৰ প্ৰাধান্য লেমাৰ্কৰ প্ৰণালীটোৰ তুলনাত তেওঁৰ প্ৰণালীত কম। আৰ্জিত বৈশিষ্ট্যৰ উত্তৰাধিকাৰ সম্পৰ্কীয় দ্বিতীয়টো প্ৰকল্প ৱেইছম্যান (Weissmann)-এ বৰ সফলভাৱে প্ৰত্যাখ্যান কৰিছে

আৰু যদিও এইবিষয়ক বিতৰ্ক আজিও অব্যাহত, তথাপি অতি শক্তিশালী সাক্ষ্যপ্ৰমাণে এইকথা দেখুৱাইছে যে খুব বিৰল দুই এটা সম্ভাব্য ব্যতিক্ৰম বাদ দি ক'ব পাৰি যে কেৱল সেইবোৰ আৰ্জিত বৈশিষ্ট্যহে বংশানুক্ৰমে প্ৰৱাহিত হয়, যিবোৰে জীৱকোষত প্ৰভাৱ পেলায়। সেয়েহে বিৱৰ্তনৰ লেমাৰ্কীয় ব্যৱস্থাক গ্ৰহণ কৰিব পৰা নাযায়।

১৮৩০ খ্ৰীষ্টাব্দত প্ৰকাশিত লায়েলৰ "ভূ-তত্ত্বৰ নিয়ম" (Principles of geology) শীৰ্ষক গ্ৰন্থখনে পৃথিৱী আৰু জীৱনৰ প্ৰাচীনত্বৰ সপক্ষে থকা সাক্ষ্য প্ৰমাণ বিষয়ক সত্তোৰ উদ্ৰিক্ৰ জৰিয়তে ৰক্ষণশীল মহলত প্ৰবল অসন্মতিৰ সৃষ্টি কৰিছিল। তথাপি, ইয়াৰ প্ৰথমৰফালৰ সংস্কৰণবোৰত ই জৈৱিক বিৱৰ্তনৰ প্ৰকল্পটোৰ সপক্ষে নাই। লেমাৰ্কৰ ধাৰণাসমূহৰ এক সতৰ্ক আলোচনা গ্ৰন্থখনিত আছে , পিছে কেচ্‌ বৈজ্ঞানিক কাৰণতে গ্ৰন্থখনে সেইবোৰ বৰ্জন কৰিছে। ডাৰ্‌ৱিনৰ "জীৱৰ উৎপত্তি" (origin of Species) ১৮৫৯ চনত প্ৰকাশ হৈ ওলোৱাৰ পিছত, এই গ্ৰন্থখনিৰ যিবোৰ পিছৰ সংস্কৰণ ওলাইছিল, তাত বিৱৰ্তনৰ মতবাদটোক সতৰ্কতা-সহকাৰে অনুমোদন জনোৱা হৈছে।

সাৰবস্তুৰ ফালৰপৰা ডাৰ্‌ৱিনৰ মতবাদ প্ৰাণী আৰু উদ্ভিদ জগতলৈ অবাধ (laisser faire) অৰ্থনীতিৰে এক সম্প্ৰসাৰণ আৰু ডাৰ্‌ৱিনে তেওঁৰ মতবাদৰ প্ৰেৰণা মাল্‌থাছৰ জনসংখ্যা বিষয়ক মতবাদৰপৰা পাইছে। সকলো জীৱেই ইমান ক্ষিপ্ৰতাৰে নিজৰ বংশবৃদ্ধি কৰে যে প্ৰত্যেক প্ৰজন্মৰে বেছিভাগ জীৱ বংশধৰ এৰি যাব পৰা বয়স নৌ পাওতেই মৰিবলগীয়া হয়। এটি মাইকী কড়্‌মাছে বছৰেকত প্ৰায় ৯,০০০,০০০ টা কণী পাৰে। এই আটাইমখাই যদি পূৰঠ হয় আৰু আটাইমখাৰে পৰা যদি অন্য কড়্‌মাছৰ জন্ম হয়, তেন্তে কেইবছৰমানতে এই প্ৰচুৰ কড়্‌মাছক সাগৰে জেগা এৰি দিব আৰু মাটিভাগক আবৰি ধৰিব এক নতুন বন্যাই। যি মানুহৰ স্বাভাৱিক সংখ্যাবৃদ্ধি হাতীক বাদ দি অন্যান্য প্ৰাণীবোৰৰ তুলনাত লেহেমীয়া, সেই মানুহৰ জনসংখ্যাও আনকি পচিশ বছৰতহে দুগুণ হয়গৈ বুলি জনা গৈছে। যদি আগন্তুক দুই শতিকাজুৰি সমগ্ৰ পৃথিৱীতে এই হাৰটোৰে অব্যাহত থাকে, তেন্তে তাৰ ফলস্বৰূপে জনসংখ্যা পাঁচশ হাজাৰ নিযুত হ'বগৈ। কিন্তু বাস্তৱক্ষেত্ৰত আমি দেখোঁ যে সচৰাচৰ প্ৰাণী আৰু উদ্ভিদৰ মুঠ সংখ্যা মোটামুটিভাৱে স্থিৰ হৈয়ে থাকে। একেটা কথাই মানুহৰ জনসংখ্যাৰ ক্ষেত্ৰতো বেছিভাগ যুগতে সত্য। এতেকে, প্ৰতিটো প্ৰজাতিৰ ভিতৰত আৰু ভিন্ন প্ৰজাতিসমূহৰ মাজতো থাকে এক অবিৰত প্ৰতিযোগিতা য'ত পৰাজয়ৰ শাস্তি হৈছে মৃত্যু। ফলস্বৰূপে, যদি কোনো এটা প্ৰজাতিৰ কেতবোৰ সদস্য বাকীবোৰৰ তুলনাত এনে কোনোধৰণে পৃথক হয়, যিয়ে সিহঁতক এক ধৰণৰ প্ৰাধান্য দিয়ে, তেন্তে বৰ্তি থকাৰ সম্ভাৱনা সিহঁতৰে বেছি। যদি এই পাৰ্থক্য আৰ্জিত

হয়, তেন্তে সিহঁতৰ বংশধৰসকললৈ সেয়া প্ৰবাহিত নহ'ব, কিন্তু যদি সেয়া জন্মগত হয়, তেন্তে সিহঁতৰ উত্তৰপুৰুষৰ অন্ততঃ বেছ কিছু অংশত ইয়াৰ পুনৰ আবিৰ্ভাৱ হোবাৰ সম্ভাৱনা থাকে। লেমাৰ্কে ভাবিছিল যে গছৰ ওখ মুখ ডালবোৰ ঢুকি পাবৰ নিমিত্তে ডিঙিটো ওপৰমুৱাকৈ টানি প্ৰসাৰিত কৰিবলগীয়া হৈছিল বাবেই জিৰাফৰ ডিঙিটো দীঘল হৈ পৰিছে। তেওঁ আৰু ভাবিছিল যে এই প্ৰসাৰণৰ ফলবোৰ আনুবংশিক। কিন্তু ডাৰ্‌বিনীয় দৃষ্টিভংগী মতে অন্ততঃ বেইছম্যানৰ দ্বাৰা কিছু সাল-সলনি ঘটা দৃষ্টিভংগীটোৰ মতে—জন্মৰেপৰা যিবোৰ জিৰাফৰ দীঘল ডিঙিৰ প্ৰৱণতা আছিল, আনবোৰৰ তুলনাত সিবোৰ লঘোনে থকাৰ সম্ভাৱনা কম আছিল আৰু সেইদেখি সিবোৰেই বেছিসংখ্যক বংশধৰ এৰি থৈ গৈছিল। এই বংশধৰসকলৰ আকৌ দীঘলীয়া ডিঙি থকাৰ সম্ভাৱনা আছিল— তাৰে কিছুমানৰ হয়তো সিহঁতৰ ইতিমধ্যেই দীঘল ডিঙিযুক্ত পিতৃ-মাতৃৰ ডিঙিৰ তুলনাত বেছি দীঘল ডিঙিয়েই আছিল। এই ধৰণেই জিৰাফে তাৰ বিশেষ বৈশিষ্ট্যসমূহৰ বিকাশ তেতিয়ালৈকে ঘটাইছিল যেতিয়ালৈকে সিবোৰৰ বিকাশৰ দ্বাৰা একো লাভ নোহোৱা অৱস্থা এটা নহৈছিল।

ডাৰ্‌বিনৰ মতবাদ নিৰ্ভৰ কৰিছিল দৈবাৎ-ঘটিত তাৰতম্য (Chance Variation)-ৰ ওপৰত। তেওঁ স্বীকাৰ কৰিছে যে ইয়াৰ কাৰণবোৰ অজ্ঞাত। ই এক পৰিলক্ষিত সত্য যে এহাল নিৰ্দিষ্ট জীৱৰ উত্তৰ-সুৰীসকলৰ আটাইবোৰ একে ধৰণৰ নহয়। ঘৰচীয়া প্ৰাণীবোৰৰ ব্যাপক পৰিবৰ্তন সধা হয় কৃত্ৰিম নিৰ্বাচনৰ যোগেদি ; মানুহৰ অভিকৰণ (agency)-অৰ জৰিয়তে গাইগৰুৱে বেছিকৈ গাখীৰ দিয়া হয়, দৌৰৰ ঘোঁৰাই ক্ষিপ্ৰতৰভাৱে দৌৰা হয় আৰু ভেৰাই বেছি উলসূতাৰ যোগান ধৰা হয়। নিৰ্বাচনে কি সাধন কৰিব পাৰে, সেইবিষয়ে এই সত্যবোৰেই ডাৰবিনে পাব পৰা আটাইতকৈ প্ৰত্যক্ষ সাক্ষ্য আগবঢ়াইছিল। এয়া সত্য যে পোৱালি জন্মাও তাই মাছ এটাক মাৰ্ছুপিয়েলত[৮] পৰিণত কৰিব নোৱাৰে অথবা এটা মাৰ্ছুপিয়েলক এটা বান্দৰত পৰিণত কৰিব নোৱাৰে। কিন্তু এনে বিশাল পৰিবৰ্তনসমূহ ভূতাত্বিকৰ দৰকাৰ হোৱা অগণন যুগজোৰা সময়ত ঘটিব পাৰে বুলি আশা কৰা যায়। তাৰোপৰি, বহু ক্ষেত্ৰতে উমৈহতীয়া বংশলতা থকাৰো প্ৰমাণ আছে। জীবাশ্মসমূহে দেখুৱাইছে যে অতীতত বৰ্তমান ব্যাপকভাৱে সুকীয়া হৈ পৰা প্ৰজাতিসমূহৰ মাজৰ অন্তৰ্বৰ্তী প্ৰাণী কিছুমানৰো অস্তিত্ব আছিল। উদাহৰণস্বৰূপে টেৰ'ডাক্টিল আছিল আধা-আধি চৰাই আধা-আধি সৰীসৃপ। ভ্ৰূণ-তাত্ত্বিকসকলে আবিষ্কাৰ কৰিছিল যে বিকাশৰ পৰিক্ৰমাত অপৈণত প্ৰাণীবোৰে পূৰ্বৰ ৰকমবোৰ পুনৰাবৃত্তি কৰে ; স্তন্যপায়ীৰ ভ্ৰূণত কোনো এটা অৱস্থাত মাছৰ ফুলৰ প্ৰাথমিক সাঁচ থাকে যিবোৰ একেবাৰেই কামত নহা আৰু যিবোৰ বংশ

ইতিহাসৰ পুনৰাবৃত্তি বুলি ব্যাখ্যা কৰাৰ বাহিৰে আন ধৰণে ব্যাখ্যা কৰিবলগীয়া নহয়েই। বিবৰ্তনৰ সত্যতা সম্পৰ্কে আৰু ইয়াক সংঘটিত কৰা মুখ্য কাৰক হিছাপে প্ৰাকৃতিক নিৰ্বাচনৰ সত্যতা সম্পৰ্কে জীৱবিজ্ঞানীসকলক পতিয়ন নিয়াবলৈ বহু বিভিন্ন ধৰণৰ যুক্তি সন্মিলিত হৈছিল।

ক'পাৰ্নিকাছীয় মতবাদৰ সমানেই ডাৰ্‌ৱিনীয় মতবাদো আছিল ধৰ্মতত্ত্বৰ প্ৰতি এক কঠোৰ আঘাত। কেৱল যে জেনেছিছে প্ৰকাশ কৰা বুলি ভাব হোৱা জীৱ প্ৰজাতি সমূহৰ অপৰিৱৰ্তনীয়তা আৰু ভালেমান পৃথক পৃথক সৃষ্টি কাৰ্যৰ কথাকেই বৰ্জন কৰাৰ আৱশ্যক আছিল তেনে নহয় ; কেৱল যে জীৱৰ উৎপত্তিৰ পিছৰ পৰা ৰক্ষণশীলসকলক হতোদ্যম কৰি তোলা সময়ৰ এক অতিবহনৰ ধাৰণা এটা লোৱাৰেই আৱশ্যক তেনে নহয় ; কেৱল যে ঈশ্বৰৰ কৃপাৰ সপক্ষে থকা অগণন যুক্তিকে— যি যুক্তি পাৰিপাৰ্শ্বিকতাৰ সৈতে প্ৰাণীবোৰৰ সুন্দৰ অভিযোজনৰ পৰা আহৰণ কৰা হয় ; অথচ যাক সম্প্ৰতি প্ৰাকৃতিক নিৰ্বাচনৰ ক্ৰিয়া হিছাপে ব্যাখ্যা কৰা হয়— বৰ্জন কৰিব লাগিব তেনে নহয়। ইয়াৰে কোনো এটাতকৈ অথবা গোটেই কেইটাতকৈও বেয়া কথাটো হ'ল এয়ে যে বিবৰ্তনবাদীসকলে দৃঢ়তাৰে ঘোষণা কৰিবলৈ সাহস কৰিছে যে মানুহৰ উৎপত্তি ঘটিছে ইতৰ প্ৰাণীসমূহৰ পৰা। দৰাচলতে, মতবাদটোৰ এইটো দিশক লৈয়েই ধৰ্মতাত্ত্বিক আৰু অশিক্ষিত মানুহখিনি পৰস্পৰ বান্ধ খাই পৰিছিল। "ডাৰ্‌ৱিনে কৈছে যে মানুহ বান্দৰৰ বংশধৰ!" এইবুলি আতংকত গোটেই জগতখনেই চিৎকাৰ কৰি উঠিছিল। সকলোৱেই কৈছিল যে ডাৰ্‌ৱিনে এই কথা বিশ্বাস কৰিছে কাৰণ তেওঁ নিজেই দেখাত বান্দৰৰ নিচিনা (যিটো অৱশ্যে সঁচা নাছিল)। মোৰ ল'ৰালিত, মোৰ এজন ঘৰুৱা শিক্ষক আছিল। অতিশয় গাম্ভীৰ্যতাৰে তেওঁ মোক কৈছিল ঃ "যদি তুমি এজন ডাৰ্‌ৱিনবাদী তেন্তে তোমাৰ প্ৰতি মোৰ পুতৌ উপজিব। কাৰণ একে সময়তে এজন ডাৰ্‌ৱিনবাদী আৰু এজন খ্ৰীষ্টান হোৱাটো অসম্ভৱ।" টেনেছি (Tennessee)-ত আজিলৈকে বিবৰ্তনৰ মতবাদ শিকোৱাটো বে-আইনী, কাৰণ ইয়াক ঈশ্বৰৰ কথাৰ বিৰোধী বুলি গণ্য কৰা হয়।

প্ৰায়ক্ষেত্ৰতেই ঘটাৰ নিচিনাকৈ এই নতুন মতবাদৰ ক্ষেত্ৰতো ইয়াৰ সমৰ্থকসকলৰ তুলনাত ধৰ্ম তাত্ত্বিকসকলেহে ইয়াৰ ফলাফলবোৰ অনুমান কৰাত বেছি ক্ষিপ্ৰতা দেখুৱাইছিল। এই সমৰ্থকসকলৰ বেছিভাগেই আছিল ধাৰ্মিক লোক আৰু সেয়ে সাক্ষ্য প্ৰমাণৰ দ্বাৰা পতিয়ন গ'লেও তেওঁলোকে তেওঁলোকৰ পূৰ্বৰ বিশ্বাসবোৰৰ যিমান পাৰি সিমানখিনি সাবটি ৰাখিব বিচাৰিছিল। ঊনবিংশ শতিকাত বিশেষকৈ *অগ্ৰগতি বোলা কথাটো* তাৰ সমৰ্থকসকলৰ যুক্তিসিদ্ধতাৰ অভাৱৰ বাবেই ভালেখিনি সহজসাধ্য হৈ পৰিছিল। এই যুক্তিসিদ্ধতাৰ অভাৱে এটা পৰিৱৰ্তন গ্ৰহণ কৰাৰ

আগতে আন এটা পৰিবৰ্তনত অভ্যস্ত হ'বৰ বাবে তেওঁলোকক সমৰ্থ কৰি তুলিছিল। যেতিয়া কোনো এক নব উদ্ভাৱনৰ আটাইবোৰ যুক্তিপূৰ্ণ ফলাফল একে সময়তে আগবঢ়োৱা হয়, মানুহৰ অভ্যাসৰ ওপৰত আঘাত ইমান তীব্ৰ হৈ পৰে যে তেওঁলোকে গোটেইখিনিকে বৰ্জন কৰাৰ প্ৰৱণতা দেখুৱায়, তাৰ বিপৰীতে যদি তেওঁলোকক প্ৰতিটো দহ বা বিশ বছৰত মাথোঁ একোটাকৈ পদক্ষেপ গ্ৰহণ কৰিবলৈ আমন্ত্ৰণ জনোৱা হয়, তেনেহ'লে প্ৰগতিৰ পথেৰে বিশেষ প্ৰতিৰোধৰ সন্মুখীন নোহোৱাকৈয়ে তেওঁলোকক ফুচুলাই নিব পাৰি। উনবিংশ শতিকাৰ মহৎ ব্যক্তিসকল বৌদ্ধিকভাৱেও, ৰাজনৈতিকভাৱেও বিপ্লৱী নাছিল ; কিন্তু এক সংস্কাৰৰ প্ৰয়োজন প্ৰবল ৰূপত স্পষ্ট হৈ পৰাত সংস্কাৰৰ পোষকতা কৰিবলৈ তেওঁলোক ইচ্ছুক হৈ পৰিছিল। নতুনৰ পথ-নিৰ্দেশকসকলৰ এনে সাৱধানী মেজাজে উনবিংশ শতিকাত তাৰ বিকাশৰ চৰম ক্ষিপ্ৰতাৰ বাবে স্মৰণীয় কৰি তোলাত সহায় কৰিছিল।

যি কি নহওক, সাধাৰণ মানুহৰ তুলনাত ধৰ্মতাত্ত্বিকসকলে সংশ্লিষ্ট কথাখিনি বেছি স্পষ্টভাৱে দেখা পাইছিল। তেওঁলোকে আঙুলিয়াই দিছিল যে মানুহৰ অমৰ আত্মা আছে, বান্দৰৰ সেয়া নাই ; খ্ৰীষ্টই মৃত্যুবৰণ কৰিছিল মানুহক বচাবলৈহে, বান্দৰক বচাবলৈ নহয় ; ভুল-শুদ্ধৰ বিচাৰ কৰিব পৰাকৈ মানুহৰ আছে ঈশ্বৰে সুমুৱাই দিয়া বিবেক, যাৰ বিপৰীতে বান্দৰ পৰিচালিত হয় কেৱল প্ৰবৃত্তিৰ দ্বাৰা। যদিহে বহু ক্ৰমাগত স্তৰ অতিক্ৰমি বান্দৰৰ পৰাই মানুহৰ বিকাশ হৈছে, তেন্তে ধৰ্মতত্ত্বীয় দিশৰ পৰা জৰুৰী এই বৈশিষ্ট্যসমূহ মানুহে কোন মুহূৰ্তত অকস্মাতে আহৰণ কৰিলে? ১৮৬০ চনত ("জীৱৰ উৎপত্তি" প্ৰকাশ হোৱাৰ পিছৰটো বছৰ) বৃটিশ এছোছিয়েচনত বিছপ উইলবাৰফৰ্চে ডাৰ্ৱিনবাদৰ বিৰুদ্ধে বজ্ৰঘোষকণ্ঠে চিঞৰি উঠিছিল ঃ "প্ৰাকৃতিক নিৰ্বাচনৰ নীতিটো ঈশ্বৰৰ উক্তিৰ সৈতে চৰমভাৱে খাপ নোখোৱা বিধৰ।" তেওঁৰ এই সমস্ত বাগ্মিতা আছিল নিৰৰ্থক আৰু ডাৰ্ৱিনৰ সমৰ্থক হাক্সলিয়ে তেওঁক যুক্তিতৰ্কত পৰাভূত কৰা বুলি সচৰাচৰ ভবা হয়। মানুহে আৰু খ্ৰীষ্টধৰ্ম মণ্ডলীৰ অসন্তোষক ভয় নকৰা হৈছিল আৰু সোনকালেই প্ৰাণী আৰু উদ্ভিদ প্ৰজাতিৰ বিৱৰ্তন জীৱবিজ্ঞানীসকলৰ মাজত গৃহীত মতবাদ হৈ পৰিছিল। অৱশ্যে কাইচেষ্টাৰৰ ডীনে বিশ্ববিদ্যালয়ত প্ৰদত্ত এক ধৰ্মোপদেশমূলক বক্তৃতাত অক্সফোৰ্ডক জনাইছিল যে, "যিসকলে আমাৰ প্ৰথম পিতা-মাতাৰ সৃষ্টিবিষয়ক ইতিহাস ইয়াৰ স্পষ্ট আক্ষৰিক অভিধা অনুসৰি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে আৰু তাৰ স্থানত বিৱৰ্তন সম্পৰ্কীয় আধুনিক স্বপ্নটো প্ৰতিষ্ঠা কৰিব খোজে, সেইসকলে মানুহৰ মুক্তিৰ সমগ্ৰ আঁচনিটোকেই চূৰ্ণ-বিচূৰ্ণ কৰিছে", আকৌ, ৰক্ষণশীলসকলৰ মত গ্ৰহণ নকৰিও তেওঁলোকৰ অসহনশীলতাক ধৰি

ৰখা কাৰ্লাইলে ডাৰ্‌বিনক "ময়লা উপাসনাৰ প্ৰচাৰক" বুলি অভিহিত কৰিছে।

যাজকশ্ৰেণীক বাদ দি অন্য খ্ৰীষ্টানলোকৰ অবৈজ্ঞানিক মানসিকতা গ্ল্যাড্‌ষ্টোনৰ উদাহৰণ বঢ়িয়াকৈ দেখুৱাইছে। সেয়া আছিল এক উদাৰ যুগ যদিও উদাৰ পন্থী নেতাগৰাকীয়ে তাক উল্টাফালে নিবলৈ সৰ্বোচ্চখিনি উজাৰি দিছিল। ১৮৬৪ চনত চিৰন্তন শাস্তিত বিশ্বাস নকৰা বাবে দুজন যাজকক শাস্তি দিবলৈ চলোৱা প্ৰচেষ্টা ব্যৰ্থ হৈছিল। ইয়াৰ কাৰণ আছিল এয়ে যে আছুতীয়া সংসদৰ ন্যায়িক সমিতি (Judicial Committee of the Privy Council)-য়ে দুয়োকে অভিযোগমুক্ত কৰিছিল। এই ঘটনাত গ্ল্যাডষ্টোন আতকিংত হৈ পৰিছিল আৰু কৈছিল যে যদিহে এই বিচাৰৰ ৰায়ৰ নীতিকে পিছলৈও অনুসৰণ কৰা হয়, তেন্তে ই "খ্ৰীষ্টীয় বিশ্বাস আৰু তাৰ অস্বীকাৰৰ মাজত সম্পূৰ্ণ পাৰ্থক্যহীনতা" প্ৰতিষ্ঠা কৰিব। ডাৰবিনৰ মতবাদ যেতিয়া পোন প্ৰথমবাৰৰ বাবে প্ৰকাশ হৈ ওলাল, তেতিয়া শাসন কাৰ্যতো অভ্যস্ত লোকৰ সহানুভূতিশীল অনুভৱ ব্যক্ত কৰি তেওঁ কৈছিল ঃ "বিৱৰ্তন বুলি অভিহিত ভিত্তিতে ঈশ্বৰক সৃষ্টিকাৰ্যৰ শ্ৰমৰ পৰা ৰেহাই দিয়া হ'ল , অপৰিৱৰ্তনীয় নিয়মৰ নামত পৃথিৱী শাসন কৰাৰপৰা তেওঁক বৰ্খাস্ত কৰা হ'ল।" যি কি নহওক, ডাৰবিনৰ বিৰুদ্ধে তেওঁৰ কোনো ব্যক্তিগত অসন্তুষ্টিৰ ভাব নাছিল ; ক্ৰমশঃ তেওঁ তেওঁৰ বিৰোধিতাৰ সাল-সলনি ঘটাইছিল আৰু ১৮৭৭ চনত তেওঁ ডাৰ্‌বিনক এবাৰ সাক্ষাৎ কৰিছিল। এই সাক্ষাতৰ গোটেইছোৱা সময়তে তেওঁ বুলগেৰীয নৃশংসতাৰ কথা অনৰ্গল কৈ গৈছিল। তেওঁ যোৱাৰ পিছত ডাৰ্‌বিনে অতি সৰলভাৱে মন্তব্য কৰিছিল ঃ "এনে এজন ডাঙৰ মানুহে মোক দেখা কৰিবলৈ আহিছে—কি এক সন্মানৰ কথা!" ডাৰবিনৰ কিবা গভীৰ সাঁচ গ্ল্যাডষ্টোনে লগত কঢ়িয়াই নিছিল নে নাই, সেই বিষয়ে বুৰঞ্জী নিমাত।

আমাৰ নিজৰ সময়ত ধৰ্মই নিজকে বিৱৰ্তনৰ মতবাদৰ উপযোগী কৰি তুলিছে আৰু আনকি এই মতবাদৰ পৰা নতুন নতুন যুক্তিও উলিয়াই লৈছে। আমাক কোৱা হৈছে যে "যুগ যুগ ধৰি এক বৰ্দ্ধমান উদ্দেশ্যায়ে কাম কৰি আহিছে," লগতে কোৱা হৈছে যে বিৱৰ্তন হৈছে ঈশ্বৰৰ মনত সকলো সময়তে থকা এটি ধাৰণাৰে উন্মোচন। দেখা গৈছে যে হিউমিলাৰক সমস্যাক্ৰান্ত কৰা সেই যুগবোৰত, হিংস্ৰ শিং আৰু যন্ত্ৰণাদায়ক হুলেৰে প্ৰাণীবোৰে ইটিয়ে সিটিক উৎপীড়ন কৰা যুগবোৰত, সৰ্বশক্তিমান ঈশ্বৰে প্ৰশান্তচিত্তে অপেক্ষা কৰিছিল মানুহৰ সৰ্বশেষ আবিৰ্ভাৱৰ বাবে—যি মানুহ আবিৰ্ভূত হ'ব তাৰ উৎপীড়নৰ অধিক বাছকবনীয়া শক্তিৰে আৰু তাৰ বহু বেছি ব্যাপকভাৱে প্ৰসাৰিত নিষ্ঠুৰতা সহকাৰে। সৃষ্টিকৰ্তাই কি কাৰণে চিধা-চিধি তেওঁৰ

লক্ষ্যত উপনীত হোবাৰ পৰিবৰ্তে এটা প্ৰক্ৰিয়াৰ মাজেদি উপনীত হোৱাটো পছন্দ কৰিব লাগে, সেই কথা এই আধুনিক ধৰ্মতাত্ত্বিকসকলে আমাক নকয়। বিশুদ্ধিকৰণ (Consummation) অৰ চমৎকাৰিত্বৰ সন্দৰ্ভত আমাৰ সন্দেহ লাঘৱ কৰাৰ বাবেও তেওঁলোকে বেছি একো নকয়। এনে এটা অনুভৱ নোহোৱাকৈ থকাটো টান—যিটো অনুভৱ বৰ্ণমালা শিকি উঠাৰ পিছত সৰু ল'ৰা এটাৰ মনত ওপজে—যে ইমান কমকৈ পোৱাৰ বাবে ইমান বেছিকৈ যন্ত্ৰণা ভোগাটো উপযুক্ত নাছিল। অৱশ্যে এয়া এক ৰুচিৰ বিষয়।

বিবৰ্তনৰ ওপৰত ভিত্তিশীল যি কোনো ধৰ্মতত্ত্বৰ বিৰুদ্ধে অন্য এক বেছি গম্ভীৰ আপত্তি উঠে। যাঠি আৰু সত্তৰৰ দশকত এই মতবাদৰ ধুনটো নতুন হৈ থাকোঁতে, প্ৰগতিক জগতৰ এটা নিয়ম বুলি গ্ৰহণ কৰা হৈছিল। বছৰে বছৰে আমি জানো চহকী হৈ গৈ থকা নাই? কৰ আৰোপণ হ্ৰাস পোৱা সত্ত্বেও আমি জানো বাজেটৰ উদ্বৃত্তৰ পৰা উপকৃত হৈ থকা নাই? আমাৰ যান্ত্ৰিক কৌশল জানো পৃথিৱীৰে বিস্ময় নাছিল আৰু আমাৰ সংসদীয় চৰকাৰ জানো প্ৰবুদ্ধ বিদেশীসকলৰ অনুকৰণৰ আৰ্হি হোৱা নাছিল? প্ৰগতি যে সীমাহীনভাৱে আগবাঢ়ি গৈ থাকিব, তাক জানো কোনোবাই সন্দেহ কৰিব পাৰিছিল? যি বিজ্ঞান আৰু যান্ত্ৰিক সৃজনীশীলতাই ইয়াৰ উৎপত্তি ঘটাইছে, সিহঁতক নিশ্চয় আৰু অধিক প্ৰচুৰভাৱে এই প্ৰগতিক সৃষ্টি কৰি গৈ থাকিব বুলি বিশ্বাসত ল'ব পাৰি। এনে এক দুনিয়াত, বিবৰ্তনক মাথোঁ দৈনন্দিন জীৱনৰে সাধাৰণীকৰণ যেন ভাব হৈছিল।

আনকি তথাপিও বেছি চিন্তাশীলসকলৰ বাবে অন্য এটা দিশো স্পষ্ট হৈ আছিল বিকাশ সম্ভৱ কৰি তোলা একেকেইটা নিয়মেই অৱক্ষয়ো সম্ভৱ কৰি তোলে। এদিনাখন সূৰ্যটো চেঁচা হৈ পৰিব আৰু পৃথিৱীত জীৱনৰ যৱনিকা পৰিব। প্ৰাণী আৰু উদ্ভিদৰ এই সমগ্ৰ যুগটো অতি উষ্ণ অতীত যুগসমূহ আৰু অতি শীতল আগন্তুক যুগসমূহৰ মাজৰ এক নাট্যবিৰতিসূচক দৃশ্যহে মাথোন। মহাজাগতিক বিকাশৰ কোনো নিয়ম নাই, আছে মাথোঁ এক উৰ্ধমুখী-নিম্নমুখী দোলন— অৱশ্যে শক্তিৰ ব্যাপনৰ বাবে তুলাচনীত এক ধীৰ নিম্নমুখী প্ৰৱণতা আছে। এইটোকে অন্ততঃ আটাইতকৈ সম্ভাব্য বুলি সম্প্ৰতি বিজ্ঞানে গণ্য কৰে আৰু আমাৰ মোহভংগ ঘটা প্ৰজন্মৰ বাবে ইয়াক বিশ্বাস কৰাটো সহজো হৈছে। আমাৰ বৰ্তমানৰ জ্ঞানে যিখিনি দেখুৱাইছে, সেই মতে বিবৰ্তনৰ পৰা শেহান্তৰত আশাবাদী ৰূপ সোৱা কোনো দৰ্শনত যুক্তিসিদ্ধভাৱে উপনীত হ'ব পৰা নাযায়।

□□□

## চতুৰ্থ অধ্যায়

# প্ৰেততত্ত্ব আৰু চিকিৎসা শাস্ত্ৰ

মানৱ শৰীৰ আৰু ইয়াৰ ৰোগসমূহৰ বৈজ্ঞানিক অধ্যয়নে এসোপামান অন্ধবিশ্বাসৰ বিৰুদ্ধে যুঁজি আহিব লগা হৈছে আৰু কিছু পৰিমাণে আজিও যুঁজিবলগীয়া হয়। এই অন্ধবিশ্বাসসমূহৰ উৎপত্তি ঘাইকৈ প্ৰাক্-খ্ৰীষ্টীয় যুগত, কিন্তু অতি আধুনিক যুগলৈও গিৰ্জা কৰ্তৃপক্ষৰ সমস্ত ক্ষমতাৰ দ্বাৰা ই প্ৰতিপালিত হৈ আহিছে। বেমাৰ কোনো কোনো সময়ত আছিল পাপৰ শাস্তিস্বৰূপ ঈশ্বৰ প্ৰদত্ত দুৰ্ভোগ, কিন্তু ঘাইকৈ ই আছিল চয়তানৰ কাৰবাৰ। প্ৰাৰ্থনা আৰু তীৰ্থযাত্ৰাৰ জৰিয়তে, সন্তসকলে স্বয়ং উপস্থিতি কিম্বা তেওঁলোকৰ পবিত্ৰ স্মাৰক অৱশেষসমূহৰ যোগেদি কৰা হস্তক্ষেপৰ জৰিয়তে এই বেমাৰ আৰোগ্য কৰাটো সম্ভৱ আছিল। আকৌ, পিশাচে সৃষ্টি কৰা বেমাৰৰ ক্ষেত্ৰত, পিশাচ খেদা জৰা-ফুকা অথবা পিশাচে (লগতে ৰোগীয়েও) বীভৎস বুলি গণ্য কৰা চিকিৎসাৰ জৰিয়তে তেনে বেমাৰ ভাল কৰিব পৰা গৈছিল।

ইয়াৰ বেছিভাগৰ সপক্ষেই গছপেলসমূহত সমৰ্থন বিচাৰি পোৱা গৈছিল। এই তত্ত্বৰ বাকীখিনিয়ে বিকাশ লাভ কৰিছিল ফাদাৰসকলৰ জৰিয়তে নাইবা তেওঁলোকৰ মতবাদসমূহৰ পৰা স্বাভাৱিক ভাৱে সেই ঘটিছিল। চেইণ্ট আগাষ্টাইনে মতপোষণ কৰিছিল যে "খ্ৰীষ্টানৰসমূহ বেমাৰৰ অন্তৰালত আছে এই তথাপি পিশাচবোৰ ; সিহঁতে ঘাইকৈ নতুনকৈ দীক্ষিত খ্ৰীষ্টানসকলৰ আনকি নিৰ্দোষ নৱজাত শিশুবোৰকো উৎপীড়ন কৰে। এই কথা বুজিব লাগিব যে ফাদাৰসকলৰ লিখনিত "পিশাচে" বুজাইছিল অখ্ৰীষ্টধৰ্মী দেৱতাক আৰু খ্ৰীষ্টধৰ্মৰ অগ্ৰগতিত ইহঁতবোৰ ক্ৰুদ্ধ হৈ উঠা বুলি ভবা হৈছিল। আৰম্ভণি সময়ৰ খ্ৰীষ্টানসকলে গ্ৰীক অলিম্পিয়ান দেৱতাসকলৰ অস্তিত্ব কোনো কাৰণতে অস্বীকাৰ কৰা নাছিল। কিন্তু, তেওঁলোকে সিহঁতক চয়তানৰ দাস বুলি ভাবিছিল। "পেৰেডাইজ্ লষ্ট"ত মিল্টনেও এই মতটো গ্ৰহণ কৰিছে। গ্ৰেগ'ৰি নিয়াঞ্জেনে মতপোষণ কৰিছিল যে দৰৱবোৰ কামত নহা বস্তু, কিন্তু পৱিত্ৰকৃত হাত স্থাপন কৰাটো প্ৰায়েই ফলদায়ক হয়। একে ধৰণৰ মত অন্য ফাদাৰসকলেও ব্যক্ত কৰিছিল।

স্মাৰক অৱশেষসমূহৰ ফলপ্ৰসূতাত বিশ্বাস গোটেই মধ্যযুগ জুৰি বাঢ়ি আহিছিল আৰু আনকি এতিয়াও নাইকিয়া হোৱা নাই। তেনে মূল্যবান অৱশেষৰ মালিকানা

আছিল একোটা গির্জা আৰু একোখন নগৰৰ বাবে আয়ৰ উৎস আৰু ইবোৰে এনে অৰ্থনৈতিক অভিপ্ৰায়ৰ উদ্ভৱ ঘটাইছিল যিয়েই চেইন্ট পলৰ বিৰুদ্ধে ইফেজীয়সকলক জগাই তুলিছিল। স্মাৰক অৱশেষত থকা বিশ্বাস তাৰ স্বৰূপ উদঘাটনকো অতিক্ৰমি বৰ্তি থাকে। উদাহৰণ স্বৰূপে, পালেৰ্মোত সংৰক্ষিত চেইন্ট ৰোজালিয়াৰ অস্থিয়ে বেমাৰ নিৰাময় কৰাত ফলপ্ৰসূ বুলি কেবা শতিকাজুৰি প্ৰমাণিত হৈছে। কিন্তু এজন অশুচি দেহবিদে পৰীক্ষা কৰি চোৱাত সেয়া ছাগলীৰ অস্থি বুলি ওলাই পৰিল। তথাপি আৰোগ্যকৰণ অব্যাহত হৈয়েই থাকিল। আজি আমি জানো যে কেতবোৰ বেমাৰ বিশ্বাসৰ দ্বাৰাই ভাল কৰিব পাৰি, পিছে বাকীবোৰ নোৱাৰি। সন্দেহ নাই, ৰোগ নিৰাময়ৰ "অসাধাৰণ ঘটনা" কেতবোৰ ঘটে, কিন্তু অবৈজ্ঞানিক পৰিবেশত প্ৰবাদে সত্যৰ অতিৰঞ্জন ঘটায় আৰু এই পদ্ধতিৰে নিৰাময় কৰিব পৰা মূৰ্ছাৰোগ (hysterical diseases) আৰু বিজ্ঞান নিৰ্ভৰ চিকিৎসাৰ প্ৰয়োজন হোৱা আনবোৰ ৰোগৰ মাজৰ ব্যৱধান নাইকিয়া কৰি তোলে।

উত্তেজনাময় পৰিস্থিতিত প্ৰবাদৰ বিকাশ ঘটাটো এনে এটা ঘটনা, যাৰ অসাধাৰণ উদাহৰণ পোৱা গৈছিল বিশ্বযুদ্ধৰ সময়ছোৱাত। এনে এটি দৃষ্টান্ত হৈছে প্ৰথমকেইটা সপ্তাহত ৰাছিয়ানসকল ইংলেণ্ডৰ মাজেৰে ফ্ৰান্সলৈ পাৰ হৈছিল বুলি ধৰি লোৱা কথাটো। এনে বিশ্বাসৰ মূল চিহ্নিত কৰিব পাৰিলে ইতিহাসবিদৰ বাবে আপাত দৃষ্টিত প্ৰশ্নাতীত যেন লগা ঐতিহাসিক দৃঢ়মতৰ কোনখিনি বিশ্বাসযোগ্য, তাৰ বিচাৰ কৰাত সহায়ক হিচাপে সেয়া মূল্যবান হ'ব পাৰে। অসাধাৰণভাৱে নিখুঁত এটি দৃষ্টান্ত হিচাপে আমি চেইন্ট ফ্ৰান্সিচ্ জেভিয়াৰৰ সত্যৰূপে গৃহীত অসাধাৰণ ঘটনাবোৰকে উদাহৰণ হিচাপে ল'ব পাৰোঁ। তেওঁ ল'য়'লাৰ বন্ধু আছিল আৰু প্ৰাচ্যদেশলৈ যোৱা জেছুইট মিশ্যনেৰীসকলৰ ভিতৰত তেওঁ আছিল প্ৰথম আৰু আটাইতকৈ প্ৰসিদ্ধ।* চেইন্ট ফ্ৰান্সিয়ে ভাৰত, চীন আৰু জাপানত বহু বছৰ কটাইছিল আৰু অৱশেষত ১৫৫২ চনত তেওঁ মৃত্যুমুখত পৰে। তেওঁ আৰু তেওঁৰ সংগীসকলে ভালেমান দীঘল দীঘল চিঠি-পত্ৰ লিখিছিল যিবোৰ আজিও আছে। সেই চিঠিবোৰত তেওঁলোকৰ পৰিশ্ৰমৰ কথা বৰ্ণনা কৰা হৈছে, কিন্তু তেওঁ জীৱিত থকা পৰ্যন্ত সেই চিঠিবোৰৰ এখনতো তেওঁৰ অলৌকিক ক্ষমতা থকাৰ কথা প্ৰকাশ কৰা হোৱা নাই। যোচেফ একষ্টাই (পেৰুৰ জন্তুবোৰৰ দ্বাৰা যে সমস্যাক্ৰান্ত হৈছিল, সেই একেজন জেছুইটেই) স্পষ্টভাৱেই কৈছে যে বিধৰ্মীসকলক ধৰ্মান্তৰ কৰাৰ প্ৰচেষ্টাত মিশ্যনেৰীসকলক

* এই বিষয়টো প্ৰশংসনীয়ভাৱে আলোচিত হৈছে হোৱাইটৰ "ধৰ্মতত্ত্বৰ সৈতে বিজ্ঞানৰ যুদ্ধ" (Warfare of Science with Theology) গ্ৰন্থত। গ্ৰন্থখনৰ গুৰুত্ব মই ভাৰ্গোৰ্থিন ঋণী।

কোনো অসাধাৰণ ঘটনাই সহায় কৰা নাছিল। কিন্তু, জেভিয়াৰৰ মৃত্যুৰ পিছৰ পৰাই অসাধাৰণ ঘটনাৰ কাহিনী ওলাব ধৰিলে। তেওঁৰ ভাষা ক'ব পৰা প্ৰতিভা আছিল বুলি কোৱা হৈছিল। অথচ, তেওঁৰ চিঠিবোৰ জাপানী ভাষাৰ বিভিন্ন অসুবিধা আৰু ভাল দোভাষীৰ অভাৱৰ কথাৰে পৰিপূৰ্ণ। কোৱা হয় যে এবাৰ যেতিয়া তেওঁৰ সংগীসকল সাগৰত তৃষ্ণাতুৰ হৈ পৰিল, তেওঁ লুণীয়া পানীকে নিৰ্মল পানীলৈ পৰিৱৰ্তিত কৰিলে। যেতিয়া তেওঁৰ ক্ৰুছবিদ্ধ খ্ৰীষ্টৰ মূৰ্তিটো সাগৰত পৰি হেৰাল, এটা কেঁকোৰাই হেনো তেওঁক সেই বস্তুপদ ঘূৰাই আনি দিলে। এক পৰৱৰ্তী ভাষ্যমতে এটি ধুমুহাক শান্ত কৰাৰ বাবেহে উক্ত মূৰ্তিটো তেওঁ জাহাজৰ কাষেৰে দলিয়াই দিছিল। ১৬২২ চনত তেওঁক সন্তৰূপে স্বীকৃতি দান কৰাৰ সময়ত ভেটিকান কৰ্তৃপক্ষক সন্তুষ্ট কৰাৰ বাবে তেওঁ অসাধাৰণ কাৰ্য সংঘটিত কৰে বুলি প্ৰমাণ কৰাৰ দৰকাৰ হৈছিল, কাৰণ এনে প্ৰমাণ অবিহনে কোনেও সন্ত হ'ব নোৱাৰে। পোপে বিভাগীয়ভাৱেই তেওঁৰ ভাষা কোৱাৰ ক্ষমতা সম্পৰ্কে নিশ্চয়তা দান কৰিছিল আৰু লগতে জেভিয়াৰে তেলৰ সলনি পবিত্ৰ পানীৰে বন্তি জ্বলিব লগা কৰিছিল বাবে বিশেষভাৱে প্ৰভাৱিত হৈছিল। এওঁৱেই সেই পোপজন, অৰ্থাৎ অষ্টম আৰবান, যিয়ে গেলিলিঅ'ৰ কথাবোৰ অযুক্তিপূৰ্ণ বুলি ভাবিছিল। ফাদাৰ বাউআউৰ্ছ (Father Bouhours)-এ ১৬৮২ চনত জেভিয়াৰৰ এখন জীৱনী প্ৰকাশ কৰা পৰ্যন্ত এই প্ৰবাদ বাঢ়িয়ে থাকিল। এই জীৱনীখনৰ পৰা আমি গম পাওঁ যে সন্তজনে তেওঁৰ জীৱনকালত মৃতসকলৰ মাজৰ পৰা চৌধাজনক পুনৰ্জীৱন দান কৰিছিল। কেথ'লিক লিখকসকলে আজিও তেওঁৰ অসাধাৰণ ক্ষমতাক প্ৰশংসা কৰে। উদাহৰণস্বৰূপে, ১৮৭২ চনত প্ৰকাশিত এখন জীৱনীত যীশুসমাজ (The Society of Jesus)-অৰ ফাদাৰ ক'ল'ৰিজে তেওঁৰ ভাষা কোৱাৰ প্ৰতিভাৰ কথা পুনৰ দৃঢ়তাৰে ব্যক্ত কৰে।

এই উদাহৰণৰ পৰা স্পষ্ট হৈছে কিমান নিৰ্ভৰযোগ্য সেই বিস্ময়কৰ ঘটনাৰ বিৱৰণবোৰ, যিবোৰ ঘটনা ঘটাৰ সময়ত চেইণ্ট্ ফ্ৰান্সিচ্ জেভিয়াৰৰ সময়তকৈ নথি-পত্ৰৰ সংখ্যা আছিল ভালেখিনি কম।

অসাধাৰণ নিৰাময়ৰ কথাবোৰ প্ৰটেষ্টাণ্ট্ আৰু কেথ'লিকসকলে সমানেই বিশ্বাস কৰিছিল। ইংলেণ্ডত ৰজাৰ স্পৰ্শই নিৰাময় কৰিছিল "ৰাজ গলগণ্ড" (the king's evil) নামে জনাজাত ৰোগ। দ্বিতীয় চাৰ্লছে (সেই সন্তুতুল্য ৰজাজন!) প্ৰায় ১,০০,০০০ মানুহক স্পৰ্শ কৰিছিল। এনেদৰে সম্ভৱ হোৱা বাঠিটা নিৰাময়কৰণৰ বিৱৰণ ৰজাৰ ব্যক্তিগত শল্য চিকিৎসকজনে প্ৰকাশ কৰিছিল। আন এগৰাকী শল্য চিকিৎসকে ৰজাৰ স্পৰ্শৰ নিৰাময় হোৱা শ শ ঘটনা (তেওঁ কোৱা মতে) নিজ চকুৰে দেখিছে— তাৰে আকৌ ভাগ্যমান এনেবিধ য'ত ইতিপূৰ্বে আটাইতকৈ পাৰ্গত শল্য

চিকিৎসকলো ব্যৰ্থ হৈছে। ৰজাই তেওঁৰ ৰোগ নিৰাময়ৰ অসাধাৰণ ক্ষমতা প্ৰয়োগ কৰা বিশেষ মুহূৰ্তৰ বাবে প্ৰাৰ্থনা গ্ৰন্থত বিশেষ প্ৰাৰ্থনা সন্নিবিষ্ট আছিল। যথোচিতভাৱেই এই ক্ষমতা দ্বিতীয় জেমছ্, তৃতীয় ৱিলিয়াম আৰু ৰাণী এনলৈকে বংশানুক্ৰমে হস্তান্তৰিত হৈছিল। পিছে স্পষ্টভাৱেই হেনো ভাবীয় বংশানুক্ৰমক অতিক্ৰমি এই ক্ষমতা বৰ্তি থাকিব নোৱাৰিলে।

প্লেগ আৰু মহামাৰী মধ্যযুগত নিয়মীয়া আৰু ভয়াবহ আছিল ; কেতিয়াবা ইয়াৰ বাবে দায়ী কৰা হৈছিল পিশাচবোৰক, কেতিয়াবা ঈশ্বৰৰ ক্ৰোধক। ঈশ্বৰৰ এই ক্ৰোধৰ পৰা হাত সৰাৰ এটা পদ্ধতি আছিল গিৰ্জাক ভূমিদান কৰা। যাজকসকলে এই পদ্ধতিটোকে বেছিভাগ ক্ষেত্ৰতে পৰামৰ্শ হিছাপে আগবঢ়াইছিল। ১৬৮০ চনত ৰোম নগৰীত প্লেগে উন্মত্ত ৰূপ ধাৰণ কৰোঁতে এই কথা খাটাং হৈ পৰিছিল যে অসংগতভাৱে অৱহেলিত হোৱা চেইণ্ট্ চেবাস্তিয়ানৰ ক্ৰোধৰ বাবে এই ঘটনা ঘটিছে। তেওঁৰ নামত এটা স্মৃতিস্তম্ভ স্থাপন কৰা হ'ল আৰু প্লেগ মহামাৰীৰো অৱসান ঘটিল। নৱ জাগৰণৰ শীৰ্ষ সময়ত ১৫২২ চনত ৰোমানসকলে ৰোম নগৰক আক্ৰান্ত কৰা প্লেগৰ কাৰণ প্ৰথমতে ভুলকৈ নিৰ্ণয় কৰিছিল। তেওঁলোকে ভাবিছিল যে পিশাচবোৰ অৰ্থাৎ প্ৰাচীন দেৱতাসকলৰ ক্ৰোধৰ বাবেই এই ঘটনা ঘটিছিল আৰু সেয়েহে ক'ল'ছিয়ামত তেওঁলোকে জুপিটাৰৰ উদ্দেশ্যে এটি ষাঁড় গৰু উছৰ্গা কৰিছিল। ইয়াৰ পৰা যেতিয়া একো ফল নধৰিলে, তেওঁলোকে কুমাৰী মাতৃ আৰু সন্তসকলক সন্তুষ্ট কৰাৰ বাবে কেইবাটাও শোভাযাত্ৰা উলিয়াইছিল। এই ব্যৱস্থা বহুত বেছি ফলদায়ক বুলি তেওঁলোকে জানিব পাৰিছিল চাগৈ।

১৩৪৮ খ্ৰীষ্টাব্দৰ "কলা-মৰণ" (Black Death)-এ বিভিন্ন স্থানত বিভিন্ন ধৰণৰ অন্ধবিশ্বাসৰ প্ৰাদুৰ্ভাৱ ঘটাইছিল। যেনে ঈশ্বৰৰ ক্ৰোধ সাধৰ কৰাৰ বিভিন্ন জনপ্ৰিয় পদ্ধতিৰ এটা আছিল ইহুদী বিনাশ। বেভেৰিয়াত বাৰ হাজাৰ ইহুদীক হত্যা কৰা হৈছিল বুলি হিছাপ আছে ; আৰফুৰ্টত, তিনি হাজাৰ হত্যা কৰা হৈছিল ; ষ্টেচ্‌বাৰ্গত দুই হাজাৰ ইহুদীক জীৱন্তে দগ্ধ কৰা হৈছিল ইত্যাদি ইত্যাদি। এই উন্মাদ সাম্প্ৰদায়িক হত্যাৰ বিৰুদ্ধে পোপে অকলে আপত্তি দৰ্শাইছিল। ব্লেক ডে'থৰ এটা অতি অসাধাৰণ ফল দেখা গৈছিল চিয়েনাত। তাৰ গিৰ্জাটো ভালেখিনি বৰ্দ্ধিত কৰা হওক বুলি সিদ্ধান্ত কৰা হৈছিল আৰু সেই অনুসাৰে বেছ কিছু পৰিমাণৰ কাম ইতিমধ্যেই সম্পন্ন কৰা হৈছিল। কিন্তু অন্যান্য স্থানৰ দুৰ্ভাগ্যজনক পৰিণতিৰ কথা পাহৰি যোৱা চিয়েনাৰ অধিবাসীসকলে প্লেগ আহোঁতে ধৰি ল'লে যে এয়া তেওঁলোকৰ পাপৰ ফলস্বৰূপে ঈশ্বৰ প্ৰেৰিত বিশেষ দুৰ্ভাগ্য—এক প্ৰকাণ্ড গিৰ্জা নিৰ্মাণৰ আকাঙ্ক্ষাৰে তেওঁলোকে যি গৰ্ব প্ৰকাশ কৰিছে, তাৰ বিৰুদ্ধেই এই শাস্তিৰ

ব্যৱস্থা। গতিকে তেওঁলোকে কামটো বন্ধ কৰিলে আৰু তেওঁলোকৰ অনুশোচনাৰ স্মৃতি স্তম্ভ হিছাপে সেই অসমাপ্ত গাঁথনি আজিও বিদ্যমান।

ৰোগৰ বিৰুদ্ধে যুঁজাৰ অন্ধবিশ্বাসমূলক পদ্ধতিবোৰক যে সাৰ্বজনীনভাৱে বিশ্বাসত লোৱা হৈছিল, কেৱল সেইটোৱে নহয়, লগতে ঔষধৰ বৈজ্ঞানিক অধ্যয়নকো কঠোৰভাৱে নিৰুৎসাহিত কৰা হৈছিল। এই ক্ষেত্ৰত মুখ্য বৃত্তিয়ালসকল আছিল ইহুদী ; তেওঁলোকে তেওঁলোকৰ জ্ঞান মুছলমানসকলৰ পৰা আহৰণ কৰিছিল। তেওঁলোকক যাদুবিদ্যাত জড়িত বুলি সন্দেহ কৰা হৈছিল আৰু বোধহয় তেওঁলোকে এই সন্দেহত নীৰৱে সন্মতি দিছিল, কিয়নো ই তেওঁলোকৰ মাছুল বৃদ্ধি কৰিছিল। শৰীৰবিদ্যাক পাপৰ কাৰ্য বুলি গণ্য কৰা হৈছিল কাৰণ ই শৰীৰৰ পুনৰুত্থানত খেলিমেলি লগাব পাৰে আৰু লগতে এই কাৰণেও যে গিৰ্জাই ৰক্তপাতৰ বিৰোধিতা কৰিছিল। অষ্টম ব'নিফেইচ্ (Boniface)-অৰ এক লিখিত নিৰ্দেশ ভুল বুজাৰ পৰিণতিত দেহ-ব্যৱচ্ছেদপ্ৰায় নিষিদ্ধ কৰা হৈছিল। যোল শতিকাৰ দ্বিতীয়াৰ্দ্ধ পোপ পঞ্চম পিয়াচে পূৰ্বৰ ৰায়ৰ নবীকৰণ ঘটাই চিকিৎসকসকলক নিৰ্দেশ দিছিল যাতে চিকিৎসা কৰাৰ আগতে তেওঁলোকে প্ৰথমে পুৰোহিতকহে মাতি পঠায়। তাৰ কাৰণ এয়ে যে "দৈহিক অসুস্থতা প্ৰায়ে পাপৰ পৰাহে উদ্ভৱ হয়।" লগতে তেওঁ নিৰ্দেশ দিছিল যে ৰোগীয়ে যদি তিনি দিনৰ ভিতৰত পুৰোহিতৰ ওচৰত তেওঁৰ পাপ স্বীকাৰ নকৰে, তেন্তে তেওঁৰ যাতে আৰু চিকিৎসা কৰা নহয়। সেই সময়ৰ চিকিৎসাশাস্ত্ৰৰ যেনে পিছপৰা পৰিস্থিতি, তাকে চাই তেওঁ হয়তো জ্ঞানীৰ কামেই কৰিছিল।

কল্পনা কৰাত অসুবিধা নহয় যে মানসিক বিকাৰৰ চিকিৎসা বিশেষভাৱে অন্ধবিশ্বাসমূলক আছিল আৰু চিকিৎসাশাস্ত্ৰৰ আন যি কোনো শাখাৰ তুলনাত বেছি কাল ধৰি তেনেকৈয়ে আছিল। বলিয়ালিক অশুভ আত্মা লম্ভাৰ ফল বুলি গণ্য কৰা হৈছিল—নিউ টেষ্টামেণ্টতে এই মতৰ কৰ্তৃত্ব বিচাৰি পোৱা যায়। কোনো কোনো সময়ত নিৰাময় সম্ভৱ হৈছিল জৰা-ফুকাৰ দ্বাৰা বা স্মাৰক অংশৰ স্পৰ্শ কৰাৰ দ্বাৰা নাইবা পিশাচক ওলাই আহিবলৈ পূত ব্যক্তিয়ে দিয়া নিৰ্দেশৰ দ্বাৰা। কেতিয়াবা আকৌ যাদুবিদ্যাৰ ভেজাল থকা উপাদানো ধৰ্মৰ সৈতে মিহলি কৰা হৈছিল। উদাহৰণস্বৰূপে : "মানুহ এজনক যেতিয়া চয়তানে লম্ভে অথবা ৰোগৰ জৰিয়তে তেওঁক ভিতৰৰ পৰাই নিয়ন্ত্ৰণ কৰে, তেতিয়া লুপিনৰ নিঃসৰিত ৰস, বিছপচ্ৱৰ্ট, হেনবে'ন নামৰ বিষাক্ত উদ্ভিদ, নহৰু একেলগে খুন্দি তাত সুৰা আৰু পবিত্ৰ জল মিহলাই দিবা।"

এই পদ্ধতিবোৰত বৰ বিশেষ হানি একো হোৱা নাছিল। কিন্তু সোনকালেই এনে এটা ধাৰণা হৈ আহিল যে অশুভ আত্মাক খেদাৰ আটাইতকৈ ভাল উপায়টো

হৈছে তাক যন্ত্ৰণা দিয়া অথবা তাৰ গৰ্বক হেয় কৰি তোলা—যিহেতু গৰ্বই হৈছে চাতান (Satan)-অৰ অধঃপতনৰ উৎস। উৎকত দুৰ্গন্ধ আৰু বীভৎস বস্তু প্ৰয়োগ কৰা হৈছিল। জাৰি-ফুকি পিশাচ খেদা পদ্ধতি ক্ৰমাগতভাৱে দীঘল হৈ আহিল আৰু ক্ৰমাগতভাৱে বেছি কদৰ্যতাৰে পৰিপূৰ্ণ হ'ব ধৰিলে। এনেবোৰ উপায়েৰে ১৫৮৩ খ্ৰীষ্টাব্দত ভিয়েনাৰ জেছুইটসকলে ১২,৬৫২ টা চয়তান খেদি পঠাইছিল। এনে নৰম পদ্ধতিবোৰ ব্যৰ্থ হ'লে ৰোগীক বেত্ৰাঘাত কৰা হৈছিল। তৎসত্বেও, চয়তানে ৰোগীক এৰা দিবলৈ অস্বীকাৰ কৰিলে ৰোগীক উৎপীড়ন কৰা হৈছিল। কেবা শতিকাও ধৰি অসংখ্য অসহায় বলিয়াক বৰ্বৰ কাৰাধ্যক্ষৰ নিষ্ঠুৰতাৰ ওচৰত সপি দিয়া হৈছিল। আনকি যি সময়ত নিষ্ঠুৰতাক আদিতে অনুপ্ৰাণিত কৰা অন্ধবিশ্বাসবোৰ মানুহে আৰু গ্ৰহণ নকৰা হ'ল, সেই সময়তো বলিয়াৰ প্ৰতি ৰূঢ় আচৰণ কৰাৰ পৰম্পৰাটো বৰ্তি আছিল। টোপনি বাৰণ কৰাটো আছিল এটি স্বীকৃত পদ্ধতি, কঠোৰ গালি মাত আছিল অন্য এটা পদ্ধতি। তৃতীয় জৰ্জ বলিয়া হোৱাত তেওঁক কোবোৱা হৈছিল। অৱশ্যে, সুস্থ অৱস্থাৰ তুলনাত বলিয়া অৱস্থাত চয়তানে তেওঁক বেছিকৈ লজ্জা বুলি কোনেও ভবা নাছিল।

বলিয়ালিৰ মধ্যযুগীয় চিকিৎসাৰ সৈতে ঘনিষ্ঠভাৱে জড়িত আছিল ডাইনীবিদ্যাত বিশ্বাস। বাইবেলে কৈছে ঃ "এজনী ডাইনী জীয়াই থকাটো তুমি সহিব নালাগিব।" (Exodus xxii, P 18) এইটো উক্তি আৰু অন্যান্য তেনে উক্তিৰ বাবেই ৱেছলিয়ে ধাৰণা কৰিছিল যে "ডাইনীবিদ্যাক অস্বীকাৰ কৰা মানে আচলতে বাইবেলকে অস্বীকাৰ কৰা।" মই ভাবো তেওঁ ঠিক কথাই কৈছিল।* মানুহে বাইবেলক বিশ্বাস কৰি থকা পৰ্যন্ত ডাইনী সম্পৰ্কীয় ইয়াৰ নিৰ্দেশ যথাসাধ্য পালন কৰিবলৈ চেষ্টা কৰিছিল। বাইবেলক নৈতিকভাৱে মূল্যবান বুলি আজিও ভবা আধুনিক উদাৰপন্থী খ্ৰীষ্টানসকলে বাইবেলৰ এনে উক্তিবোৰ পাহৰি যাব খোজে ; লগতে পাহৰি যাব খোজে যে এটা সময়ত মানুহে বাইবেলক আচৰণৰ পথ নিৰ্দেশক হিচাপে নিষ্ঠাৰে গ্ৰহণ কৰিছিল বাবে নিযুত নিযুত নিৰ্দোষ লোক যন্ত্ৰণাত ছটি-ফটি কৰি মৰিব লগা হৈছিল।

ডাইনীবিদ্যাৰ বিষয়টো আৰু তাতোকৈও বৃহত্তৰ বিষয় যাদু আৰু ইন্দ্ৰজাল

---

* যদিহে ডাউনীবিদ্যা ক্ষীয়মান হোৱাৰ সময়ত তাৰ প্ৰতি থকা বিশ্বাসৰ বিৰুদ্ধাচৰণ কৰা এই দৃষ্টিভংগী আমি গ্ৰহণ নকৰোঁ, যি অনুসাৰে "ডাউনী" বুলি অনূদিত Exodus-অৰ শব্দটোৱে আচলতে "বিষদাতা"হে বুজায়। আনকি তেতিয়াও ই এওৰৰ ডাইনী বিষয়ক কথাটোৰ পৰা হাত সৰুৱাব নোৱাৰে।

একে সময়তে আকৰ্ষণীয়ও, দুৰ্বোধ্যও। নৃতাত্ত্বিকসকলে আনকি অতি আদিম জাতিসমূহৰ মাজতো যাদুবিদ্যা আৰু ধৰ্মৰ পাৰ্থক্য বিচাৰি পাইছে। ইয়াৰ বাবে তেওঁলোকে প্ৰয়োগ কৰা বিচাৰ মান সমূহ তেওঁলোকৰ নিজৰ বিদ্যাৰ সৈতে নিঃসন্দেহে খাপ খায়। পিছে, দেও-ভূতৰ ওজালিক হাৰাশাস্তি কৰা কথাটোত মনোনিবেশ কৰোঁতে আমাক দৰকাৰ হোৱা বিচাৰ-মান এইবোৰ নহয়। উদাহৰণস্বৰূপে, ৰিভাৰ্ছে মেলানেছিয়া সম্পৰ্কে ১৯২৪ চনত প্ৰকাশিত তেওঁৰ অতি আকৰ্ষণীয় গ্ৰন্থখনত কৈছে ঃ "যাদুবিদ্যাৰ বিষয়ে কওঁতে মই তেনে প্ৰক্ৰিয়াৰ সমষ্টি এটাকে বুজাম, য'ত মানুহে এনে কেতবোৰ আচাৰ-অনুষ্ঠান চলায় যিবোৰৰ সফলতা মানুহজনৰ নিজৰ ক্ষমতা বা তেওঁৰ ভিতৰত অন্তৰ্নিহিত থকা বুলি বিশ্বাস কৰা শক্তি বা এই আচাৰ অনুষ্ঠানত ব্যৱহৃত বস্তু আৰু প্ৰক্ৰিয়াসমূহৰ ওপৰত নিৰ্ভৰ কৰে। আনহাতে, ধৰ্মই সামৰি ল'ব এনে প্ৰক্ৰিয়াৰ সমষ্টি, যাৰ সফলতা নিৰ্ভৰ কৰে কোনো উচ্চতৰ শক্তিৰ ইচ্ছাৰ ওপৰত ; প্ৰাৰ্থনা আৰু তুষ্টিকৰণৰ আচাৰৰ জৰিয়তে এই শক্তিৰ হস্তক্ষেপ আকাঙক্ষা কৰা হয়।"

এহাতে, পবিত্ৰ শিলৰ নিচিনা কেতবোৰ নিষ্প্ৰাণ বস্তুৰ অলৌকিক ক্ষমতাত বিশ্বাস কৰা আৰু আনহাতে, সকলো অ-মানৱ আত্মাকে মানুহতকৈ উচ্চতৰ বুলি গণ্য কৰা মানুহবোৰৰ বিষয়ে আলোচনা কৰোঁতেহে এই সংজ্ঞাটো খাপ খাব। মধ্যযুগীয় খ্ৰীষ্টান আৰু মুছলমানসকলৰ ক্ষেত্ৰত এই দুয়োটাৰ এটাও সম্পূৰ্ণ সত্য নহয়। এই কথা সঁচা যে পৰশমণি (Philosopher's Stone) আৰু সৰ্বৰোগ ঔষধ (elixir)-অত অদ্ভুত ক্ষমতা আৰোপ কৰা হৈছিল, কিন্তু ইবোৰক বৈজ্ঞানিক বুলিয়ে প্ৰায় শ্ৰেণীভুক্ত কৰিব পৰা যায় ঃ পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰাহে ইবোৰৰ সন্ধান চলিছিল আৰু ইহঁতৰ প্ৰত্যাশিত গুণবোৰ ৰেডিয়ামত পোৱা গুণবোৰতকৈ বেছি বিস্ময়কৰ নহয় বুলিবই পাৰি। আৰু মধ্যযুগত উপলব্ধ যি যাদুবিদ্যা, সি সদায় সহায়ৰ বাবে আত্মাক আবাহন কৰিছিল— কিন্তু কেৱল অশুভ আত্মাকহে। মেলানেছীয়সকলৰ মাজত শুভ আৰু অশুভ আত্মাৰ পাৰ্থক্য আছিল যেন নালাগে। কিন্তু খ্ৰীষ্টীয় ধৰ্ম মতত ই সাৰবস্তুৰ বিষয়। অসাধাৰণ কাৰ্য সম্পাদন চয়তানেও কৰিব পাৰে, দেৱতায়ো পাৰে। কিন্তু চয়তানে সেই কাম কৰে দুষ্টলোকক সহায় কৰাৰ বাবে, য'ত দেৱতাই কৰে সৎলোকৰ সহায়ক হ'বৰ বাবে। গছপেলৰ পৰা ওলোৱা এই পাৰ্থক্য যীশুখ্ৰীষ্টৰ দিনত ইহুদীসকলৰ সুপৰিচিত হৈ পৰিছিল। ইয়াৰ প্ৰমাণ এয়ে যে তেওঁলোকে যীশুক বীল জেবাবৰ সহযোগতহে পিশাচবোৰক খেদি পঠিওৱা বুলি অভিযোগ কৰিছিল। মধ্যযুগত ইন্দ্ৰজাল আৰু ডাইনীবিদ্যা একচেটিয়াকৈ নহ'লেও অন্ততঃ প্ৰধানভাৱে গিৰ্জা বিবেচিত অপৰাধ। ইবোৰৰ অসাধাৰণ পাপ নিহিত আছিল নাৰকীয়

শক্তিসমূহৰ সৈতে মিত্ৰতা স্থাপনত। যথেষ্ট আচহুৱা কথা আছিল এয়ে যে চয়তানক কেতিয়াবা এনে কাম কৰাৰ বাবে প্ৰৰোচিত কৰিব পাৰি যে সেই কাম আন কোনোবাই কৰা হ'লে ভাল কাম বুলি বিবেচিত হ'লহেঁতেন। চিচিলিত আছে (অথবা শেহতীয়া সময়লৈকে আছিল) এনে ধৰণৰ কেতবোৰ পুতলা নাটক যিবোৰ মধ্যযুগৰ পৰাই অবিচ্ছিন্ন পৰম্পৰাৰে হস্তান্তৰিত হৈ আহিছে। ১৯০৮ চনত মই নিজেই পালেৰ্মোত ইয়াৰে এখন দেখিছোঁ। তাৰ বিষয় বস্তু আছিল চাৰ্লমেন আৰু আফ্ৰিকীয় মুছলমান (Moors)- অৰ মাজৰ যুদ্ধ। এই নাটকখনত দেখুওৱামতে এখন ডাঙৰ যুদ্ধৰ আগে আগে পোপে মহাকষ্টে চয়তানৰ সহায় লাভ কৰিছিল আৰু যুদ্ধৰ সময়ছোৱাত বায়ুত ওপঙি চয়তানে খ্ৰীষ্টানসকলক বিজয়দান কৰা দেখা গৈছিল। এই চমকপ্ৰদ পৰিণতি সত্ত্বেও পোপৰ কাৰ্য পাপময় বুলি বিবেচিত হৈছিল আৰু ইয়াকে লৈ যুদ্ধজয়ৰ সুবিধা গ্ৰহণ কৰা চাৰ্লমেন উচিতভাৱেই বিস্মিত হৈ পৰিছিল।

আজিকালি ডাইনীবিদ্যাৰ কোনো কোনো নিষ্ঠাবান ছাত্ৰই মতপোষণ কৰিছে যে ডাইনীবিদ্যা আছিল খ্ৰীষ্টীয় য়ুৰোপত অ-খ্ৰীষ্টীয় ধৰ্মপন্থা আৰু অখ্ৰীষ্টীয় দেৱতাসকলৰ উপাসনাৰ প্ৰাচীন ভাবধাৰাৰ অৱস্থিতি; খ্ৰীষ্টীয় প্ৰেততত্ত্বত এই দেৱতাসকলেই হৈ পৰিছিল অশুভ আত্মা। যদিও পৌত্তলিকতা (Paganism)-ৰ উপাদানৰ সৈতে যাদুবিদ্যাৰ আচাৰ-অনুষ্ঠান মিহলি হোৱাৰ ভালেমান সাক্ষ্য প্ৰমাণ পোৱা যায়, তথাপি ডাইনীবিদ্যাক কেৱল এই উৎসৰ পৰাই উদ্ভৱ হোৱা বুলি ধৰি লোৱাৰ পথত গুৰুত্বপূৰ্ণ সমস্যা আছে। প্ৰাক্-খ্ৰীষ্ট প্ৰাচীন যুগত যাদুবিদ্যা আছিল এক শাস্তিযোগ্য অপৰাধ; ৰোমৰ আইনৰ প্ৰাচীনতম বিধি (Twelve tables)-ত ইয়াৰ বিৰুদ্ধে এটি আইন আছিল। আনকি খ্ৰীষ্টপূৰ্ব ১১০০ চনৰ দৰে অতীত সময়তো কেতবোৰ বিষয়ববীয়া আৰু তৃতীয় ৰেমচেচৰ অন্তেষপুৰৰ কিছুমান মহিলাৰ বিচাৰ কৰা হৈছিল। কাৰণ তেওঁলোকে ৰজা ৰেমচেচৰ এটি মমৰ প্ৰতিমূৰ্তি নিৰ্মাণ কৰিছিল আৰু তেওঁৰ মৃত্যুৰ উদ্দেশ্যে সন্মুখত ৰাখি তাৰ ওপৰত যাদুকৰী মন্ত্ৰ উচ্চাৰণ কৰিছিল। ১৫০ খ্ৰীষ্টাব্দত লেখক আপুলেইয়াচক যাদুৰ অভিযোগত বিচাৰাধীন কৰা হৈছিল। ইয়াৰ কাৰণ আছিল এয়ে যে তেওঁ এগৰাকী চহকী বিধৱাক বিয়া কৰাই সেই বিধৱাৰ পুত্ৰক বৰ সন্তুষ্ট কৰিছিল। পিছে অ'থেলোৰ নিচিনাকৈ তেৰোঁ কেৱল তেওঁৰ স্বাভাবিক সম্মোহন প্ৰয়োগ কৰিছিল বুলি বিচাৰকসকলক পতিয়ন নিয়াত কৃতকাৰ্য হৈছিল। যাদুবিদ্যাক আদিতে বিশেষভাৱে নাৰীজনিত অপৰাধ বুলি গণ্য কৰা হৈছিল। মহিলাৰ ওপৰত মনোযোগ আৰম্ভ হৈছে পঞ্চদশ শতিকাৰ পৰা। তেতিয়াৰে পৰা সপ্তদশ শতিকালৈকে এই সময়ছোৱাত ডাইনীৰ ওপৰত উৎপীড়ন বৰ বিস্তাৰিত আৰু নিৰ্মম আছিল। অষ্টম ইনোচেণ্টে ১৪৮৪

খ্ৰীষ্টাব্দত ডাইনীবিদ্যাৰ বিৰুদ্ধে এক ঘোষণা জাৰি কৰিছিল আৰু ইয়াৰ বিৰুদ্ধে শাস্তিৰ ব্যৱস্থা কৰিবলৈ দুজন ন্যায়াধিকাৰ নিযুক্ত কৰিছিল। এওঁলোকে ১৪৮৯ খ্ৰীষ্টাব্দত এখন গ্ৰন্থ প্ৰকাশ কৰিছিল, যিখন বহুকাললৈ কৰ্তৃত্বশীল বুলি গ্ৰাহ্য হৈছিল। গ্ৰন্থখনৰ নাম "Malleus Moleficarum" যাৰ অৰ্থ "নাৰী দুৰাচাৰিণীৰ হাতুৰি।" তেওঁলোকে মত প্ৰকাশ কৰিছিল যে ডাইনীবিদ্যা পুৰুষতকৈ নাৰীৰ বাবে বেছি স্বাভাৱিক এইবাবেই যে পাপ সিহঁতৰ অন্তৰত অন্তৰ্নিহিত হৈ থাকে। এই সময়ত, ডাইনীসকলৰ বিৰুদ্ধে আটাইতকৈ প্ৰচলিত অভিযোগটো আছিল বেয়া বতৰ সৃষ্টি কৰা বিষয়ক। ডাইনীবিদ্যাত লিপ্ত বুলি সন্দেহ হোৱা তিৰোতাৰ বাবে এখন প্ৰশ্নতালিকা যুগুত কৰা হৈছিল আৰু প্ৰত্যাশিত উত্তৰ নিদিয়া পৰ্যন্ত সন্দেহযুক্তসকলক ৰে'কৰ ওপৰত উৎপীড়ন কৰা হৈছিল। হিছাপ কৰি পোৱা গৈছে যে ১৪৫০ আৰু ১৫৫০ চনৰ ভিতৰত অকল জাৰ্মানীতে এক লক্ষ ডাইনীক হত্যা কৰা হৈছিল। ইয়াৰে বেছিভাগক জীৱন্তে দগ্ধ কৰা হৈছিল।

এই উৎপীড়নে শীৰ্ষ মান স্পৰ্শ কৰাৰ সময়তো দুই-এক নিৰ্ভীক যুক্তিবাদীয়ে ধুমুহা, শিলাবৃষ্টি, বিজুলী, বজ্ৰপাত আদি সঁচাকৈয়ে তিৰোতা বিশেষৰ চক্ৰান্ততে সৃষ্টি হৈছে নে নাই, সেই বিষয়ে সন্দেহ প্ৰকাশ কৰিবলৈ সাহস কৰিছিল। এনেকুৱা ব্যক্তিৰ প্ৰতি কোনো দয়া দেখুওৱা হোৱা নাছিল। উদাহৰণস্বৰূপে, ষোল শতিকাৰ শেষৰফালে ট্ৰিভ্‌ছ্ (Treves) বিশ্ববিদ্যালয়ৰ অধিউপাধ্যায় (Rector) আৰু নিৰ্বাচনী আদালতৰ মুখ্য বিচাৰক ফ্ৰেইডে অগণন ডাইনীক মৃত্যুদণ্ড বিহাৰ পিছত ভাবিবলৈ আৰম্ভ কৰিলে যে ৰে'কৰ যি শাস্তি, তাৰ পৰা হাত সাৰিবলৈহে বোধহয় ডাইনীবোৰে সিহঁতৰ তথাকথিত স্বীকাৰোক্তি দিয়ে। ফলস্বৰূপে, তাইহঁতক অভিযুক্ত কৰাৰ ক্ষেত্ৰত তেওঁ অনিচ্ছা প্ৰদৰ্শন কৰিছিল। সেয়ে চাতানৰ ওচৰত নিজকে বিক্ৰী কৰিছে বুলি তেওঁক অভিযুক্ত কৰা হ'ল আৰু অন্যৰ ওপৰত যি শাস্তি আৰোপ কৰিছিল, তেওঁকো সেই একেই শাস্তিৰে সন্মুখীন কৰা হ'ল। তাইহঁতৰ নিচিনাকৈয়ে তেৰোঁ তেওঁৰ অপৰাধ স্বীকাৰ কৰিলে আৰু ১৫৮৯ খ্ৰীষ্টাব্দত তেওঁৰ টেঁটু চেপি ধৰা হ'ল আৰু তাৰ পিছত অগ্নিদগ্ধ কৰা হ'ল।

ডাইনী উৎপীড়নৰ ক্ষেত্ৰত কেথ'লিকসকলৰ সমানেই প্ৰটেষ্টাণ্ট্‌সকলো আসক্ত আছিল। এই ক্ষেত্ৰত প্ৰথম জে'মছ্ বিশেষভাৱে উৎসাহী আছিল। প্ৰেত-তত্ত্বৰ বিষয়ে তেওঁ এখন গ্ৰন্থ প্ৰণয়ন কৰিছিল আৰু ক'ক এটৰ্নি জেনেৰেল আৰু বেকন হাউচ্ অব্ কমন্সৰ সদস্য হৈ থকা কালত ইংলেণ্ডত তেওঁৰ ৰাজত্বৰ প্ৰথম বছৰতে এটি বিধিৰ জৰিয়তে তেওঁ আইন কটকটীয়া কৰি তুলিছিল। সেই বিধি ১৭৩৬ খ্ৰীষ্টাব্দ পৰ্যন্ত বলবৎ আছিল। ডাইনীৰ বিৰুদ্ধে আইনগত ব্যৱস্থা গ্ৰহণ কৰাৰ উদাহৰণ ঢেৰ।

এইবোৰৰে কোনো এটাত চিকিৎসক সাক্ষী আছিল ছাৰ টমাচ্ ব্ৰাউন। Religio Medici গ্ৰন্থত তেওঁ প্ৰকাশ কৰিছে ঃ "ডাইনীৰ অস্তিত্ব মই সদায়ে বিশ্বাস কৰি আহিছোঁ আৰু সম্প্ৰতি জানিছোঁও। তাইহঁতক লৈ সংশয়ত ভোগাসকলে তাইহঁতকে মাত্ৰ অস্বীকাৰ নকৰে; তেওঁলোকে অশৰীৰী আত্মাৰ অস্তিত্বকে উলাই কৰে। ফলস্বৰূপে, আওপকীয়াকৈ তেওঁলোক বিধৰ্মী নহ'লেও এক ধৰণৰ নাস্তিক হয়।" লেকীয়ে আঙুলিয়াই দিয়া ধৰণে দৰাচলতে "সোতৰ শতিকাৰ সংশয়বাদৰ এটি অতি প্ৰধান বৈশিষ্ট্য আছিল প্ৰেত আৰু ডাইনীত অবিশ্বাস। প্ৰথমতে ই খোলা-খুলিভাৱেই মুক্ত চিন্তা কৰা ব্যক্তিৰ মাজত প্ৰায় সীমাবদ্ধ আছিল।"

ডাইনী নিপীড়ন ইংলেণ্ডৰ তুলনাত স্কটলেণ্ডত বহু বেছি কঠোৰ আছিল। সেই স্কটলেণ্ডত প্ৰথম জে'মছে ডেন্মাৰ্কৰ পৰা আহোঁতে তেওঁক আক্ৰান্ত কৰা ধুমুহাৰ কাৰণ আবিষ্কাৰ কৰাত বৰ কৃতকাৰ্যতা অৰ্জন কৰিছিল। জনৈক ডক্টৰ ফিয়ানে উৎপীড়িত অৱস্থাত স্বীকাৰ কৰিছিল যে লেইথৰ পৰা চালনী এখনত উঠি সাগৰত পাৰি দিয়া কেইশমান ডাইনীয়ে সেই ধুমুহাৰ সৃষ্টি কৰিছিল। "স্কটলেণ্ডৰ বুৰঞ্জী" (History of Scotland)-ত বাৰ্টনে মন্তব্য দিছে ঃ "স্ক্যাণ্ডিনেভিয়াৰ ফালৰ ডাইনীৰ এটি সহযোগী দলৰ দ্বাৰা এই পৰিঘটনাৰ গুৰুত্ব বৃদ্ধি কৰা হৈছিল। প্ৰেততত্ত্বৰ নিয়ম সমূহৰ নিৰ্ণায়ক সম্পৰীক্ষা চলোৱাত এইদৰেই দুয়োদস সমৰ্থ হৈছিল" (সপ্তম খণ্ড, পৃষ্ঠা ১১৬)। ডক্টৰ ফিয়ানে ততালিকে তেওঁৰ স্বীকাৰোক্তি উঠাই লৈছিল। ফলস্বৰূপে, শাস্তিৰ কঠোৰতা সাংঘাতিক ৰূপত বাঢ়ি গৈছিল। তেওঁৰ ভৰিৰ হাড় ভাঙি কেবা টুকুৰাও কৰাৰ পিছতো তেওঁ আঁকোৰগোজ হৈয়ে থাকিল। তেতিয়া এই কথা-কাণ্ডবোৰ লক্ষ্য কৰি থকা প্ৰথম জে'মছে এক নতুন উৎপীড়ন উদ্ভাৱন কৰি উলিয়ালে ঃ নিপীড়নৰ বলিৰ নখবোৰ উভালি দিয়া হ'ল আৰু আঙুলিৰ মূৰবোৰত গজাল মাৰি দিয়া হ'ল। কিন্তু সমসাময়িক অভিলেখনে কৈছে ঃ "চয়তান তেওঁৰ হৃদয়ৰ ইমান গভীৰলৈ শিপাইছিল যে তেওঁ পূৰ্বতে দিয়া স্বীকাৰোক্তিৰ আটাইখিনিকে একেবাৰে অস্বীকাৰ কৰিছিল।" এতেকে তেওঁক পুৰি মৰা হৈছিল।*

১৭৩৬ খ্ৰীষ্টাব্দৰ একেখন বিধিৰেই ইংলেণ্ড আৰু স্কটলেণ্ডত ডাইনীবিদ্যাৰ বিৰুদ্ধে থকা আইন খাৰিজ কৰা হয়। কিন্তু স্কটলেণ্ডত এই বিষয়ক বিশ্বাস তেতিয়াও বৰ শক্তিশালী হৈয়ে আছিল। ১৭৩০ খ্ৰীষ্টাব্দত প্ৰকাশিত আইনৰ এখন বৃত্তিমূলক পাঠ্য-পুথিয়ে কৈছে ঃ "ডাইনীৰ অস্তিত্ব যে থাকিব পাৰে, থাকিব পাৰিলেহেঁতেন

---

* লেকীৰ "য়ুৰোপৰ যুক্তিবাদৰ ইতিহাস (History of Rationalism in Europe) গ্ৰন্থৰ প্ৰথম খণ্ডৰ ১১৪ নং পৃষ্ঠাত চাওক।

আৰু হয়তো এতিয়াও সঁচা-সঁচিকৈয়ে আছে, এই কথাৰ তুলনাত আন একোৱেই মোৰ ওচৰত স্পষ্ট যেন ভাব নহয়। ঈশ্বৰৰ ইচ্ছাত এই কথাকে মই অপৰাধ সংক্ৰান্ত আইন বিষয়ক এখন বৃহত্তৰ গ্ৰন্থত ব্যাখ্যা কৰাৰ অভিপ্ৰায় ৰাখিছোঁ।" স্কটলেণ্ডৰ প্ৰতিষ্ঠিত গিৰ্জা (Established Church of Scotland)-ৰ পৰা ওলাই অহা এক গুৰুত্বপূৰ্ণ গোটৰ নেতাসকলে ১৭৩৬ খ্ৰীষ্টাব্দত সেই সময়ৰ নৈতিকতাহীনতাৰ বিষয়ে এটি বিবৃতি প্ৰকাশ কৰিছিল। ইয়াত অভিযোগ কৰামতে কেৱল যে নৃত্য আৰু নাটককে উৎসাহিত কৰা হৈছিল সেয়েই নহয়, তাৰ লগতে "সম্প্ৰতি ডাইনীৰ বিৰুদ্ধে থকা শাস্তিমূলক বিধি খাৰিজ কৰা হৈছে, যিটো ঈশ্বৰৰ আইনৰ এই প্ৰকাশ্য উক্তিৰ বিৰোধী--- 'এজনী ডাইনী জীৱিত থকাটোও তুমি সহিব নালাগিব'।" যি কি নহওক, এই সময়ৰ পিছৰ পৰাই স্কটলেণ্ডৰ শিক্ষিত মানুহৰ মাজত ডাইনী বিদ্যাৰ প্ৰতি থকা বিশ্বাস তীব্ৰগতিত নোহোৱা হৈ আহিছিল।

পশ্চিমীয়া দেশসমূহত ডাইনীবিদ্যাৰ বিৰুদ্ধে থকা শাস্তিৰ পৰিসমাপ্তি ঘটাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য সমকালীনতা আছে। ইংলেণ্ডত এংলিকানসকলৰ তুলনাত পিউৰিটানসকলে এই বিশ্বাস অধিক দৃঢ়ভাৱে পোষণ কৰিছিল। টিউডৰ বংশী আৰু ষ্টুৱাৰ্টবংশী আটাইবোৰ ৰজাৰ ৰাজত্বকালৰ তুলনাত কমনৱেলথ্ চৰকাৰৰ দিনত ডাইনীবিদ্যাক লৈ বেছি মৃত্যুদণ্ড বিহা হৈছিল। ৰেষ্টোৰেশান, (The Restoration)-অৰ লগে লগে এই বিষয়ক সংশয় এটা ধুন হ'বলৈ আৰম্ভ কৰিছিল। নিশ্চিতভাৱে গম পোৱা তেনে মৃত্যুদণ্ডৰ শেষৰটো সংঘটিত হৈছিল ১৬৮২ খ্ৰীষ্টাব্দত। অৱশ্যে, ১৭১২ খ্ৰীষ্টাব্দ পৰ্যন্ত তেনে ঘটনা সংঘটিত হৈছিল বুলি কোৱা হয়। এই বছৰতে হাৰ্টফৰ্ডশ্বায়াৰত স্থানীয় যাজকসকলৰ উদ্‌গনিত এখন বিচাৰ অনুষ্ঠিত হৈছিল। বিচাৰকগৰাকীয়ে এই অপৰাধৰ সম্ভাৱনাক অবিশ্বাস কৰিছিল আৰু ৰায় পৰ্যালোচক মণ্ডলী (Jury)-ক সেইভাৱেই নিৰ্দেশনা দিছিল। কিন্তু, উক্ত মণ্ডলীয়ে অভিযুক্তজনক দোষীসাব্যস্ত কৰিছিল। পিছে, এই সাব্যস্তকৰণ বাতিল হোৱাত যাজক পক্ষৰ পৰা বৰ শক্তিশালী প্ৰতিবাদ হৈছিল। ডাইনীৰ ওপৰত উৎপীড়ন আৰু মৃত্যুদণ্ড ইংলেণ্ডৰ তুলনাত বেছিকৈ চলা স্কটলেণ্ডতো সোতৰ শতিকাৰ অৱসানৰ পিছত এই ঘটনা বিৰল হৈ আহিছিল। তাত শেষবাৰৰ বাবে এজনী ডাইনীক পুৰি মৰা হৈছিল ১৭২২ অথবা ১৭৩০ খ্ৰীষ্টাব্দত। ফ্ৰান্সত এনে পুৰি মৰাৰ ঘটনা শেষবাৰৰ বাবে হৈছিল ১৭০৮ খ্ৰীষ্টাব্দত। নিউ ইংলেণ্ডত সোতৰ শতিকাৰ শেষত ডাইনী অন্বেষণৰ উন্মত্ত প্ৰাদুৰ্ভাৱ অকস্মাতে ঘটিছিল, কিন্তু তাৰ পিছত ইয়াৰ আৰু পুনৰাবৃত্তি হোৱা নাই। সৰ্বত্ৰ এই জনপ্ৰিয় বিশ্বাস অব্যাহত আছিল আৰু এতিয়াও কেতবোৰ আওহতীয়া গ্ৰাম্য অঞ্চলত ই বৰ্তি আছে। ইংলেণ্ডত এনে সৰ্বশেষ ঘটনা ঘটিছিল ১৮৬৩

খ্ৰীষ্টাব্দত এচেক্সত। এই ঘটনাত এগৰাকী বৃদ্ধক তেওঁৰ ওচৰ-চুবুৰীয়াসকলে বাজীকৰ বুলি সন্দেহ কৰি বিনা বিচাৰে ফাঁচী দি মাৰিছিল। ডাইনীবিদ্যাক এক সম্ভৱপৰ অপৰাধ বুলি থকা আইনী স্বীকৃতি আটাইতকৈ বেছিদিন বৰ্তি আছিল স্পেইন আৰু আয়াৰলেণ্ডত। আয়াৰলেণ্ডত ডাইনীবিদ্যাৰ বিৰুদ্ধে থকা আইন ১৮২১ খ্ৰীষ্টাব্দলৈকে খাৰিজ কৰা হোৱা নাছিল আৰু স্পেইনত ১৭৮০ চনতো এজন ঐন্দ্ৰজালিকক পুৰি মৰা হৈছিল।

"যুক্তিবাদৰ ইতিহাস" (History of Rationalism) শীৰ্ষক গ্ৰন্থত ডাইনীবিদ্যাৰ বিষয়টো খৰচি মাৰি আলোচনা কৰা লেকীয়ে আঙুলিয়াই দিছে যে অশুভ যাদুবিদ্যাৰ সম্ভৱপৰতাক লৈ থকা বিশ্বাস বিষয়টো সম্পৰ্কীয় যুক্তি-তৰ্কৰ ওচৰত পৰাভূত হোৱা নাই; ইয়াক পৰাভূত কৰিছে আইনৰ শাসনৰ প্ৰতি থকা বিশ্বাসৰ সাৰ্বজনীন প্ৰসাৰেহে। তেওঁ আনকি ইমানলৈকে ক'বলৈও আগবাঢ়িছে যে ডাইনীবিদ্যা সম্পৰ্কীয় বিশিষ্ট আলোচনাত যুক্তিৰ ওজন ইয়াৰ ধাৰক-বাহকসকলৰ পক্ষেই আছিল। পিছে, আমি যদি মনত পেলাওঁ যে ইয়াৰ ধাৰক-বাহকসকলে বাইবেলৰ উদ্ধৃতি দিব পাৰিছিল, আৰু বিপৰীত পক্ষই বাইবেলক সদায়ে বিশ্বাসত ল'ব নোৱাৰি বুলি ক'বলৈ সাহস কৰাটো তেনেই অসম্ভৱ আছিল—তেতিয়া বোধহয় ইয়াত আচৰিত হ'বলগীয়া একো নাথাকিব। তাৰোপৰি, শ্ৰেষ্ঠ বৈজ্ঞানিক মনীষাসকলে জনপ্ৰিয় অন্ধবিশ্বাসবোৰক লৈ নিজকে ব্যস্ত ৰখা নাছিল। ইয়াৰ দুটা কাৰণ সম্ভৱ : কিছু পৰিমাণে তেওঁলোকৰ বেছি ইতিবাচক কাম-কাজ কৰিবলগীয়া আছিল আৰু কিছু পৰিমাণে তেওঁলোকে বিৰোধৰ উত্থান হ'ব বুলি ভয় কৰিছিল। ঘটনাই প্ৰমাণ কৰিছে যে তেওঁলোকে সঠিক কামেই কৰিছিল। নিউটনৰ কাৰ্যই মানুহক বিশ্বাস কৰাইছিল যে ঈশ্বৰে আদিতে প্ৰকৃতিক সৃষ্টি কৰিছে আৰু খ্ৰীষ্টধৰ্মৰ দৈৱিক প্ৰকাশৰ নিচিনা গুৰুত্বপূৰ্ণ উপলক্ষ্যক বাদ দি অন্য ঘটনাৰ ক্ষেত্ৰত সক্ৰিয় হস্তক্ষেপ অবিহনেই তেওঁৰ অভিপ্ৰেত ফল সৃষ্টি কৰিব পৰাকৈ প্ৰকৃতিৰ কেতবোৰ নিয়ম নিৰ্দ্ধাৰণ কৰি দিছে। প্ৰটেষ্টাণ্টসকলে মত পোষণ কৰিছিল এইবুলি যে খ্ৰীষ্টযুগৰ প্ৰথম অথবা দ্বিতীয় শতিকাতেই অলৌকিক ঘটনা সমূহ ঘটিছিল আৰু পিছলৈ সিবোৰ নঘটা হৈছে। ঈশ্বৰে অলৌকিকভাৱে হস্তক্ষেপ নকৰা হ'লে চাতানক তাৰ সেই কাম কৰিবলৈ তেওঁ এৰি দিয়া যেন ভাব নহয়েই। বতৰ বিজ্ঞানক লৈ আশাৰ সঞ্চাৰ ঘটিছিল, কাৰণ ই বাঢ়নী-ধাৰী বুঢ়ীৰ বাবে ধুমুহাৰ কাৰণ হ'ব পৰাকৈ কোনো জেগা নাৰাখে। কিছুকাল ধৰি বিজুলী আৰু বজ্ৰপাতৰ ক্ষেত্ৰত প্ৰাকৃতিক নিয়মৰ ধাৰণা প্ৰয়োগ কৰাটো অধাৰ্মিক বুলি বিবেচিত হৈ আছিলেই—কাৰণ বিজুলী, বজ্ৰপাত পৰিগণিত হৈ আহিছিল ঈশ্বৰৰ বিশেষ কাৰ্য হিচাপে। বিজুলী পৰিবাহী (Lightning

Conductor)-ৰ বিৰোধৰ মাজেদি এই মত বৰ্তি আছিল। কাজেই ১৭৫৫ খ্ৰীষ্টাব্দত মেচাছুছেটচ্ চহৰক ভূমিকম্পই জোঁকাৰি যোৱাত ৰেভাৰেণ্ড্ ডক্টৰ প্ৰাইচে এটি ধৰ্মোপদেশমূলক বক্তৃতা প্ৰকাশ কৰি তাত এই ঘটনাৰ বাবে দায়ী কৰিছে "চতুৰ মিষ্টাৰ ফ্ৰেংক্লিনে উদ্ভাৱন কৰা বজ্ৰপাতৰোধী লৌহদণ্ডবোৰক।" লগতে তেওঁ কৈছে ঃ "নিউ ইংলেণ্ডৰ অন্য ঠাইৰ তুলনাত ব'ষ্টনত এইবোৰ বেছিকৈ থিয় কৰোৱা হৈছে আৰু ব'ষ্টনকেই বেছি ভয়ানকভাৱে জোঁকাৰি যোৱা যেন লাগিছে। অস! ঈশ্বৰৰ পৰম শক্তিশালী হাতৰপৰা হাতসাৰি যোৱাৰ উপায় নাই।" এই সাৱধানবাণী সত্ত্বেও ব'ষ্টনৰ অধিবাসীসকলে "বজ্ৰপাতৰোধী লৌহদণ্ড" স্থাপন কৰাটো অব্যাহত আছিল আৰু ভূমিকম্পৰ সঘনতাৰো বৃদ্ধি ঘটা নাছিল। নিউটনৰ সময়ৰ পৰাই ৰেভাৰেণ্ড্ ডক্টৰ প্ৰাইচে গ্ৰহণ কৰাৰ নিচিনা দৃষ্টিভংগীত অন্ধবিশ্বাসৰ আঁৰত থকা বুলি ক্ৰমাৎ বেছিকৈ অনুভূত হ'ব ধৰিলে। প্ৰকৃতিৰ কৰ্ম পদ্ধতিত অলৌকিক হস্তক্ষেপ আছে বুলি কৰা বিশ্বাস যেতিয়া বিলুপ্ত হ'ল, স্বাভাৱিকতে ডাইনীবিদ্যাৰ সম্ভাৱনাক লৈ থকা বিশ্বাসো অন্তৰ্ধান হৈ পৰিল। ডাইনীবিদ্যাৰ সপক্ষে যি সাক্ষ্য-প্ৰমাণ, তাক মিছা প্ৰমাণিত কৰা হোৱা নাই; মাথোঁ ই পৰীক্ষা-নিৰীক্ষাৰ উপযুক্ত বিষয় বুলি ধাৰণা কৰাটো বন্ধ হৈছে।

সমগ্ৰ মধ্যযুগজুৰি আমি দেখি আহিছোঁ যে এনে পদ্ধতিৰে ৰোগৰ প্ৰতিৰোধ আৰু নিৰাময়ৰ বাবে প্ৰচেষ্টা চলোৱা হৈছিল, যিবোৰ হয় অন্ধবিশ্বাসমূলক নহয় সম্পূৰ্ণৰূপে সাদৃচ্ছিক। দেহতত্ত্ব আৰু দেহবিদ্যা অবিহনে বেছি বৈজ্ঞানিক কাৰ-বাৰ সম্ভৱ নাছিল, আকৌ দেহব্যৱচ্ছেদ অবিহনে এই দুটাও সম্ভৱ নাছিল। অথচ গিৰ্জা আছিল দেহ-ব্যৱচ্ছেদৰ বিৰুদ্ধে। দেহবিদ্যাক প্ৰথমে বিজ্ঞানসম্মত কৰি তুলিছিল ভেচালিয়াচে। কিছুদিন তেওঁ কৰ্তৃত্বশীল দোষাৰোপৰ হাত সাৰি থাকিবলৈ সক্ষম হৈছিল কাৰণ তেওঁ আছিল সম্ৰাট পঞ্চম চাৰ্লছ্ৰ চিকিৎসক আৰু সম্ৰাটে ভয় খাইছিল এইবুলি যে প্ৰিয় চিকিৎসকজনৰ পৰা বঞ্চিত হ'ব লাগিলে তেওঁৰ স্বাস্থ্যৰ হানি হ'ব পাৰে। পঞ্চম চাৰ্লছ্ৰ ৰাজত্বকালত ডেচালিয়াচৰ বিষয়ে ধৰ্ম তাত্ত্বিকসকলৰ এক সন্মিলনৰ পৰামৰ্শ লওঁতে তেওঁলোকে অভিমত দিছিল যে দেহ-ব্যৱচ্ছেদ কৰা কাৰ্য দেহৰ অপবিত্ৰকৰণ নহয়। দ্বিতীয় ফিলিপ অলপ কম মাত্ৰাত চিৰৰুগীয়া আছিল। সেয়ে এজন সন্দেহযুক্ত ব্যক্তিক ৰক্ষণা-বেক্ষণ দিয়াৰ কোনো যুক্তি তেওঁ দেখা নাছিল। ফলত ব্যৱচ্ছেদ কাৰ্যৰ বাবে ডেচালিয়াচে আৰু দেহা পাব পৰা নাছিল। খ্ৰীষ্টধৰ্ম মণ্ডলীয়ে বিশ্বাস কৰিছিল যে মানৱ শৰীৰত এডাল অবিনশ্বৰ অস্থি থাকে আৰু পুনৰুত্থিত শৰীৰৰ সিয়েই হৈ পৰে মূল অৱলম্বন। ডেচালিয়াচক এই বিষয়ে প্ৰশ্ন কৰাত তেওঁ স্বীকাৰ কৰে যে তেওঁ কোনোদিনে তেনে এডাল অস্থি পোৱা নাই।

ই নিশ্চয় বেয়া কথাই আছিল, কিন্তু হয়তো যথেষ্ট বেয়া নাছিল। পদাৰ্থবিদ্যাৰ অগ্ৰগতিৰ ক্ষেত্ৰত এৰিষ্টটলৰ যিমান ডাঙৰ বাধা, চিকিৎসা শাস্ত্ৰৰ অগ্ৰগতিৰ ক্ষেত্ৰত গ্যালেনো সিমানে ডাঙৰ বাধা। এই গ্যালেনৰ অনুগামীসকলে নিৰ্মম শত্ৰুতাৰে ভেচালিয়াচৰ পিছ লৈছিল আৰু অৱশেষত তেওঁক ধ্বংস কৰাৰ এক সুযোগ বিচাৰি পাইছিল। তেওঁ এক স্পেইন দেশীয় ডাঙৰীয়াৰ মৃতদেহ তেওঁৰ আত্মীয়সকলৰ সন্মতি সাপেক্ষে পৰীক্ষা কৰি থাকোঁতে তেওঁৰ ছুৰিৰ তলতে কলিজাটোৱে (অথবা তেওঁৰ শত্ৰুসকলে সেইবুলিয়ে কৈছিল) জীৱিত থকাৰ কিবা চিন দেখুওৱাটো পৰিলক্ষিত হয়। হত্যাৰ অভিযোগত তেওঁক অভিযুক্ত কৰা হ'ল আৰু কেথ'লিক ন্যায়াধিকৰণৰ ওচৰত তেওঁক হাজিৰ কৰোৱা হয়। ৰজাৰ প্ৰভাৱত পবিত্ৰ ভূমি (Holy land)-লৈ তীৰ্থযাত্ৰাৰ জৰিয়তে প্ৰায়শ্চিত্ত কৰিবলৈ তেওঁক অনুমতি দিয়া হ'ল। পিছে ঘৰলৈ অহাৰ পথত তেওঁৰ জাহাজ দুৰ্ঘটনাত পতিত হ'ল আৰু যদিও তেওঁ পাৰ আহি পাইছিল, ক্লান্তিয়ে তেওঁৰ ইহলীলাৰ অন্ত পেলাইছিল। পিছে, তেওঁৰ প্ৰভাৱ জীয়াই থাকিল। তেওঁৰ এক ছাত্ৰ ফ্যালেপিয়াচে বিশেষ গুৰুত্বপূৰ্ণ কাম সম্পন্ন কৰিছিল আৰু গোটেই চিকিৎসা বৃত্তিটোৱেই ক্ৰমশঃ পতিয়ন গ'ল যে মানব দেহৰ ভিতৰত কি আছে, সেই কথা জনাৰ উপায় হৈছে তাৰ ভিতৰখন চোৱা আৰু বুজ লোৱা।

দেহতত্ত্ব (Physiology)-ৰ বিকাশ দেহবিদ্যা (anatomy)-তকৈ পিছত হৈছে আৰু ৰক্ত সঞ্চৰণৰ আৱিষ্কাৰক হাৰ্ভেৰ (১৫৭৮-১৬৫৭) জৰিয়তে ই বৈজ্ঞানিক ৰূপ পৰিগ্ৰহ কৰিছিল বুলি ধৰি ল'ব পাৰি। ভেচালিয়াচৰ দৰে তেৰোঁ আছিল ৰাজ-হাউলীৰ চিকিৎসক—প্ৰথমতে প্ৰথম জেমছৰ আৰু তাৰ পিছত প্ৰথম চাৰ্লছৰ। কিন্তু ভেচালিয়াছৰ দৰে তেওঁ উৎপীড়ন ভুগিব লগা হোৱা নাছিল, আনকি প্ৰথম চাৰ্লছৰ পতনৰ পিছতো। মাজৰ এই এশটা বছৰে বিশেষতঃ প্ৰটেষ্টাণ্ট দেশসমূহত চিকিৎসা বিষয়ক কথাত মতামতবোৰ বেছি উদাৰ কৰি তুলিছিল। স্পেইনৰ বিশ্ববিদ্যালয় সমূহত ওঠৰ শতিকাৰ শেষতো ৰক্ত সঞ্চৰণক প্ৰত্যাখ্যান কৰা হৈছিল আৰু শৱ-ব্যৱচ্ছেদ চিকিৎসা শিক্ষাৰ অংশৰূপে পৰিগণিত হোৱা নাছিল।

পুৰণি ধৰ্মতত্ত্বীয় উগ্ৰমতসমূহ ভালেখিনি দুৰ্বল হৈ পৰিছিল যদিও যি কোনো চমকপ্ৰদ অভিনৱত্বৰ দ্বাৰা জাগৃত হৈ উঠিলে সিবোৰে পুনৰ দেখা দিছিল। সৰু আইৰ প্ৰতিৰোধী ছিটা দিয়াৰ বিৰুদ্ধে পুৰোহিতসকলে প্ৰতিবাদৰ ধুমুহা তুলিছিল। চৰ্বন (The Sorbone)-এ ধৰ্মতত্ত্বীয় কাৰণত ইয়াৰ বিৰুদ্ধে আনুষ্ঠানিক ৰায় প্ৰদান কৰিছিল। এগৰাকী এংলিকান যাজকে এটা ধৰ্মোপদেশমূলক বক্তৃতা প্ৰকাশ কৰিছিল য'ত তেওঁ কৈছে যে নিঃসন্দেহে চয়তানে প্ৰতিৰোধী ছিটা দিয়া বাবেই জৱৰ বিহ

ফোঁহোৰা ওলাইছিল। বহু স্কটিক্ ধৰ্মযাজক লগ হৈ এখন ঘোষণা-পত্ৰ উলিয়াইছিল। তাত কোৱা হৈছিল যে এই প্ৰতিৰোধী ছিটা দিয়া কাৰ্য হৈছে "ঐশ্বৰিক ৰায় এটা ব্যৰ্থ কৰাৰ প্ৰচেষ্টা।" সি যি নহওক, সৰু আইৰ পৰা হোৱা মৃত্যুৰ হাৰ কমি যোৱাৰ প্ৰভাব এনে লক্ষণীয় হ'ল যে ধৰ্মতত্ত্বীয় ভয়ে বেমাৰটোৰ ভয়ক চেৰ পেলোৱাত ব্যৰ্থ হ'ল। তদুপৰি ১৭৬৮ খ্ৰীষ্টাব্দত সম্ৰাজ্ঞী কেথেৰিণে নিজেও প্ৰতিৰোধী ছিটা ল'লে আৰু পুতেকেকো ছিটা দিয়ালে। নৈতিক দৃষ্টিকোণৰ পৰা তেওঁ হয়তো আদৰ্শ নাছিল। কিন্তু জাগতিক বিচাৰ-বুদ্ধি জড়িত বিষয়ত তেওঁক নিৰাপদ পদপ্ৰদৰ্শক হিছাপে গণ্য কৰা হৈছিল।

এই বিতৰ্ক লোপ পাবলৈ আৰম্ভ কৰিছিলেই। এনেতে প্ৰতিষেধক বেজিৰ আৱিষ্কাৰে ইয়াক পুনৰুজ্জীৱিত কৰি তুলিলে। যাজকসকলে (আৰু চিকিৎসাৰ সৈতে জড়িতসকলে) প্ৰতিষেধক বেজি দিয়া কাৰ্যক "স্বৰ্গৰ বিৰুদ্ধে, আনকি ঈশ্বৰৰ ইচ্ছাৰ বিৰুদ্ধেই প্ৰত্যাহ্বান" বুলি গণ্য কৰিছিল। কেমব্ৰিজত ইয়াৰ বিৰুদ্ধে বিশ্ববিদ্যালয় স্তৰৰ ধৰ্মোপদেশমূলক বক্তৃতা প্ৰদান কৰা হৈছিল। ১৮৮৫ খ্ৰীষ্টাব্দৰ দৰে ইমান পলমীয়া সময়তো যেতিয়া মণ্ট্ৰিয়েলত সৰু আইৰ তীব্ৰ প্ৰাদুৰ্ভাৱ ঘটিল, তেতিয়া জনসাধাৰণৰ কেথ'লিক অংশই তেওঁলোকৰ যাজকসকলৰ সহযোগত প্ৰতিষেধক বেজিৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তুলিছিল। এক পুৰোহিতে কৈছিলঃ "আমি সৰু আইৰ দ্বাৰা পীড়িত এইবাবেহে হৈছোঁ যে যোৱাবেলি শীতকালত আমি মঙহেৰে ভোজ খাই কাৰ্ণিভ্যাল উৎসৱ পালন কৰিছিলোঁ। ইয়েই ঈশ্বৰক বিতুষ্ট কৰিছে।" "সংক্ৰমিত জিলাৰ একেবাৰে মধ্যস্থলতে অৱস্থিত গিৰ্জাৰ অন্তৰ্ভুক্ত বিষয়ী যাজকসকল (The Oblate Fathers)-এ প্ৰতিষেধক বেজিৰ বিৰুদ্ধাচৰণ অব্যাহত ৰাখিছিল; বিভিন্ন ৰকমৰ স্তুতি কাৰ্যত নিৰ্ভৰ কৰা বাবে ঈশ্বৰ বিশ্বাসীসকলক টানি কোৱা হৈছিল; যাজকবৃন্দৰ অনুমোদন ক্ৰমে কুমাৰী মাতৃৰ প্ৰতি গম্ভীৰ আবেদনসহ এক বিশাল শোভাযাত্ৰাৰ বাবে নিৰ্দেশ দিয়া হৈছিল আৰু জপমালাৰ ব্যৱহাৰ সম্পৰ্কে সতৰ্কতাৰে খোলোচা কৰি দিয়া হৈছিল।"*

মানুহৰ যন্ত্ৰণাৰ উপশমক ধৰ্মীয় হস্তক্ষেপে বাধা দিয়াৰ অন্য এক উপলক্ষ্য আছিল চেতনা নাশকৰ আৱিষ্কাৰ। ১৮৪৭ খ্ৰীষ্টাব্দত ছিম্প্‌চনে শিশু জন্ম দিয়া সময়ত ইয়াক প্ৰয়োগ কৰাৰ পৰামৰ্শ দিছিল। কিন্তু লগে লগেই যাজকসকলে তেওঁক সোঁৱৰাই দিয়ে যে ঈশ্বৰে ঈভক কৈছিল ঃ "ক্লেশ ভুগিহে তুমি সন্তানক জন্ম দিবা" (জেনচিছ, তৃতীয় অধ্যায়, পৃষ্ঠা ১৬)। ক্ল'ৰ'ফৰ্মৰ প্ৰভাৱত থাকিলে তেওঁ বাৰু

* হোৱাইটৰ পূৰ্বোল্লিখিত গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত, পৃষ্ঠা নং ৬০

কিদৰে ক্লেশ ভূগিলেহেঁতেন? ছিম্প্চনে কৃতকাৰ্যতাৰে প্ৰমাণ কৰিছিল যে পুৰুষক চেতনানাশক দিয়াৰ পৰা একো হানি নাই, কাৰণ ঈশ্বৰে আদমৰ দেহৰ পৰা কামিহাড় এডাল উলিয়াই নিয়া সময়ত তেওঁক গভীৰ নিদ্ৰাত মগ্ন কৰি থৈছিল। কিন্তু তিৰোতাৰ যন্ত্ৰণাৰ ক্ষেত্ৰত অন্ততঃ জন্মদানৰ ক্ষেত্ৰত, গিৰ্জাৰ সৈতে জড়িত পুৰুষখিনি পতিয়ন নগ'ল। উল্লেখ কৰিব পাৰি যে জাপানত জেনেছিছৰ কৰ্তৃত্ব স্বীকৃত নোহোৱা সত্ত্বেও নাৰীসকলে কোনো কৃত্ৰিম উপশম ব্যৱস্থা অবিহনেই সন্তান প্ৰসৱৰ যন্ত্ৰণা ভোগ কৰিব লাগে বুলি ভবা হয়। সেয়ে এই সিদ্ধান্তত উপনীত নোহোৱাটো কঠিন যে বহু পুৰুষৰ বাবেই নাৰীৰ যন্ত্ৰণাত উপভোগ্য কিবা থাকে আৰু সেইবাবেই পুৰুষে খামুচি ধৰে কোনো ধৰ্মতত্ত্বীয় অথবা নীতি সম্পৰ্কীয় নিয়মাৱলীত, যিয়ে যন্ত্ৰণা এৰাই নচলাৰ কোনো যুক্তিসংগত কাৰণ নথকা ক্ষেত্ৰতো নাৰীয়ে ধৈৰ্যেৰে যন্ত্ৰণা সহাটো কৰ্তব্য বুলি নিৰ্ধাৰণ কৰে। ধৰ্মতত্ত্বই যি অনিষ্ট কৰিছে সেয়া নিষ্ঠুৰ অনুভূতিৰ সৃষ্টি কৰাৰ জৰিয়তে নহয়; বৰং ই অনিষ্ট কৰিছে উচ্চ বুলি স্বঘোষিত নীতিৰ জৰিয়তে সেই অনুভূতিবোধক বৈধতা প্ৰদান কৰি আৰু তুলনামূলকভাৱে বেছি অজ্ঞ আৰু বৰ্বৰ যুগৰ পৰা অহা প্ৰথাসমূহত আপাততঃ পবিত্ৰতা আৰোপ কৰি।

চিকিৎসা বিষয়ক প্ৰশ্নত ধৰ্মতত্ত্বৰ হস্তক্ষেপ এই পৰ্যন্তও নাইকিয়া হোৱা নাই; জন্ম-নিয়ন্ত্ৰণ আৰু ক্ষেত্ৰ বিশেষে গৰ্ভপাতৰ আইনী অনুমোদন আদিৰ নিচিনা বিষয় সম্পৰ্কীয় মতামত আজিও বাইবেলৰ উদ্ধৃতি আৰু যাজকীয় ৰায়ৰ দ্বাৰা প্ৰভাৱিত হয়। উদাহৰণস্বৰূপে, মাত্ৰ কেইবছৰমান আগতে পোপ একাদশ পিয়াচে বিছপসকললৈ পঠোৱা বিবাহ বিষয়ক পত্ৰখন চাওক। তেওঁ কৈছে যে জন্ম-নিয়ন্ত্ৰণ কৰাসকলে "প্ৰকৃতিৰ বিৰুদ্ধে পাপত লিপ্ত হোৱাৰ লগতে এক লজ্জাজনক আৰু প্ৰকৃতপক্ষেই এক দুৰাচাৰী কাৰ্য কৰে। সেয়ে যেতিয়া ঈশ্বৰে এই বীভৎস অপৰাধক অতি ঘৃণাৰ দৃষ্টিৰে চায়, আৰু কোনো কোনো সময়ত ইয়াৰ শাস্তি স্বৰূপে মৃত্যু প্ৰদান কৰে বুলি পবিত্ৰ বাইবেলে সাক্ষ্য বহন কৰে, তেতিয়া বেছি আচৰিত হ'বলগীয়া একো নাই।" ইয়াৰ পিছত তেওঁ জেনেছিছৰ আঠত্ৰিশ নম্বৰ অধ্যায়ৰ অষ্টম, নৱম আৰু দশম পৃষ্ঠাৰ ওপৰত চেইন্ট অগষ্টিনে দিয়া ভাষ্যৰ পৰা উদ্ধৃতি দিবলৈ আগবাঢ়িছে। জন্ম-নিয়ন্ত্ৰণক দোষাৰোপ কৰাৰ বাবে আৰু কোনো যুক্তিৰ আৱশ্যক আছে বুলি ভবা হোৱা নাছিল। "সন্তান প্ৰতিপালন কৰাত অতিশয় অসুবিধাৰ সন্মুখীন হোৱা চৰম অভাৱগ্ৰস্ত পিতৃ-মাতৃৰ যন্ত্ৰণাই আমাক গভীৰভাৱে স্পৰ্শ কৰে"—এই আৰ্থিক যুক্তিৰ বিপৰীতে কোৱা হৈছে, "অন্তৰ্নিহিতভাৱেই অশুভ সকলো কাৰ্যকে নিষিদ্ধ কৰা ঈশ্বৰৰ আইন একাষৰীয়া কৰাটো শুদ্ধ বুলি দেখুওৱা কোনো অসুবিধাৰ সৃষ্টি হ'ব নোৱাৰে।" "চিকিৎসাজনিত" কাৰণত, অৰ্থাৎ এজনী তিৰোতাৰ জীৱন ৰক্ষাৰ

বাবে প্ৰয়োজনীয় বিবেচিত হ'লে গৰ্ভধাৰণ প্ৰক্ৰিয়াত যে বাধা দিয়া হয়, তাৰ কোনো যুক্তিযুক্ততা নাই বুলি তেওঁ বিবেচনা কৰে। "নিষ্পাপ শিশুৰ প্ৰত্যক্ষ হত্যাক কিবা উপায়ে মাফ কৰাৰ কি পৰ্যাপ্ত যুক্তি থাকিব পাৰে? মাতৃৰ ক্ষেত্ৰতেই হওক বা সন্তানৰ ক্ষেত্ৰতেই হওক ই ঈশ্বৰৰ হুকুম আৰু প্ৰকৃতিৰ আইন 'হত্যা নকৰিবা'ৰ বিৰুদ্ধে।" এই উক্তিৰ ব্যাখ্যা অব্যাহত ৰাখি একেলগে তেওঁ কৈছে যে এই উক্তিয়ে যুদ্ধ আৰু মৃত্যুদণ্ডক দোষাৰোপ কৰা নাই। তেওঁ মোখনি মাৰিছে এইবুলি ঃ "সৎ আৰু সুদক্ষ চিকিৎসকে মাতৃ আৰু শিশু উভয়কে বচাবলৈ অতি প্ৰশংসনীয়ভাৱে চেষ্টা চলায়, তাৰ বিপৰীতে, ভ্ৰান্ত কৰুণাৰ হেতু দেখুৱাই অথবা চিকিৎসা অনুশীলনৰ বাহনা দেখুৱাই ইটোৰ নহ'লে সিটোৰ মৃত্যু ঘটোৱা চিকিৎসকসকলে নিজকে মহান চিকিৎসাবৃত্তিৰ অলায়ক বুলি দেখুৱায়।" গতিকে বাইবেলৰ এটা উক্তিৰ পৰা কেথ'লিক গিৰ্জাৰ মতবাদকেই যে আহৰণ কৰা হৈছে কেৱল তেনে নহয়, সেই উক্তি বিকাশৰ আদিমতম স্তৰত থকা মানৱ ভ্ৰূণৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি গণ্য কৰা হৈছে। পিছৰ এই মতটো স্পষ্টভাৱেই আহিছে এই বিশ্বাসৰ পৰা যে ধৰ্মতত্ত্বই "আত্মা"* বুলি অভিহিত কৰা বস্তুটো মানৱ ভ্ৰূণতো আছে। এনে ধাৰণাৰ পৰা আহৰণ কৰা সিদ্ধান্তসমূহ শুদ্ধই হওক বা ভুলেই হওক, উপৰোক্ত যুক্তিটো বিজ্ঞানে গ্ৰহণ কৰিব পৰা বিধৰ নহয়। পোপে আলোচনা কৰা যিবোৰ ক্ষেত্ৰত মাকজনীৰ মৃত্যুৰ পূৰ্বাভাস চিকিৎসকজনে দেখা পায়, সেইবোৰ ক্ষেত্ৰত তেনে মৃত্যুক হত্যা বুলিব নোৱাৰি, কাৰণ সেয়া ঘটিব বুলি চিকিৎসকজন কাহানিও নিশ্চিত হ'ব নোৱাৰে; অলৌকিকভাৱে মাকজনী বাচি যাবও পাৰে।

আমি এইমাত্ৰ দেখি আহিছোঁ যে নৈতিক বিষয় বিশেষভাৱে জড়িত বুলি ধৰি লোৱা চিকিৎসা শাস্ত্ৰৰ ক্ষেত্ৰসমূহত ধৰ্মতত্ত্বই হস্তক্ষেপ কৰিবলৈ আজিও চেষ্টা কৰে। কিন্তু বেছিভাগ ক্ষেত্ৰতে চিকিৎসা শাস্ত্ৰৰ বৈজ্ঞানিক স্বাধীনতাৰ বাবে কৰা যুদ্ধত জয়লাভ সম্ভৱ হৈছে। আজি আৰু কোনেও ৰাজহুৱা স্বাস্থ্য ব্যৱস্থা আৰু স্বাস্থ্যবিধিৰ জৰিয়তে মহামাৰী আৰু সংক্ৰামক ৰোগৰ হাত সৰাটো অধাৰ্মিক কাম বুলি নাভাবে; আৰু যদিও কোনো কোনোৱে বেমাৰ ঈশ্বৰ প্ৰেৰিত বস্তু বুলি এতিয়াও ভাবে, তথাপি তাৰ পৰা হাত সাৰিবলৈ চেষ্টা কৰাটো অপবিত্ৰ কাম বুলি তেওঁলোকেও যুক্তি আগ

* আগতে ধৰ্মতাত্ত্বিকসকলে মত পোষণ কৰিছিল যে মতা ভ্ৰূণত আত্মা সন্নিবিষ্ট হয় চল্লিশ নম্বৰ দিনটোত আৰু মাইকী ভ্ৰূণত সন্নিবিষ্ট হয় আশী নম্বৰ দিনটোত। সম্প্ৰতি শ্ৰেষ্ঠ মতটো অনুসাৰে উভয় লিংগৰ বাবেই উক্ত ঘটনা চল্লিশ নম্বৰ দিনটোত ঘটে। নীডহাম (Needhum)-ৰ "ভ্ৰূণতত্ত্বৰ বুৰঞ্জী" (History of Embrydology) শীৰ্ষক গ্ৰন্থৰ আঠাৰম নম্বৰ পৃষ্ঠাত চাওক।

নবঢ়ায়। ইয়াৰ ফলস্বৰূপে সম্ভৱ হোৱা স্বাস্থ্যৰ উন্নতি আৰু আয়ুস বৃদ্ধি হৈছে আমাৰ যুগৰ আটাইতকৈ চমকপ্ৰদ আৰু প্ৰশংসনীয় বৈশিষ্ট্য সমূহৰ এটা। আনকি বিজ্ঞানে মানুহ সুখৰ হকে আন একো নকৰা হ'লেও মাথোঁ এই কাৰণটোৰ বাবেই আমাৰ কৃতজ্ঞতা তাৰ প্ৰাপ্য হৈ থাকিলহেঁতেন। ধৰ্মতাত্ত্বিক পথৰ উপকাৰিতাত বিশ্বাস কৰাসকলে সেই পথে মানৱ জাতিক কিবা সমতুল্য সুবিধা আগবঢ়াইছে বুলি আঙুলিয়াই দিবলৈ নিশ্চয় অসুবিধা পাব।



# পঞ্চম অধ্যায়

# দেহ আৰু আত্মা

বৈজ্ঞানিক জ্ঞানৰ বেছি গুৰুত্বপূৰ্ণ শাখাসমূহৰ ভিতৰত মনস্তত্ত্বৰেই আটাইতকৈ কম উন্নতি হৈছে। বুৎপত্তিগত অৰ্থ অনুসাৰে "মনস্তত্ত্ব" ই বুজাব লাগে "আত্মাৰ তত্ত্ব", কিন্তু ধৰ্মতাত্ত্বিকৰ বাবে সুপৰিচিত হ'লেও আত্মাক এক বৈজ্ঞানিক ধাৰণা বুলি বিবেচনা কৰাটো টান। কোনো মনস্তত্ত্ববিদেই আত্মাক তেওঁৰ অধ্যয়নৰ বিষয় নুবুলিব, কিন্তু তেওঁৰ বিষয়নো তেন্তে কি বুলি সোধা হ'লে উত্তৰ দিয়াটোও তেওঁৰ পক্ষে সহজসাধ্য নহ'ব। কোনো কোনোৱে ক'ব যে মনস্তত্ত্ব মানসিক পৰিঘটনাসমূহৰ সৈতে জড়িত। কিন্তু, পদাৰ্থবিদ্যাৰ তথ্য যোগান ধৰা পৰিঘটনা সমূহৰ পৰা "মানসিক" পৰিঘটনাসমূহ যদি কিবা কথাত পৃথক, সেই কথাটোনো কি তাক ক'ব লগা হ'লে তেওঁলোকো বিমোৰত পৰিব। মনস্তত্ত্বৰ প্ৰাথমিক প্ৰশ্নসমূহে আমাক তৎক্ষণাৎ দাৰ্শনিক অনিশ্চয়তাৰ ক্ষেত্ৰলৈ লৈ যায়। সম্পৰীক্ষালব্ধ সঠিক জ্ঞানৰ অভাৱ থকা হেতুকে প্ৰাথমিক প্ৰশ্নসমূহ এৰাই চলাটো বিজ্ঞানৰ অন্যান্য শাখাৰ তুলনাত এইটো শাখাৰ বাবে বেছি কঠিন। তথাপি, কিছু সফলতা অৰ্জন কৰা হৈছে আৰু ভালেমান পুৰণি ভ্ৰান্তিও পৰিহাৰ কৰা হৈছে। এই পুৰণি ভ্ৰান্তিৰ বেছিভাগেই হয় কাৰণ হিছাপে, নহয় ফল হিছাপে ধৰ্মতত্ত্বৰ সৈতে সম্পৰ্কিত আছিল। কিন্তু আমি এই পৰ্যন্ত আলোচনা কৰি অহা বিষয়বোৰৰ দৰে এই বিষয়টোত হ'লে উক্ত সম্পৰ্ক বাস্তৱ তথ্যবিষয়ক বিশেষ কেতবোৰ উক্তি অথবা বাইবেলৰ ভ্ৰান্তিৰ সৈতে নাছিল; বৰ আছিল অধিবিদ্যামূলক মতবাদৰ সৈতে। যি কাৰণতেই নহওক কিয়, এনে অধিবিদ্যামূলক মতবাদ ৰক্ষণশীল মতসমূহৰ বাবে দৰকাৰী বুলি ভবা হৈছিল।

গ্ৰীক মানসত প্ৰথমে ভুমুকি মাৰোঁতে "আত্মা"ৰ মূল আছিল ধৰ্মীয়; কিন্তু খ্ৰীষ্টীয় নহয়। অন্ততঃ গ্ৰীচদেশৰ ক্ষেত্ৰত ক'ব পাৰি যে আত্মাৰ ধাৰণাৰ আৰম্ভণি ঘটিছে পাইথাগোৰাছীয়সকলৰ শিকনিত। তেওঁলোকে আত্মাৰ পুনৰ্জন্ম (transmigration)-ত বিশ্বাস কৰিছিল আৰু তেওঁলোকৰ আছিল এক পৰম মুক্তিৰ আকাঙ্ক্ষা। তেওঁৰ ধাৰণাত এই মুক্তি হৈছে বস্তুৰ বন্ধনৰপৰা মুক্তি, যি বন্ধন আত্মাই দেহৰ সৈতে সংযুক্ত হৈ থকালৈকে ভুগিব লাগে। পাইথাগোৰাছীয়সকলে প্লেটোক প্ৰভাৱিত কৰিছিল আৰু প্লেটোৱে প্ৰভাৱিত কৰিছিল গিৰ্জাৰ ফাদাৰসকলক।

এইধৰণেই দেহৰ পৰা আত্মা পৃথক বুলি ধৰা মতটো খ্ৰীষ্টীয় মতৰ অংশ হৈ পৰিল। অন্যান্য প্ৰভাৱো সোমাল, বিশেষতঃ এৰিষ্ট'ট'লৰ আৰু উদাসবাদীসকল (the stoics)-অৰ ; কিন্তু পৈতৃক (Patristie) দৰ্শনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অখ্ৰীষ্টীয় উপাদান আছিল প্লেট'বাদ (Platonism)- বিশেষকৈ তাৰ পিছৰ কালৰ ৰূপবোৰ।

প্লেটোৰ লিখনিৰ পৰাই ওলাই পৰিছে যে পিছৰ কালত খ্ৰীষ্টধৰ্মই শিকোৱা মতবোৰৰ সৈতে অতিকে মিল থকা কেতবোৰ মত তেওঁৰ সময়ৰ দাৰ্শনিক সকলতকৈ বৰং সাধাৰণ ৰাইজেহে পোষণ কৰিছিল। "ৰিপাব্লিক" গ্ৰন্থত এক চৰিত্ৰই কৈছে, " ছক্ৰেটিছ, নিশ্চিতকৈ জানিবা যে মানুহ এজনক যদি তেওঁ মৃত্যুৰ ওচৰ চাপিছে বুলি পতিয়ন নিওৱা হয়, তেওঁ ভয় অনুভৱ কৰে আৰু এনে বিষয়লৈ উদ্বিগ্ন হয়, যিয়ে তেওঁক পূৰ্বতে প্ৰভাৱিত কৰা নাছিল। তেতিয়ালৈকে তেওঁ পৰলোকগামীসকলৰ সেই কাহিনীবোৰ হাঁহি উৰুৱাই দিয়ে, যিবোৰ কাহিনীয়ে আমাক কয় যে ইহলোকত বেয়া কাম কৰাসকলে পৰলোকত তাৰ বাবে ভুগিব লাগে। কিন্তু মৃত্যু ওচৰ চপা বুলি জনা সময়ত সেই কাহিনীবোৰ যে সত্য হ'ব পাৰে—তেনে এক ভয়ে তেওঁৰ মন যন্ত্ৰণাদগ্ধ কৰি তোলে।" গ্ৰন্থখনৰ আন এটা অংশত আমি গম পাওঁ যে " মুছেয়াছ আৰু তেওঁৰ পুত্ৰ য়ুমোল্লাছে সঠিক পথত চলাসকলৰ ওপৰত দেৱতাসকলে যি আশীষ বৰ্ষণ কৰে বুলি দেখুৱাইছে, সেই আশীষ ইবোৰতকৈ (অৰ্থাৎ জাগতিক বৈভৱতকৈ) বহু বেছি ৰমণীয়"; "কাৰণ সেই আশীষে সঠিক পথৰ পথিকসকলক মৃতসকলৰ বাসস্থান (Hades)-অলৈ নিয়ে। দুয়ো পিতা-পুত্ৰই বৰ্ণনা কৰিছে যে এই লোকসকল ধৰ্মাত্মাৰ নৈশ ভোজত মাচিয়াত আউজি বহি থাকে আৰু মূৰত ফুলৰ মালাৰে সুশোভিত হৈ সঘনে সুৰাপান কৰি চিৰকাল কটায়।" দেখা গৈছে যে মুছেয়াছ আৰু অৰ্ফিউছে কৃতকাৰ্যতাৰে "কেৱল ব্যক্তি বিশেষকে নহয়, নগৰসমূহৰ আটাইবোৰকে পতিয়ন নিযাব পাৰিছিল যে অপৰাধৰ পৰা মুক্ত হৈ মানুহ শুচি হ'ব পাৰে; মানুহৰ জীৱনকালত আৰু মৃত্যুৰ পিছতো মুছেয়াছ আৰু অৰ্ফিউছে ৰহস্যানুষ্ঠান (Mysteries) বুলি অভিহিত কৰা কেতবোৰ উছৰ্গা আৰু আনন্দদায়ক কাৰ্যৰ দ্বাৰিয়তে এই অপৰাধ মুক্তি সম্ভৱ হ'ব পাৰে ; এই ৰহস্যানুষ্ঠানসমূহে আমাক পৰলোকৰ যন্ত্ৰণাৰ পৰা উদ্ধাৰ কৰে আৰু ইয়াক অৱহেলা কৰাসকলৰ ওপৰত শাস্তিস্বৰূপে এক ভয়ঙ্কৰ মৃত্যু জাপি দিয়া হয়।" "ৰিপাব্লিক" গ্ৰন্থত ছক্ৰেটিছে নিজেই বিবেচনা কৰিছে যে জীৱন-যুদ্ধত সাহসক উৎসাহিত কৰাৰ বাবে মৃত্যুৰ পৰৱৰ্তী জীৱনটো আনন্দদায়ক বুলি দেখুৱাব লাগে। পিছে, ইয়াক সত্য বুলি নিজে বিশ্বাস কৰে নে নাই, সেই কথা তেওঁ কোৱা নাই।

খ্ৰীষ্টীয় দাৰ্শনিকসকলৰ মত প্ৰাচীন কালত ঘাইকৈ প্লেটোবাদী আছিল যদিও এঘাৰ শতিকাৰ পিছত ঘাইকৈ এৰিষ্ট'ট'লীয় হৈ পৰে। আনুষ্ঠানিকভাৱে মধ্যযুগীয় দাৰ্শনিকসকলৰ ভিতৰত শ্ৰেষ্ঠ বুলি পৰিগণিত টমাছ্ একুইনাচ্ (১২২৫-১২৭৪) আজি পৰ্যন্ত ৰোমান কেথ'লিক গিৰ্জাৰ দাৰ্শনিক ৰক্ষণশীলতাৰ মাপকাঠী হৈ আছে। শৈক্ষিক প্ৰতিষ্ঠানৰ শিক্ষকসকল ভেটিকানৰ দ্বাৰা নিয়ন্ত্ৰিত আছিল। ঐতিহাসিক অনুসন্ধিৎসাৰ বিষয় হিছাপে ডেকাৰ্ট, লক্, কাণ্ট্ অথবা হেগেলৰ চিন্তাৰ প্ৰণালী তেওঁলোকে ব্যাখ্যা কৰিব পাৰিছিল। কিন্তু, তেওঁলোকে এইকথা স্পষ্ট কৰি দিয়াটো বাধ্যতামূলক আছিল যে "দেৱতুল্য পণ্ডিত" (Seraphic doctor)-অৰ প্ৰণালীটোহে কেৱল সত্য। সৰ্বোচ্চ অনুমোদনযোগ্য স্বাধীনতা এনে এক ইংগিত দিয়াৰ স্বাধীনতা (একুইনাচৰ অনুবাদকেও তাকেই কৰিছে) যে মৃতলোকৰ শৰীৰৰ পুনৰুত্থান হ'লে নৰখাদক মানুহ এজনৰ (যাৰ মাক-বাপেকো নৰখাদকেই আছিল) ক্ষেত্ৰত কি ঘটিব, সেই কথা আলোচনা কৰাৰ নামত একুইনাচে আচলতে ৰগৰহে কৰিছে। স্পষ্টভাৱেই সেই নৰখাদকৰ দেহৰ মাংসৰ ওপৰত সি আৰু তাৰ পিতৃ-মাতৃয়ে ভক্ষণ কৰা লোকসকলৰ অধিকাৰ আগতীয়া। কাজেই, প্ৰত্যেকলোকে নিজৰ নিজৰ অধিকাৰ দাবী কৰিলে সি নিঠৰুৱা হৈ পৰিব। যীশুৰ বাৰ গৰাকী শিষ্যৰ দ্বাৰা প্ৰচাৰিত মত (Apostles' Creed-)এ নিশ্চিত কৰা দেহৰ পুনৰুত্থানত বিশ্বাসীসকলৰ বাবে এইটো এক বাস্তৱ সমস্যা। আমাৰ যুগত ৰক্ষণশীল মহলৰ বৌদ্ধিক শক্তিহীনতাৰ এয়া এটা চিন যে ই ইয়াৰ মতৰ সৈতে জড়িত আওহতীয়া সমস্যাবোৰ সম্পৰ্কীয় এক গম্ভীৰ আলোচনাক মাথোঁ এক ৰুচিপূৰ্ণ কৌতুক বুলি গণ্য কৰি তাৰ মতটো ধৰি ৰাখিব খুজিছে। উপৰোক্ত ৰক্ষণশীল বিশ্বাস আজিও বেছ বিদ্যমান। ইয়াৰ প্ৰমাণ হৈছে শৱদাহৰ বিৰুদ্ধে থকা আপত্তি, যিটো আহিছে এই বিশ্বাসৰপৰাই। প্ৰটেষ্টাণ্ট্ দেশবোৰত বহুত লোকেই আৰু কেথ'লিক দেশবোৰত প্ৰায় সকলোৱেই এই আপত্তি দেখুৱায়। অথচ, ফ্ৰান্সৰ নিচিনাকৈ এই দেশবোৰতো সমানে বন্ধন মুক্তি ঘটিছে। মাৰ্ছিলিছত মোৰ ভাইৰ দাহ-সংস্কাৰ কৰা সময়ত যোগালীজনে মোক জনাইছিল যে ধৰ্মীয় উগ্ৰমতৰ বাবে তাৰ আগতে তেনে শৱদাহ কাৰ্য তেওঁৰ হাতত পৰা নাছিলেই প্ৰায়। তাৰমানে স্পষ্টতঃ এই ধাৰণা কৰা হয় যে মানৱ শৰীৰৰ অংশসমূহ গেছীয়ৰূপত ব্যাপ্ত হৈ পৰিলে সিবোৰক এক গোট কৰাটো সৰ্বশক্তিমান ঈশ্বৰৰ বাবে কঠিন হৈ পৰে, কিন্তু গিৰ্জাৰ সমাধিস্থলত কেঁচু আৰু বোকাৰ ৰূপত থাকিলে তেৰাৰ কামফেৰা কিছু সহজ হয়। এনে এটা অভিমত মই প্ৰকাশ কৰা হ'লে, তাক অধাৰ্মিকতাৰ চিন বুলি ধৰা হ'লহেঁতেন। সি যি কি নহওক, সন্দেহাতীতভাৱে ৰক্ষণশীলসকলৰ বেছিভাগৰ মাজতে আচলতে কিন্তু এইটোৱে প্ৰচলিত মত।

মধ্যযুগীয় বিদ্যায়তনিক দৰ্শনত (যিটো আছিল ৰোমৰ দৰ্শন) দেহ আৰু আত্মা দুয়োটাই সাৰবস্তু। "সাৰবস্তু"ৰ ধাৰণাটো বাক্যবিন্যাস (Syntax)-অৰ পৰা ব্যুৎপন্ন কৰা হৈছে ; আকৌ, বাক্য বিন্যাসৰ ব্যুৎপন্ন ঘটিছে আদিম জাতিসমূহৰ প্ৰায় অচেতন আধিভৌতিক অনুভৱৰ পৰা। এই জাতিসমূহেই আমাৰ ভাষাবোৰৰ গাঁথনি নিৰ্ধাৰণ কৰিছিল। বাক্যবোৰক উদ্দেশ্য আৰু বিধেয় হিচাঁপে বিশ্লেষিত কৰা হয় আৰু ভবা হয় যে কেতবোৰ শব্দ উদ্দেশ্য ৰূপে আৰু বিধেয়ৰূপেও ব্যৱহৃত হ'ব পাৰে, কিন্তু আন কেতবোৰ শব্দ (খুব স্পষ্ট নোহোৱা কেতবোৰ অৰ্থ) কেৱল উদ্দেশ্য ৰূপেহে ব্যৱহৃত হ'ব পাৰে। এই পিছৰ শ্ৰেণীৰ শব্দবোৰৰ আটাইতকৈ ভাল উদাহৰণ হৈছে নামবাচক শব্দবোৰ। এই শ্ৰেণীৰ শব্দবোৰেই "সাৰবস্তু" নিৰ্দেশ কৰা বুলি ধৰা হয়। এই একেটা ধাৰণাকে বুজোৱা সৰ্বজনগ্ৰাহ্য শব্দটো হৈছে "বস্তু" অথবা মানুহৰ ক্ষেত্ৰত প্ৰযুক্ত হ'লে "ব্যক্তি"। সাৰবস্তুৰ আধিভৌতিক ধাৰণাটো মানুহৰ সাধাৰণ জ্ঞানে ব্যক্তি এগৰাকী অথবা বস্তু এটাৰ দ্বাৰা যি বুজায়, তাকে সু-সংজ্ঞাবদ্ধ ৰূপ দিবলৈ কৰা এটা প্ৰচেষ্টাহে মাথোন।

আমি এটা উদাহৰণ লওহক। আমি ক'ব পাৰোঁ—"ছক্ৰেটিছ জ্ঞানী আছিল", "ছক্ৰেটিছ গ্ৰীক আছিল," "ছক্ৰেটিছে প্লেটোক শিকাইছিল" ইত্যাদি। এই আটাইবোৰ উক্তিতে ছক্ৰেটিছৰ গাত আমি বিভিন্ন বৈশিষ্ট্য আৰোপ কৰিছো। "ছক্ৰেটিছ" শব্দটোৰ অৰ্থ আটাইবোৰ বাক্যত হুবহু একে। এতেকে ছক্ৰেটিছ বোলা মানুহজন তেওঁৰ বৈশিষ্ট্যসমূহৰ পৰা কিবা নহয় কিবা অলপ বেলেগ ; অৰ্থাৎ তেওঁ এনে কিবা য'ত এই বৈশিষ্ট্যসমূহ "অন্তৰ্লীন হৈ থকা" বুলি কোৱা হয়। বস্তু এটাক তাৰ বৈশিষ্ট্য সমূহৰ জৰিয়তে চিনাক্ত কৰিবলৈহে মাথোঁ স্বাভাৱিক জ্ঞানে আমাক সমৰ্থ কৰে। একেবোৰ বৈশিষ্ট্যই থকা এজন যঁজা ভায়েক যদি ছক্ৰেটিছৰ থাকিলহেঁতেন, তেন্তে তেওঁলোকৰ পাৰ্থক্য উলিয়াব আমি নোৱাৰিলোঁহেঁতেন। তথাপি এক সাৰবস্তু তাৰ বৈশিষ্ট্যসমূহৰ সমষ্টিতকৈ বেলেগ কিবা বস্তু। খ্ৰীষ্টৰ নৈশভোজ অনুষ্ঠান (Eucharist) সম্পৰ্কীয় মতবাদৰ পৰা এই কথা পৰিষ্কাৰকৈ ওলাই পৰে। ৰূপান্তৰকৰণ (trans-substantiation)-অত, ৰুটিৰ বৈশিষ্ট্যসমূহ থাকি যায়, কিন্তু সাৰবস্তু হৈ পৰে খ্ৰীষ্টৰ দেহৰ সাৰবস্তু। আধুনিক দৰ্শনৰ উত্থানৰ সময়ছোৱাত ডেকাৰ্টৰ পৰা লাইবনিজলৈকে (স্পিনোজাক বাদ দি) আটাইবোৰ নৱপথিকৃতেই তেওঁলোকৰ মতসমূহ যে ৰূপান্তৰকৰণৰ ধাৰণাৰ সৈতে সংগতিযুক্ত, সেই কথা প্ৰমাণ কৰিবলৈ বৰ যত্ন কৰিছিল। বহুকাল ধৰি কৰ্তৃপক্ষই ইতস্ততঃ কৰি আছিল, কিন্তু অৱশেষত সিদ্ধান্ত কৰিলে যে মাথোঁ বিদ্যায়তনিক দৰ্শন (Scholasticism)-অৰ মাজতহে সুৰক্ষা সম্ভৱ।

দেখা গৈছিল যে অলৌকিক প্ৰকাশক বাদ দিলে এটা সময়ত পৰিলক্ষিত এক ব্যক্তি বা বস্তু অন্য এটা সময়ত পৰিলক্ষিত এক সদৃশ ব্যক্তি বা বস্তুৰ সৈতে একে হয় নে নহয়, সেই বিষয়ে আমি কোনোদিনে নিশ্চিত হ'ব নোৱাৰোঁ ; দৰাচলতে এক অবিৰত ভ্ৰমৰংগৰ বিপদৰ সমুখত আমাক উদঙাই দিয়া হৈছিল। লকৰ প্ৰভাৱত তেওঁৰ অনুগামীসকলে তেওঁ সাহস নকৰা এটি পদক্ষেপ গ্ৰহণ কৰিছিল ঃ তেওঁলোকে সাৰবস্তুৰ ধাৰণাৰ সমগ্ৰ আৱশ্যতাকে অস্বীকাৰ কৰিছে। তেওঁলোকে কৈছিল যে ছক্ৰেটিছৰ বিষয়ে আমি যিমানখিনি জানিব পাৰোঁ, সেইখিনি তেওঁৰ বৈশিষ্ট্যসমূহৰ পৰাহে জানো। তেওঁ ক'ত আৰু কেতিয়া বসবাস কৰিছিল, তেওঁ দেখিবলৈ কেনেকুৱা আছিল, তেওঁ কি কৰিছিল ইত্যাদিৰ বিষয়ে আপুনি কোৱা মানে তেওঁৰ বিষয়ে ক'বলৈ থকা আটাইখিনি কথাই আপুনি কৈছে; এনেকৈ ভবাৰ কোনো সকাম নাই যে পিন গুজি থোৱা গাদীৰ পিনবোৰৰ নিচিনাকৈ তেওঁৰ বৈশিষ্ট্যবোৰো এক সম্পূৰ্ন ৰূপে অজ্ঞেয় সাৰবত্তাত আঁটি খাই থাকে। যি পৰমভাৱে আৰু সাৰ্বগতভাৱেই অজ্ঞেয় সি আছে বুলিও আনকি জানিব নোৱাৰি আৰু সেয়ে সি আছে বুলি ধৰি লোৱাৰো কোনো যুক্তি নাই।

সাৰবত্তা বস্তুটো এনে কিবা য'ত বৈশিষ্ট্যসমূহ থাকে, কিন্তু তাৰে এটা বা আটাইকেইটা বৈশিষ্ট্যৰ পৰাই সি পৃথক—এই ধাৰণা ডেকাৰ্ট, স্পিনোজা আৰু লাইবনিজে চলাই ৰাখিছিল ; যথেষ্ট কম গুৰুত্ব দি লোকেও এই ধাৰণাটো চলাইছিল। যা-হওক, হিউমে এই ধাৰণা অগ্ৰাহ্য কৰিছিল আৰু মনস্তত্ত্ব আৰু পদাৰ্থবিদ্যাৰ পৰা এই ধাৰণা ক্ৰমাৎ অন্তৰ্হিত হৈ আহিছে। এই ঘটনা কি উপায়ে ঘটিল, সেই বিষয়ে অলপ পিছতে আৰু কিছুকথা কোৱা হ'ব ; সম্প্ৰতি এই মতবাদৰ ধৰ্মতাত্ত্বিক তাৎপৰ্য আৰু ইয়াক অগ্ৰাহ্য কৰাৰ ফলত সৃষ্টি হোৱা সমস্যা সমূহৰ সৈতেহে আমি জড়িত থাকিব লাগিব।

প্ৰথমতে দেহাটোকে লোৱা হওক। সাৰবস্তুৰ ধাৰণাটো যিমান দিনলৈ আছিল, সিমান দিনলৈ দেহৰ পুনৰুত্থানে পৃথিৱীত জীৱিত অৱস্থাত তাক সংৰচন কৰা প্ৰকৃত সাৰবস্তুৰ পুনৰ একত্ৰীকৰণকে বুজায়। বহু ৰূপান্তৰৰ মাজেদি সাৰবস্তু পাৰ হ'ব পাৰে কিন্তু সি তাৰ আত্মপৰিচয় এৰা নিদিয়ে। যদিহে কোনো এটা বস্তু তাৰ বৈশিষ্ট্যসমূহৰ একত্ৰিত ৰূপত বাজে আন একো নহয়, তেনেহ'লে সেই বৈশিষ্ট্যসমূহ পৰিৱৰ্তিত হ'লে তাৰ আত্মপৰিচয় হেৰাব। তেনে ক্ষেত্ৰত, পুনৰুত্থানৰ পিছৰ স্বৰ্গীয় দেহ তাৰ পূৰ্বৰ পাৰ্থিৱ দেহৰ সৈতে একেটাই "বস্তু" বুলি কোৱাৰো কোনো অৰ্থ নাথাকিব। বিষম কথা হৈছে এই যে আধুনিক পদাৰ্থ বিদ্যাতো এই সমস্যাটোৰ এক অনুৰূপ

সমস্যা আছে। নগৰীয়া ইলেক্ট্ৰনবোৰৰ সৈতে এটি পৰমাণু আকস্মিক পৰিবৰ্তন হ'ব পৰা বস্তু। এটা পৰিৱৰ্তনৰ পিছত পৰিলক্ষিত ইলেক্ট্ৰনবোৰ আগতে পৰিলক্ষিত হোৱা ইলেক্ট্ৰনবোৰৰ সৈতে একে বুলি চিনাক্ত কৰিব নোৱাৰি। প্ৰতিটোৱেই হৈছে পৰিলক্ষণীয় পৰিঘটনাসমূহৰ সমষ্টিকৰণৰ একোটা উপায় মাত্ৰ আৰু পৰিবৰ্তনৰ মাজেদি আত্মপৰিচয় সংৰক্ষণৰ বাবে আৱশ্যকীয় হোৱা ধৰণৰ "বাস্তৱ" প্ৰতিটোৱে নাই।

"সাৰবস্তু" বৰ্জনৰ পৰিণতিসমূহ দেহৰ তুলনাত আত্মাৰ ক্ষেত্ৰত আৰু বেছি গম্ভীৰ হৈ পৰিছিল। এই পৰিণতি সমূহে অৱশ্যে খুউব লাহে লাহেহে আত্মপ্ৰকাশ কৰিছিল, কাৰণ কিছুকাল ধৰি পুৰণি মতবাদৰ বিভিন্ন লঘুকৃত ৰূপকে যুক্তিৰ ফালৰ পৰা এতিয়াও ৰক্ষা পাবলৈ সমৰ্থ বুলি ভবা হৈছিল। ধৰ্মতাত্ত্বিক তাৎপৰ্যসমূহ পৰিহাৰ কৰা যেন দেখাবলৈ প্ৰথমে "আত্মা" শব্দটিৰ ঠাইত "মন" শব্দটো বহুওৱা হ'ল। ইয়াৰ পিছত বহুওৱা হ'ল "বিষয়" (Subject) শব্দটোক। এই শব্দটো আজিও বৰ্তি আছে বিশেষকৈ "বিষয়নিষ্ঠ" (Subjective) আৰু "বস্তুনিষ্ঠ" (Objective) ৰ গৃহীত বৈপৰিত্যৰ মাজেদি। সেয়েহে বিষয় সম্পৰ্কে কিছু কথা কৈ ল'ব লাগিব।

স্পষ্টভাৱেই কিবা এক অৰ্থত যোৱাকালি মই যিজন ব্যক্তি আছিলোঁ, আজিও সেই একেজন ব্যক্তিয়েই। আৰু বেছি স্পষ্ট এটা উদাহৰণ লৈ ক'ব পাৰি যে যদি মই একে সময়তে এজন মানুহক দেখোঁ আৰু তেওঁ কথা কোৱা শুনো, তেনেহ'লে দেখোঁতা মইজন শুনোতা মইজনৰ সৈতে একে। কাজেই, ভবা হৈছিল যে এই মইটোৱেই কোনো বস্তুক উপলব্ধি কৰিলে মইটো আৰু বস্তুটোৰ মাজত এটা সম্পৰ্ক থাকে ঃ উপলব্ধি কৰোতা মইটো হৈছে "বিষয়" আৰু যি উপলব্ধ হয় সি হৈছে "বস্তু"। দুৰ্ভাগ্যক্ৰমে দেখা গৈছিল যে বিষয় সম্পৰ্কে একো কথাই জানিব নোৱাৰি ঃ ই সদায়ে অন্যান্য বস্তুকহে উপলব্ধি কৰে, কিন্তু নিজক উপলব্ধি কৰিব নোৱাৰে। হিউমে বিষয় বুলি কিবা এটা প্ৰকাৰ কথা দৃঢ়ভাৱে প্ৰত্যাখ্যান কৰিলে। কিন্তু সেইৰে কাম সিজাটো সম্ভৱ নাছিল। যদিহে বিষয় বুলি একো নাই, তেন্তে সেই অমৰ কিবাটোনো কি? কি সেই বস্তু যাৰ মুক্ত ইচ্ছা থাকে? কিহে পৃথিৱীত পাপ কৰে আৰু নৰকত শাস্তি ভোগে? এই প্ৰশ্নবোৰৰ উত্তৰ নাছিল। উত্তৰ পাবৰ ইচ্ছা হিউমে কৰাও নাছিল, কিন্তু আনৰতো আৰু তেওঁৰ দৰে সেই ধৃষ্টতা নাছিল!

হিউমক সঁহাৰি জনাবলৈ আগবঢ়া কাণ্টে ভাবিছিল যে তেওঁ এটা পথ বিচাৰি পাইছে। তেওঁৰ পথটোৰ দুৰ্বোধ্যতাৰ বাবেই তাক প্ৰগাঢ় বুলি গণ্য কৰা হৈছিল। তেওঁ কৈছিল যে সংজ্ঞাৰ অৱস্থাত বস্তুবোৰে আমাৰ ওপৰত ক্ৰিয়া কৰে আৰু সেই বস্তুবোৰক উপলব্ধি কৰিবলৈ আমাৰ প্ৰকৃতিয়েই আমাক বাধ্য কৰে। কিন্তু বস্তুবোৰক

আমি সিহঁতৰ স্বকীয় ৰূপতে উপলব্ধি নকৰোঁ, অন্য কিবা ৰূপেহে কৰোঁ ; আমাৰ বিভিন্ন আত্মনিষ্ঠ সংযোগকৰণৰ পৰিণতিতে এই অন্য ৰূপবোৰৰ উদ্ভৱ। এই সংযোগকৰণবোৰৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দুটা হৈছে স্থান আৰু কাল। কাণ্টৰ মতে স্বকীয় ৰূপত বস্তুবোৰ স্থান অথবা কালৰ অধীন হৈ নাথাকে, কিন্তু বস্তুবোৰক স্থান-কালৰ চৰ্তাধীন বুলি দেখিবলৈ আমাৰ প্ৰকৃতিয়েই আমাক বাধ্য কৰে। স্বকীয় ৰূপবিশিষ্ট বস্তু হিছাপে অহং (বা আত্মা)- ও স্থান বা কালত নাই, কিন্তু পৰিলক্ষণীয় পৰিঘটনা হিছাপে ইয়াক উভয়তে থকা যেন দেখি। উপলব্ধি কৰোঁতে পৰিঘটনামূলক (Phenomenal) সত্তা আৰু পৰিঘটনামূলক বস্তুৰ মাজত আমি এক সম্পৰ্ক লক্ষ্য কৰোঁ ; কিন্তু উভয়ৰে অন্তৰালত আছে এক বাস্তৱ সত্তা আৰু এক বাস্তৱ স্বয়ং স্বাধীন বস্তু। যাৰ এটাকো লক্ষ্য কৰিব নোৱাৰি। কিয় তেনেহ'লে ধৰি লোৱা হয় যে সিহঁত অস্তিত্বশীল? কাৰণ ধৰ্ম আৰু নৈতিকতাৰ বাবে সেয়া আৱশ্যক। বৈজ্ঞানিক উপায়ে যদিও আমি বাস্তৱ সত্তাক জানিব নোৱাৰোঁ, তথাপি আমি জানো যে ইয়াৰ মুক্ত ইচ্ছা আছে, ই সৎগুণসম্পন্ন অথবা পাপপূৰ্ণ হ'ব পাৰে; (যদিও সময়ৰ উৰ্দ্ধত) ই অমৰ আৰু পৃথিৱীত সৎলোকে স্পষ্টতঃ যি অন্যায় যন্ত্ৰণা ভুগিবলগীয়া হয়, স্বৰ্গত পৰমানন্দৰ জৰিয়তে তাৰ প্ৰতিকাৰ হয়। এনেবোৰ কাৰণতে কাণ্টে ভাবিছিল যে "বিশুদ্ধ" যুক্তিয়ে ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিব নোৱাৰিলেও "ব্যৱহাৰিক" যুক্তিৰে তাক প্ৰমাণ কৰাটো সম্ভৱ। কাৰণ, নৈতিকতাৰ পৰিমণ্ডলত যি কথা আমি প্ৰবৃত্তিগত ভাৱেই জানো, ঈশ্বৰৰ অস্তিত্ব তাৰেই এক এৰাব নোৱৰা পৰিণতি।

এনে এটা আদবাটৰ ঘৰত বেছিপৰ জিৰোৱাটো দৰ্শনৰ পক্ষে অসম্ভৱ আছিল আৰু কাণ্টৰ মতৰো সংশয়াত্মক অংশখিনি, যি অংশত তেওঁ ৰক্ষণশীলতাক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছে, সেই অংশতকৈ বেছি দীৰ্ঘস্থায়ী মূল্যৰ বুলি প্ৰমাণিত হৈছে। সোনকালেই দেখা গ'ল যে স্বয়ং স্বাধীন বস্তুৰ অস্তিত্ব সম্পৰ্কে ধাৰণা কৰাৰ কোনো দৰকাৰ নাই, কাৰণ ই হৈছে পূৰ্বৰ সেই "সাৰবস্তু"ৰ ধাৰণাটোৱেই—মাথোঁ অজ্ঞেয়তাৰ কথাটোত নতুনকৈ জোৰ দিয়া হৈছে। কাণ্টৰ তত্বত পৰিলক্ষিত হ'ব পৰা "পৰিঘটনাসমূহ" মাথোঁ আপাতভাৱেহে অস্তিত্বশীল, তাৰ নেপথ্যত বিদ্যমান বাস্তৱৰ আমি মাথোঁ ক্ষীণতম আভাসহে পালোঁহেঁতেন যদিহে নীতিশাস্ত্ৰ (Ethics)-ৰ স্বীকাৰ্যসমূহ (Postulates)-অৰ প্ৰয়োজনে তাক অনিবাৰ্য কৰি নুতুলিলেহেঁতেন। তেওঁ ইংগিত দিয়া চিন্তাৰ ধাৰাটোৱে হেগেলৰ মাজত শীৰ্ষ পৰ্যায় পোৱাৰ পিছত তেওঁৰ অনুগামীসকলৰ বাবে এই কথা স্পষ্ট হৈ পৰিল যে আমি যি বাস্তৱৰ কথাই জানিব পাৰোঁ, সেয়া "পৰিঘটনাসমূহ"তে নিহিত আছে আৰু আমি ধাৰণা কৰিব নোৱৰা এক উচ্চতৰ ধৰণৰ বাস্তৱ আছে বুলি ধৰি লোৱাৰো কোনো প্ৰয়োজন নাই।

অৱশ্যে, এনে এক উচ্চতৰ ধৰণৰ বাস্তৱ থাকিবও পাৰে, কিন্তু সি থাকিবই লাগিব বুলি প্ৰমাণ কৰিব খোজা যুক্তিবোৰ অকাৰ্যকৰী। সেয়ে এনে বাস্তৱৰ সম্ভাৱনাটো অগণন তেনে সম্ভাৱনাৰে এটা, যিবোৰ সম্ভাৱনা আমি ইতিমধ্যেই জনা অথবা ভৱিষ্যতে জানিব পৰা পৰিমণ্ডলটোৰ বাহিৰৰ বস্তু বাবে আমি অৱজ্ঞা কৰা উচিত আৰু আমি জানিব পৰা কথাৰ পৰিমণ্ডলটোৰ ভিতৰত সাৰবস্তুৰ ধাৰণাৰ বাবে কোনো ঠাই নাই অথবা বিষয় আৰু বস্তুৰ নামত ইয়াৰ যি পৰিবৰ্তিত ৰূপ, তাৰ বাবেও কোনো ঠাই নাই। আমি লক্ষ্য কৰিব পৰা প্ৰাথমিক তথ্যসমূহৰ এনে কোনো দ্বৈতৰূপ নাথাকে আৰু সেই তথ্যসমূহে "বস্তুসমূহক" বা "ব্যক্তিসমূহ"ক পৰিঘটনাৰ থূপ বুলি বিবেচনা নকৰি আনধৰণে বিবেচনা কৰাৰ বাবে কোনো কাৰণ যোগান নধৰে।

দেহ আৰু আত্মাৰ সম্পৰ্কৰ কথা বিবেচনা কৰোঁতে কেৱল যে সাৰবস্তুৰ ধাৰণাটোৰেই আধুনিক দৰ্শনৰ সৈতে সমিল মিলত উপনীত হোৱাটো কঠিন হৈ পৰে তেনে নহয়, কাৰ্যকাৰণৰ ধাৰণাক লৈয়ো সমানে অসুবিধা হয়। মুখ্যতঃ পাপৰ সম্পৰ্কতে কাৰণ বিষয়ক ধাৰণাটোৱে ধৰ্মতত্ত্বত প্ৰৱেশ কৰিছে। পাপ হৈছে ইচ্ছাৰেই এক বৈশিষ্ট্য আৰু ইচ্ছা হৈছে কাৰ্যৰ কাৰণ। কিন্তু স্ব-ইচ্ছা নিজে সদায়ে কোনো পূৰ্ববৰ্তী কাৰণৰ ফল হ'ব নোৱাৰে ; পৰা হ'লে আমি আমাৰ কাৰ্যৰ বাবে দায়ী নহ'লোহেঁতেন। সেইবাবে পাপৰ ধাৰণাটোক সুৰক্ষা দিবৰ বাবে ইচ্ছা (অন্ততঃ সময়বিশেষে) কোনো কাৰণৰ ফল নোহোৱাটো আৰু সি নিজে কাৰণ হোৱাটো সমানে দৰকাৰী। ইয়াৰ পৰিণতিতে মানসিক সংঘটনসমূহৰ বিশ্লেষণ সম্পৰ্কীয় আৰু দেহ আৰু আত্মাৰ সম্পৰ্ক বিষয়ক ভালেমান নিশ্চয়োক্তিৰ উদ্ভৱ হৈছে। সময় আগবঢ়াৰ লগে লগে ইয়াৰে কেতবোৰ নিশ্চয়োক্তি ভাবি ৰখাটো বৰ সমস্যাজনক হৈ পৰিছে।

গতিবিদ্যাৰ সূত্ৰসমূহ আৱিষ্কাৰৰ জৰিয়তেই প্ৰথমটো সমস্যাৰ উদ্ভৱ হৈছে। সোতৰ শতিকাত এটা কথা স্পষ্ট হৈ পৰিছিল ঃ সম্পৰীক্ষা আৰু পৰ্যবেক্ষণে সত্য যেন লগা সূত্ৰসমূহে পদাৰ্থৰ সকলো গতিকেই সম্পূৰ্ণৰূপে নিৰ্দ্ধাৰণ কৰে। প্ৰাণী আৰু মানুহৰ দেহৰ ক্ষেত্ৰত ব্যতিক্ৰম হ'ব পাৰে বুলি দেখুৱাবলৈ কোনো যুক্তি দেখা নগ'ল। ডেকাৰ্টে সিদ্ধান্ত কৰিলে যে প্ৰাণীবোৰ স্বয়ংচালিত, কিন্তু লগতে এই কথাও ভাবিলে যে মানুহৰ ক্ষেত্ৰত ইচ্ছাই দৈহিক গতিৰ সৃষ্টি কৰিব পাৰে। পদাৰ্থবিদ্যাৰ অগ্ৰগতিয়ে তুৰন্তে দেখুৱালে যে তেওঁৰ সেই আপোচ সম্ভৱপৰ নহয় ; তেওঁৰ অনুগামীসকলেও বস্তুৰ ওপৰত থকা মনৰ প্ৰভাৱ সম্পৰ্কীয় মতটো বৰ্জন কৰিলে। ওলোটাকৈ বস্তুৰো মনৰ ওপৰত কোনো প্ৰভাৱ নাই বুলি মতপোষণ কৰি তেওঁলোকে

তুলাচনী দুয়োফালে সমান কৰি ৰাখিব খুজিলে। ইয়ে তেওঁলোকক মানসিক আৰু ভৌতিক—এই দুই সান্তৰাল শৃংখলাৰ তত্ত্বলৈ আগুৱাই নিলে। উক্ত দুই শৃংখলাৰ প্ৰত্যেকৰে আছে নিজস্ব নিয়ম। মানুহ এজনক লগ পাই "তুমি কেনে আছা" বুলি ক'বলৈ আপুনি কৰা সিদ্ধান্ত মানসিক শৃংখলাৰ ভিতৰুৱা। পিছে ওঁঠ, জিভা আৰু টেঁটুৰ গতি মানসিক শৃংখলাৰ পৰাই সৃষ্ট যেন লাগিলেও ইয়াৰ আচল কাৰণ কিন্তু সম্পূৰ্ণৰূপে গতিবিদ্যা বিষয়ক। তেওঁলোকে দেহ আৰু মনক সঠিক সময়মতে চলা দুটা ঘড়ীৰ লগত তুলনা কৰিছেঃ যেতিয়া এটা ঘড়ীয়ে এঘণ্টা সম্পূৰ্ণ কৰে, দুয়োটাৰে ঘণ্টা একে সময়তে বাজি উঠে, কিন্তু এটাৰ আনটোৰ ওপৰত কোনো প্ৰভাব নাথাকে। আপুনি যদি মাত্ৰ এটা ঘড়ীহে দেখা পায় আৰু ইয়াৰ সংকেতধ্বনিৰ মাজেদিহে মাথোন আনটোক জানিব পাৰে, তেন্তে আপুনি ভাবিব যে আপুনি দেখা ঘড়ীটোৱেই সংকেতধ্বনিটোৰ কাৰণ।

এই তত্ত্বটো বিশ্বাস কৰাটো কঠিন হোৱাৰ উপৰিও ইয়াৰ অন্য এক অসুবিধাও আছে। সেইটো হৈছে এই যে ই মুক্ত ইচ্ছাক ৰক্ষা কৰিব নোৱাৰে। দৈহিক অৱস্থা আৰু মানসিক অৱস্থাৰ মাজত এক কঢ়া সম্পৰ্ক থকা বুলি ধৰি লোৱা হৈছিল, যাতে যি কোনো এটাৰ বিষয়ে জানিলে আনটোৰ বিষয়েও তাত্ত্বিকভাৱে সিদ্ধান্ত ল'ব পাৰি। এই সম্পৰ্ক আৰু পদাৰ্থ-বিদ্যাৰো সূত্ৰসমূহ জনা মানুহে পৰ্যাপ্ত জ্ঞান আৰু দক্ষতা থাকিলে মানসিক আৰু ভৌতিক উভয় বিধৰ সংঘটন সম্পৰ্কে ভৱিষ্যদ্বাণী কৰিব পাৰে। যি কি নহওক, ভৌতিক বহিঃপ্ৰকাশ অনুসৃত নহ'লে মানসিক ইচ্ছাও মূল্যহীন বুলি ধাৰণা কৰা হৈছিল। "তুমি কেনে আছা" বুলি আপুনি কেতিয়া ক'ব, সেই কথা নিৰ্ধাৰণ কৰে পদাৰ্থবিদ্যাৰ সূত্ৰসমূহে, কাৰণ ই এক দৈহিক ক্ৰিয়া; "বিদায়" বুলি ক'বলৈ আপুনি ইচ্ছা কৰিব পাৰে বুলি বিশ্বাস কৰাটো তুচ্ছ সান্ত্বনাৰ বিষয় হৈ পৰিব যদিহে তাৰ ওলোটাটো ক'ব লাগে বুলি পূৰ্বনিৰ্ধাৰিত হৈ আছে।

সেয়ে ই বিস্ময়ৰ বিষয় নহয় ওঠৰ শতিকাৰ ফ্ৰান্সত ডেকাৰ্টীয় মতবাদে স্থান এৰি দিছিল বিশুদ্ধ বস্তুবাদক, য'ত মানুহক পদাৰ্থবিদ্যাৰ সূত্ৰসমূহৰ দ্বাৰা সম্পূৰ্ণকৈ পৰিচালিত বুলি গণ্য কৰা হয়। ইচ্ছাৰ কোনো স্থান আৰু এই দৰ্শনত নাই আৰু পাপৰ ধাৰণাও ইয়াৰ পৰা অন্তৰ্ধান হৈছে। আত্মাৰো অস্তিত্ব নাই আৰু সেইবাবে অমৰত্ব বুলিও একো নাই; অমৰত্ব মাথোন আছে পৃথক পৃথক পৰমাণু সমূহৰ, যিবোৰ মানব শৰীৰত সাময়িকভাৱে একলগ হয়। এই দৰ্শনক ফৰাছী বিপ্লৱৰ আতিশয্যসমূহত বৰগুণি যোগোৱা বুলি ভবা হয়। সন্ত্ৰাসৰ ৰাজত্ব (Reign of Terror)-ৰ পিছত এই দৰ্শন হৈ পৰিল আতংকৰ বিষয়—প্ৰথমে ফ্ৰান্সৰ সৈতে যুদ্ধত লিপ্ত হোৱা দেশসমূহৰ বাবে আৰু পৰৱৰ্তী সময়ত ১৮১৪ খ্ৰীষ্টাব্দৰ পিছত

চৰকাৰক সমৰ্থন কৰা সকলো ফৰাছীলোকৰ বাবে। ইংলেণ্ডে পিছ হুহকি আহি ৰক্ষণশীলতাত আশ্ৰয় ল'লে, জাৰ্মানীয়ে গ্ৰহণ কৰিলে কাণ্টৰ উত্তৰসূৰীসকলৰ ভাববাদী দৰ্শন। তাৰ পিছতে আহিল ৰোমাণ্টিক আন্দোলন। ই পছন্দ কৰিছিল আৱেগ-অনুভূতি। গাণিতিক সূত্ৰই মানুহৰ ক্ৰিয়া নিয়ন্ত্ৰণ কৰে—এনে কথা শুনিবলৈ এই আন্দোলন আছিল নাৰাজ।

ইতিমধ্যে মানৱ দেহ-তত্ত্বৰ চৰ্চাত বস্তুবাদ অপছন্দ কৰাসকলে হয় ৰহস্য নহয় "জীৱনীশক্তি"ত আশ্ৰয় লৈছিল। কোনো কোনোৱে ভাবিছিল যে বিজ্ঞানে মানৱ দেহৰ কথা বুজিব নোৱাৰে, আনবোৰে ঘোষণা কৰিছিল যে ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যাৰ নীতিসমূহতকৈ বেলেগ কেতবোৰ নীতি অৱলম্বন কৰিহে বিজ্ঞানে সেই বোধ আয়ত্ত কৰিব পাৰে। আজি-কালি ইয়াৰ এটা মতো জীৱবিজ্ঞানীসকলৰ মাজত বৰ জনপ্ৰিয় নহয়। অৱশ্যে, পিছৰটো মতৰ কিছু সমৰ্থক এতিয়াও আছে। ভ্ৰূণতত্ত্ব, জৈৱ-ৰসায়নবিদ্যা আৰু জৈৱযৌগৰ কৃত্ৰিম উৎপাদনৰ ক্ষেত্ৰত ইতিমধ্যে কৰা কামখিনিয়ে এই সম্ভাৱনা ক্ৰমাৎ বঢ়াই আনিছে যে ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যাৰ নীতি অনুসাৰে জীৱিত বস্তুৰ বৈশিষ্ট্যসমূহ সম্পূৰ্ণৰূপে ব্যাখ্যা কৰিব পাৰি। অৱশ্যে বিৱৰ্তনৰ তত্ত্বই প্ৰাণীদেহৰ ক্ষেত্ৰত প্ৰযোজ্য নীতিসমূহ মানৱ দেহৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব নোৱাৰে বুলি ভবা কথাটো অসম্ভৱ কৰি তুলিছিল।

এতিয়া পুনৰ মনস্তত্ত্ব আৰু ইচ্ছা বিষয়ক তত্ত্বলৈ উভতি যাওঁহক। এই কথা সদায়ে স্পষ্ট আছিল যে আমাৰ স্ব-ইচ্ছাৰ বহুখিনিৰে (হয়তো সিংহভাগৰে) অন্তৰালত কিবা কাৰণ থাকে ; কিন্তু ৰক্ষণশীল দাৰ্শনিকসকলে ভাবিছিল যে এই কাৰণসমূহ ভৌতিক জগতৰ কাৰণসমূহৰ পৰা এইটো কথাতে বেলেগ যে ইহঁতে ইহঁতৰ ফলসমূহ অনিবাৰ্য কৰি নোতোলে। তেওঁলোকে মত পোষণ কৰিছিল যে অতি শক্তিমান আশংকাকো মাথোঁ ইচ্ছাৰ ক্ৰিয়াৰ দ্বাৰাই বাধা দিয়াটো সকলো সময়তে সম্ভৱ। এইদৰে ভবা হৈছিল যে আমি আৱেগৰ দ্বাৰা পৰিচালিত হওঁতে আমাৰ কৰ্মসমূহ মুক্ত হৈ নাথাকে, কাৰণ আকোৰ কিবা কাৰণ থাকে। মানুহৰ আৰু এক সামৰ্থ্য আছে যাৰ পথনিৰ্দেশনা মতে চলিলে আমি প্ৰকৃত স্বাধীনতা লাভ কৰিব পাৰোঁ। কেতিয়াবা তাক "বিচাৰ-বোধ" (Reason) বোলা হয় আৰু কেতিয়াবা বোলা হয় "বিবেক" (Conscience)। অৰ্থাৎ, "সঁচা" স্বাধীনতা খেয়াল-খুচিৰ কাৰবাৰ হোৱাৰ বিপৰীতে নৈতিক আইনৰ প্ৰতি আনুগত্যৰ সৈতেহে একাত্ম। হেগেলীয়সকলে আৰু এখোজ আগুৱাই গৈ নৈতিক আইনক ৰাষ্ট্ৰৰ আইনৰ সৈতে এনেভাৱে মিলাই দিলে যে "সঁচা" স্বাধীনতাৰ অৰ্থ হৈ পৰিল পুলিচৰ প্ৰতি আনুগত্য। এই মতবাদ চৰকাৰবোৰৰ অতি প্ৰিয় আছিল।

যি কি নহওক, কোনো কোনো সময়ত ইচ্ছাৰ কোনো কাৰণ নাথাকে বোলা তত্ত্বটো জাৰি ৰখা টান হৈ পৰিছিল। আটাইতকৈ সৎ কাৰ্যবোৰকো উদ্দেশ্যহীন বুলিব নোৱাৰি। মানুহ এজনে ঈশ্বৰক সন্তুষ্ট কৰিবলৈ, তেওঁৰ চুবুৰীয়াৰ অথবা তেওঁৰ নিজৰে সন্মতি লাভ কৰিবলৈ, আনক সুখী ৰূপত দেখিবলৈ অথবা যন্ত্ৰণাৰ উপশম ঘটাবলৈ ইচ্ছা কৰিব পাৰে। ইয়াৰে যি কোনো এটা আকাংক্ষাই এটি সৎ কাৰ্যৰ কাৰণ হ'ব পাৰে, কিন্তু মানুহৰ মনত কিবা সৎ আকাঙক্ষা নাথাকিলে নৈতিক আইনে অনুমোদন জনোৱা কাৰ্যবোৰ তেওঁ সম্পাদন নকৰে। আকাঙক্ষাৰ কাৰণবোৰৰ বিষয়ে পূৰ্বৰ তুলনাত এতিয়া আমি বেছিকৈ জানো। কেতিয়াবা সিহঁতক বিচাৰি পোৱা যাব নলীহীন গ্ৰন্থিবোৰত, কেতিয়াবা প্ৰাথমিক শিক্ষাত, কেতিয়াবা বিস্মৃত অভিজ্ঞতাত, কেতিয়াবা প্ৰশংসাৰ আকাঙক্ষাত ইত্যাদি ইত্যাদি। বেছিভাগ ক্ষেত্ৰতে, এটি আকাঙক্ষাৰ সৃষ্টিত বহু বিভিন্ন কাৰণৰ সমাৱেশ ঘটে। এইটোও এতিয়া স্পষ্ট যে কিবা আকাঙক্ষাৰ ফলস্বৰূপেহে আমি এটা সিদ্ধান্ত লওঁ যদিও একে সময়তে অন্যান্য আকাঙক্ষাই আমাক বিপৰীত দিশলৈ টানি থাকে। এনেবোৰ কথাত হ'বছে কোৱা ধৰণে স্থিৰ সিদ্ধান্তৰ ক্ষেত্ৰত ইচ্ছাই হৈছে "চূড়ান্ত প্ৰৱণতা"। অৰ্থাৎ, স্ব-ইচ্ছাৰ সম্পূৰ্ণৰূপে কাৰণবিহীন কাৰ্যৰ ধাৰণাটো নিৰাপদ নহয়। নীতি শাস্ত্ৰতো এই কথাৰ কি পৰিণতিয়ে দেখা দিলে সেই বিষয়ে পিছৰ অধ্যায় এটিত আমি আলোচনা কৰিম।

মনস্তত্ত্ব আৰু পদাৰ্থবিদ্যা বেছি বিজ্ঞানসম্মত হৈ অহাৰ লগে লগে উভয় বিদ্যা সম্পৰ্কীয় পুৰণি ধাৰণাবোৰে বেছি নিখুঁত হিষ্ণুপৰ সামৰ্থ্য থকা নতুন নতুন ধাৰণাবোৰক বৰ্ধিত হাৰত বাট এৰি দিব ধৰিলে। সৌ-সিদিনালৈকে পদাৰ্থ আৰু গতিকলৈয়ে পদাৰ্থ বিদ্যা সন্তুষ্ট আছিল ।আকৌ, পদাৰ্থৰ বিষয়ে দাৰ্শনিক মুহূৰ্তবোৰত যেনেকৈয়ে ভবা নহওক কিয়, কাৰ্যকৰী অৰ্থাৎ ই মধ্যযুগীয় সেই সাৰবস্তুৰেই। সাম্প্ৰতিকভাৱে আনকি কৌশলগতভাৱেও পদাৰ্থ আৰু গতি অনুপযুক্ত বুলি গম পোৱা গৈছে আৰু তাত্ত্বিক পদাৰ্থবিদসকলৰ পদ্ধতি বৈজ্ঞানিক দৰ্শনৰ অনুসন্ধানৰ বহু বেছি সমান্তৰাল হৈ পৰিছে। একেদৰে মনস্তত্ত্বয়ো "উপলব্ধি" আৰু "চেতনা" আদি ধাৰণাসমূহ বিসৰ্জন দিয়াটো দৰকাৰী যেন পাই আহিছে, কাৰণ দেখা গৈছে যে এই ধাৰণাসমূহ সঠিক হ'বলৈ অসমৰ্থ। কথাটো খোলোচা কৰি দিয়াৰ বাবে দুয়োটা শব্দৰ প্ৰতিটোৰ বিষয়ে অলপ কথা কৈ লোৱা দৰকাৰ।

প্ৰথম দৃষ্টিতেই "প্ৰত্যক্ষ" শব্দটো একেবাৰে পোনপটীয়া যেন লাগে। আমি "প্ৰত্যক্ষ কৰোঁ" সূৰ্যটোক, চন্দ্ৰটোক, আমি শুনিব পোৱা উচ্চাৰিত শব্দবোৰ, আমি স্পৰ্শ কৰা বস্তুবোৰ কাঠিন্য অথবা কোমলতা, পচা কণীৰ গোন্ধ অথবা সৰিয়হৰ সোৱাদ। আমি বৰ্ণনা দিয়া এই সংঘটনসমূহৰ বিষয়ে কোনো সন্দেহ নাই ; যিটো

কথা সন্দেহযুক্ত সেইটো হৈছে এই বৰ্ণনাহে। আমি সূৰ্যটোক "প্ৰত্যক্ষ" কৰোঁতে ইয়াৰ মাজত এক দীঘলীয়া কাৰ্য-কাৰণমূলক প্ৰক্ৰিয়া সোমাই থাকে—প্ৰথমে তিৰানব্বৈ নিযুত মাইল দৈৰ্ঘ্যৰ অন্তৰবৰ্তী স্থানত, তাৰ পিছত চকুত, চাক্ষুষ স্নায়ুত আৰু মগজুত। আমি যাক সূৰ্য প্ৰত্যক্ষ কৰা বুলি কওঁ, সেই সৰ্বশেষ "মানসিক" ঘটনাটোৰ প্ৰকৃত সূৰ্যৰ সৈতে খুউব বেছি সাদৃশ্য থকা বুলি ধৰি ল'ব নোৱাৰি। কাণ্টৰ স্বয়ং স্বাধীন বস্তুৰ নিচিনাকৈ সূৰ্যটোও আমাৰ অভিজ্ঞতাৰ বাহিৰতে থাকি যায় আৰু যদিহে তাক জানিব পাৰি, সেই জ্ঞান সম্ভৱ হ'ব "সূৰ্য প্ৰত্যক্ষ কৰা" বুলি আমি অভিহিত কৰা অভিজ্ঞতাটোৰ পৰা এক কঠিন অনুমান প্ৰক্ৰিয়া (Inference)-ৰ জৰিয়তে। আমাৰ অভিজ্ঞতাৰ বাহিৰত সূৰ্যটোৰ এক অস্তিত্ব আছে বুলি আমি ধৰি লওঁ কাৰণ একে সময়তে বহু মানুহে ইয়াক দেখা পায় আৰু লগতে য'ত কোনো পৰ্যবেক্ষক কিম্বা দৰ্শক নাই, তেনে ঠাইতো সূৰ্যৰ প্ৰভাৱ আছে বুলি ধাৰণা কৰি চন্দ্ৰৰ পোহৰৰ নিচিনা সকলো ধৰণৰ বস্তুৰে সবাতকৈ সৰল ব্যাখ্যা আগবঢ়াব পাৰি। সংবেদনৰ বিস্তৃত ভৌতিক সৃষ্টি প্ৰক্ৰিয়া বুজি পোৱাৰ আগতে আমি যি সৰল আৰু পোনপটীয়া অৰ্থত সূৰ্যটোক প্ৰত্যক্ষ কৰা যেন পাওঁ সেই অৰ্থত আমি নিশ্চয়কৈ প্ৰত্যক্ষ নকৰোঁ।

এক শিথিল অৰ্থত আমি ক'ব পাৰোঁ যে কোনো এটা বস্তুক আমি "ইন্দ্ৰিয়ৰ দ্বাৰা প্ৰত্যক্ষ কৰোঁ তেতিয়া যেতিয়া আমাৰ এনে কিবা ঘটে যাৰ সেই বস্তুটোৱেই মূল কাৰণ আৰু সেই কিবাটো এনে চৰিত্ৰৰ হয় যে ই আমাক সেই বস্তুটোৰ বিষয়ে অনুমান কৰিবলগীয়া কৰে। আমি যেতিয়া এজন ব্যক্তিয়ে কথা কোৱা শুনো, আমি শুনা কথাৰ প্ৰভেদসমূহৰ এটা সমস্যা থাকে ; অন্তৰ্বৰ্তী মাধ্যমৰ প্ৰভাৱ মোটামোটি ভাৱে স্থিৰ আৰু সেই দেখি তাক প্ৰায় অৱজ্ঞা কৰিব পাৰি। একেধৰণে, যেতিয়া ওচৰা-উচৰিকৈ এখন ৰঙা তাপলি আৰু এখন নীলা তাপলি দেখোঁ ৰঙা আৰু নীলা পোহৰ য'ৰ য'ৰ পৰা আহিছে, সেই ঠাই দুটুকুৰাৰ মাজত আমি কিবা পাৰ্থক্যৰ ধাৰণা কৰিব পাৰোঁ। অৱশ্যে এই পাৰ্থক্যক ৰঙা ৰঙৰ সংবেদন আৰু নীলা ৰঙৰ সংবেদনৰ মাজৰ পাৰ্থক্যৰ সৈতে মিল থকা বুলি ধৰি ল'ব নোৱাৰি। এইদৰে আমি "ইন্দ্ৰিয় প্ৰত্যক্ষ"ৰ ধাৰণাটোক ৰক্ষা কৰিবলৈ চেষ্টা চলাব পাৰোঁ, কিন্তু তাক নিখুঁত ৰূপ দিয়াত আমি কোনো দিনেই কৃতকাৰ্য নহওঁ। মধ্যৱৰ্তী মাধ্যমটোৰ সদায়ে কিবা বিকৃতকাৰী প্ৰভাৱ থাকে ৰঙা ঠাই টুকুৰা ৰঙা দেখা যাব পাৰে মধ্যৱৰ্তী কুঁৱলিৰ বাবে অথবা নীলা ঠাইটুকুৰা নীলা দেখা যাব পাৰে আমি পিন্ধি থকা ৰঙীন চছমাৰ বাবে। আমি সচৰাচৰ "ইন্দ্ৰিয় প্ৰত্যক্ষ" বুলি অভিহিত কৰা অভিজ্ঞতা বিধৰ পৰা এটা বস্তু সম্পৰ্কে অনুমান কৰিবলৈ হ'লে আমি পদাৰ্থবিদ্যা আৰু ইন্দ্ৰিয়সমূহৰ কাৰ্যপদ্ধতি জানিব লাগিব, লগতে বস্তুটো আৰু আমাৰ মাজৰ মধ্যৱৰ্তী ঠাই টুকুৰাত কি আছে, সেই

বিষয়ে যথেষ্ট তথ্য আমি পাব লাগিব। এই আটাইবোৰ তথ্য আহৰণ কৰি আৰু বহির্জগতৰ বাস্তৱ আছে বুলি ধৰি লৈ আমি "প্ৰত্যক্ষ হোৱা" বস্তুটোৰ বিষয়ে কিবা অতি বিমূর্ত সন্দেহ উলিয়াই ল'ব পাৰোঁ। কিন্তু ইন্দ্ৰিয় প্ৰত্যক্ষ শব্দটোত যি উম আৰু তাৎক্ষণিকতা নিহিত থাকে, কঠিন গাণিতিক সূত্ৰৰ সহায়ত কৰা অনুমান প্ৰক্ৰিয়াত সেয়া অন্তৰ্ধান হয়। সূৰ্যৰ নিচিনা দূৰৈৰ ক্ষেত্ৰত এই কথা লক্ষ্য কৰাটো কঠিন নহয়। কিন্তু আমি স্পৰ্শ কৰা, ঘ্ৰাণ লোৱা আৰু সোৱাদ লোৱা সকলো বস্তুৰ ক্ষেত্ৰতে এই কথা সমানে সত্য, কাৰণ এই বস্তুবোৰৰ "ইন্দ্ৰিয় প্ৰত্যক্ষ" সম্ভৱ হয় স্নায়ুবোৰৰ মাজেদি মগজুলৈ চলাচল কৰা কেতবোৰ বিস্তৃত প্ৰক্ৰিয়াৰ বাবে।

"চেতনা"ৰ বিষয়টোৰ বোধহয় আৰু বেছি জটিল। আমি কওঁ যে আমি সচেতন, কিন্তু লাঠি আৰু শিল সচেতন নহয়; আমি কওঁ যে জাগ্ৰত অৱস্থাত আমি "সচেতন", কিন্তু নিদ্ৰিত অৱস্থাত নহয়। এই কথা কওঁতে আমি নিশ্চয়কৈ কিবা অৰ্থ কৰোঁ আৰু আমি এনে অৰ্থ কৰো যি সত্য। কিন্তু যি সত্য সিনো কি বস্তু, সেই কথা কিবা এটা সঠিক ৰূপত প্ৰকাশ কৰাটো এক সমস্যাৰ বিষয় আৰু তাৰ বাবে ভাষা পৰিৱৰ্তনৰ আৱশ্যক।

নিজকে "সচেতন" বুলি কওঁতে আমি দুটা কথা বুজাওঁ, প্ৰথমটো হ'ল এই যে আমি পাৰিপাৰ্শ্বিকতাৰ প্ৰতি এক নিৰ্দিষ্ট ধৰণে প্ৰতিক্ৰিয়া কৰোঁ; দ্বিতীয়তে, নিজৰ ভিতৰলৈ জুমি চাই আমি আমাৰ চিন্তা আৰু অনুভৱত এনে কিবা বৈশিষ্ট্য দেখা যেন পাওঁ যিটো আমি নিৰ্জীৱ বস্তুসমূহত নেদেখোঁ।

পাৰিপাৰ্শ্বিকতাৰ প্ৰতি আমাৰ প্ৰতিক্ৰিয়া নিহিত থাকে কিহবাৰ "প্ৰতি" আমাৰ সচেতনতা। আপুনি "হেৰা" বুলি চিঞৰিলে মানুহে ঘূৰি চাব, কিন্তু শিলে নাচায়। আপুনি জানে যে এনে এটি ঘটনাত আপুনি নিজেও ঘূৰি চায় কিবা এটা হুট্ৰগোল শুনে কাৰণেহে। বহিৰ্জগতৰ বস্তুসমূহ কোনো এজন ব্যক্তিয়ে "ইন্দ্ৰিয়ৰ দ্বাৰা প্ৰত্যক্ষ কৰা" বুলি ধৰি ল'ব পাৰিলে সেই ব্যক্তিজনে ক'ব পাৰে যে ইন্দ্ৰিয় প্ৰত্যক্ষৰ প্ৰক্ৰিয়াত তেওঁ সেই বস্তুবোৰৰ প্ৰতি "সচেতন" আছিল। এতিয়া আমি মাথোঁ এই কথাকে ক'ব পাৰোঁ যে উদ্দীপকসমূহৰ প্ৰতি আমি সঁহাৰি দিওঁ আৰু শিলেও এই একে কামকে কৰে, অৱশ্যে সিহঁতে সহাঁৰি দিয়া উদ্দীপক সমূহৰ সংখ্যা কম। সেয়েহে বহিৰ্জাগতিক ইন্দ্ৰিয় প্ৰত্যক্ষৰ ক্ষেত্ৰত এটি শিল আৰু আমাৰ মাজত মাথোঁ মাত্ৰাৰহে পাৰ্থক্য আছে।

"সচেতনতা"ৰ ধাৰণাৰ বেছি গুৰুত্বপূৰ্ণ অংশটোক আমি আত্ম-অৱলোকনৰ দ্বাৰা যি আবিষ্কাৰ কৰোঁ, তাৰ সৈতে জড়িত। বহিৰ্জাগতিক বস্তুসমূহৰ প্ৰতি আমি যে

কেৱল সঁহাৰিয়েই দিওঁ, তেনে নহয়, সঁহাৰি দিওঁ বুলি আমি জানোও। আমি ভাবো যে শিলে সঁহাৰি দিয়ে বুলি সি নিজে নাজানে, পিছে যদি সি জানে তেন্তে তাৰ চেতনা আছে। এই ক্ষেত্ৰতো বিশ্লেষণ কৰিলে দেখা যাব যে পাৰ্থক্যটো মাথোন মাত্ৰাৰহে আমি কিবা দেখিছোঁ বুলি জনা কথাটো যদিহে স্মৃতি নহয় তেন্তে ই "দেখা"ৰ উৰ্দ্ধস্থ এক নতুন জ্ঞান আচলতে নহয়। আমি যদি প্ৰথমে কিবা এটা দেখোঁ আৰু তাৰ ঠিক পিছতে তাক দেখিছিলোঁ বুলি অনুধাৱন কৰো তেন্তে আত্ম-অৱলোকন যেন লগা এই অনুধাৱনেই হৈছে এক অব্যৱহিত স্মৃতি। কোৱা হ'ব পাৰে স্মৃতি স্পষ্টভাৱেই এক "মানসিক" বস্তু, কিন্তু এই কথাকো পুনৰ প্ৰত্যাখান কৰা হ'ব পাৰে। স্মৃতি হৈছে এক ধৰণৰ অভ্যাস আৰু অভ্যাস হৈছে স্নায়বিক কলাৰ বৈশিষ্ট্য, অৱশ্যে অন্য ক্ষেত্ৰতো ই দেখা দিব পাৰে, যেনে ঃ কাগজৰ নুৰা এটাৰ পাক খুলি দিব খুজিলে সি পুনৰ আগৰ দৰে পাক খাব খোজে। মই এনে ইংগিত দিব খোজা নাই যে ওপৰৰ কথাখিনি আমি অস্পষ্টভাৱে "চেতনা" বোলা বস্তুটোৰ এটি সম্পূৰ্ণ বিশ্লেষণ, ই এক বৃহৎ বিষয় আৰু তাক আলোচনা কৰাৰ বাবে এক পৃথক গ্ৰন্থৰ প্ৰয়োজন। মই এই কথাৰহে ইংগিত দিব বিচাৰিছোঁ যে প্ৰথম দৃষ্টিত সঠিক যেন লগা ধাৰণা এটা আচলতে তাৰ সম্পূৰ্ণ ওলোটাহে আৰু লগতে এনে আভাসো দিব খুজিছোঁ যে বৈজ্ঞানিক মনস্তত্ত্ববিদসকলৰ বাবে এক পৃথক পৰিভাষাৰ দৰকাৰ আছে।

পৰিশেষত ক'ব পাৰি যে "পদাৰ্থ"ই তাৰ পুৰণি নিৰ্ভৰযোগ্যতা হেৰুওৱা বাবে আৰু "মন"টোৱেও সমানে তাৰ আধ্যাত্মিকতা হেৰুওৱা বাবে দেহ আৰু আত্মাৰ পুৰণি পাৰ্থক্য অন্তৰ্হিত হৈ পৰিছে। এটা সময়ত বিশ্বজনীনভাৱে ভবা হৈছিল আৰু আজিও কেতিয়াবা কেতিয়াবা ভবা হয় যে পদাৰ্থ বিদ্যাৰ তথ্যসমূহ সকলোৰে চাব পৰা ধৰণৰ- অৰ্থাৎ ৰাজহুৱা, কিন্তু তাৰ বিপৰীতে মনস্তত্ত্বৰ তথ্যবোৰ হৈছে ব্যক্তিগত কাৰণ, আত্ম অৱলোকনৰ দ্বাৰাহে সিবোৰক পোৱাটো সম্ভৱ। পিছে এই পাৰ্থক্যটো হৈছে মাত্ৰাৰহে পাৰ্থক্য। কোনো দুজন মানুহে একে সময়তে হুবহু একেটা বস্তুকে প্ৰত্যক্ষ কৰিব নোৱাৰে কাৰণ, তেওঁলোকৰ দৃষ্টিকোণৰ পাৰ্থক্যই তেওঁলোকৰ "প্ৰত্যক্ষৰ" পাৰ্থক্যৰ সৃষ্টি কৰে। সূক্ষ্মভাৱে পৰীক্ষা কৰিলে দেখা যায় যে মনস্তত্ত্বৰ নিচিনাকৈ পদাৰ্থ বিদ্যাৰ তথ্যবো একেৰকমৰ ব্যক্তিগত চৰিত্ৰই থাকে। তদুপৰি, তাৰ আংশিক ৰাজহুৱা গুণটো মনস্তত্ত্ব ক্ষেত্ৰটো একেবাৰে অসম্ভৱ নহয়।

উভয়বিদ্যাৰে আৰম্ভণি যিবোৰ বাস্তৱ তথ্যৰ পৰা হয় সেইবোৰ আংশিকভাৱে হ'লেও একে। আমি দেখা বহীন তাপলিখন একেধৰণে পদাৰ্থবিদ্যাৰ বাবেও তথ্য আৰু মনস্তত্ত্বৰ বাবেও তথ্য। পদাৰ্থবিদ্যাই এবিধ বিশেষ প্ৰসংগৰ পৰা এবিধ বিশেষ ধৰণৰ অনুমান সংহতিৰে আগবাঢ়ে আৰু মনস্তত্ত্বয়ো আন এবিধ প্ৰসংগৰ পৰা আন

এবিধ অনুমান সংহতিলৈ আগবাঢ়ে। ক'ব পাৰি (যদিও বৰ আপঁহিতা হ'ব কথাটো) যে পদাৰ্থবিদ্যাৰ মগজুৰ বাহিৰৰ কাৰ্যকাৰণ সম্পৰ্কৰ সৈতে জড়িত আৰু মগজুৰ ভিতৰৰ কাৰ্য কাৰণ সম্পৰ্কৰ সৈতে জড়িত থাকে মনস্তত্ত্ব ; আকৌ পিছৰটো অৰ্থাৎ মনস্তত্ত্ব মগজু নীৰিক্ষণ কৰা দেহতাত্ত্বিকৰ বহিঃ পৰ্যাবেক্ষণে আবিষ্কাৰ কৰা সম্পৰ্কসমূহৰ সৈতে জড়িত নহয়, । কোনো কোনো অৰ্থত পদাৰ্থবিদ্যা আৰু মনস্বত্ত্বৰ তথ্যসমূহৰ মগজুৰ ভিতৰত সংঘটিত ঘটনা। ইহঁতৰ আছে বহিঃকাৰণৰ এক অনুক্ৰম, পদাৰ্থবিদ্যাই যাৰ অনুসন্ধান চলায়, আৰু আছে স্মৃতি, অভ্যাস আদি আন্তঃপ্ৰভাবৰ এক অনুক্ৰম যাৰ অনুসন্ধান চলে মনস্তত্ত্ব। কিন্তু, পদাৰ্থবিদ্যাগত আৰু মনস্তাত্ত্বিক সাংগাঠনিক উপাদান সমূহৰ মাজত কোনো মৌলিক পাৰ্থক্য থকাৰ প্ৰমাণ নাই। উভয়ৰ বিষয়েই আগতে আমি যিমানে জানো বুলি ভাবিছিলোঁ তাতকৈ কম জানো। কিন্তু আধুনিক বিজ্ঞানত যে "দেহ" আৰু "আত্মা"ৰ কোনো এটায়ো স্থান পাব নোৱাৰে, সেই কথাত নিশ্চিত হ'বৰ বাবে যথেষ্টখিনি জানিছোঁ।

অমৰত্বত থকা ৰক্ষণশীল বিশ্বাসৰ যুক্তিযুক্ততাৰ ওপৰত দেহতত্ত্ব আৰু মনস্বত্ত্বৰ আধুনিক মতবাদসমূহে কি প্ৰভাৱ পেলাইছে, সেই কথা গমি-পিতি চাবলৈ বাকী আছে।

দেহৰ মৃত্যুৰ পিছতো আত্মা জীয়াই থাকে—এই মত, আমি দেখিছোঁ, ব্যাপক ভাৱে মানুহে গ্ৰহণ কৰিছে। খ্ৰীষ্টানেও এইমত গ্ৰহণ কৰিছে, আৰু অখ্ৰীষ্টানেও কৰিছে, অসভ্য বৰ্বৰেও কৰিছে আৰু সভ্যলোকেও কৰিছে। যীশুখ্ৰীষ্টৰ সময়ৰ ইহুদী সকলৰ মাজত আছিল ফেৰিছী (Pharisee)[১] সকল আৰু চাদজুছী (Sadducee)[১০] সকল। ইয়াৰে ফেৰিছীসকলে অমৰত্বত বিশ্বাস কৰিছিল, কিন্তু পূৰ্বৰ পৰম্পৰাৰ প্ৰতি অনুগত চাদাজুছীসকলে বিশ্বাস কৰা নাছিল। খ্ৰীষ্টান ধৰ্মত শাশ্বত জীৱনৰ বিশ্বাসটোৱে সদায় এক মুখ্যস্থান অধিকাৰ কৰি আহিছে। ৰোমান কেথ'লিক বিশ্বাস অনুসৰি, কোনো কোনোৱে নৰকৰ শোধনাগাৰত (Purgatory)-অত শুদ্ধিকৰ যন্ত্ৰণাৰ পৰ্যায় এটা কটোৱাৰ পিছত স্বৰ্গত পৰমানন্দ উপভোগ কৰে। আনবোৰে নৰকত অনন্ত শাস্তি ভুগে। আধুনিক যুগত উদাৰ খ্ৰীষ্টানসকলে নৰক শাশ্বত নহয় বুলি ভবাৰ প্ৰৱণতা প্ৰায়ে দেখুৱায় ; এনেদৰে ভবাটো বেআইনি নহয় বুলি আছুতীয়া সংসদ (Privy Council)-এ ১৮৬৪ খ্ৰীষ্টাব্দত সিদ্ধান্ত কৰাৰে পৰা গিৰ্জাৰ বহু পুৰোহিতে এই মত পোষণ কৰি আহিছে। কিন্তু উনৈশ শতিকাৰ মাজভাগলৈকে নিজকে খ্ৰীষ্টান বুলি ব্যক্ত কৰা অতি কমসংখ্যক লোকেহে চিৰন্তন শাস্তিৰ সত্যতাক সন্দেহ কৰিছিল। নৰক বিষয়ক আতঙ্ক গভীৰতম উদ্বেগৰ এক উৎস আগতেও আছিল আৰু কম মাত্ৰাত আজিও হৈ আছে। এনে উদ্বেগেই আত্মাৰ অবিনশ্বৰতাৰ বিশ্বাসৰ পৰা পোৱা

আনন্দ ভালেখিনি হ্ৰাস কৰিছিল। বহুতকে নৰকৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যকে কাৰোবাৰ ওপৰত চলোৱা উৎপীড়নৰ সপক্ষে ন্যায়সংগত কাৰণ হিছাপে গণ্য কৰা হৈছিল। কাৰণ, যদি এক অধাৰ্মিকে আন বহুতকে বিপথে পৰিচালিত কৰি তেওঁলোকক নৰক-গমনৰ দুৰ্ভোগ ভুগিবলগীয়া কৰে, তেন্তে এই ভয়ঙ্কৰ পৰিণতি ৰোধ কৰাৰ স্বাৰ্থত প্ৰয়োগ কৰা কোনো জাগতিক শাস্তিকে অত্যধিক বুলিব নোৱাৰি। আজি-কালি যিয়েই ভবা নহওক কিয়, পূৰ্বতে কিন্তু অলপসংখ্যক সংখ্যালঘুক বাদ দি আন সকলোৱে ভাবিছিল যে অধাৰ্মিকতা আৰু মুক্তি (Salvation)-ৰ মাজত ৰাহি-যোৰা নাহে ।

নৰক-বিশ্বাসৰ যি অৱক্ষয় হৈছে, তাৰ কাৰণ কোনো নতুন ধৰ্মতাত্ত্বিক যুক্তিও নহয়, অথবা বিজ্ঞানৰ প্ৰত্যক্ষ প্ৰভাৱো নহয় ; বৰং তাৰ কাৰণ হৈছে অষ্টাদশ আৰু উনবিংশ শতিকাত উৎকৎ নিষ্ঠুৰতাৰ যি সংকোচন ঘটিছিল, সেয়াহে। এয়া হৈছে একেটা আন্দোলনৰে অংশ যি আন্দোলনে ফৰাচী বিপ্লৱৰ অলপ আগেয়ে বহু দেশতে ন্যায়িক উৎপীড়ন বিলুপ্ত কৰিছিল আৰু যি আন্দোলনে উনবিংশ শতিকাৰ প্ৰথম ভাগত ইংলেণ্ডৰ বাবে অপমানস্বৰূপ বৰ্বৰ শাস্তিবিধিৰ সংস্কাৰ সাধন কৰিছিল। বৰ্তমান সময়ত, আজিও নৰকৰ ধাৰণাত বিশ্বাস কৰা সকলৰ মনতো ইয়াৰ শাস্তি ভুগিবৰ উপযুক্ত বুলি ভবা মানুহৰ সংখ্যাটো পূৰ্বৰ তুলনাত সৰু হৈ পৰিছে। আমাৰ হিংস্ৰ আবেগবোৰে আজি-কালি ধৰ্মীয় দিশ লোৱাৰ পৰিবৰ্তে এক ৰাজনৈতিক দিশতহে গতি কৰিছে।

ই এক অদ্ভুত সত্য যে নৰক সম্পৰ্কীয় বিশ্বাসৰ নিশ্চয়তা কমি অহাৰ লগে লগে স্বৰ্গ সম্পৰ্কীয় বিশ্বাসেও স্পষ্টতা হেৰুৱাইছে। স্বৰ্গ যদিও খ্ৰীষ্টীয় ৰক্ষণশীলতাৰ আজিও এক স্বীকৃত অংশ, তথাপি আধুনিক আলোচনাত বিৱৰ্তন প্ৰক্ৰিয়াৰ অন্তৰালত থকা ঐশ্বৰিক অভিপ্ৰায়ৰ সাক্ষ্য-প্ৰমাণৰ বিষয়ে যিমানে কথা চলে, তাতকৈ স্বৰ্গ বিষয়ক কথা বহু কমকৈ চলে। সম্প্ৰতি ধৰ্মৰ সপক্ষে দিয়া যুক্তি সমূহে পৰজীৱনৰ সৈতে ধৰ্মৰ সম্পৰ্কত মনোযোগ দিয়াৰ সলনি ইহজীৱনতে এক সৎ জীৱন ৰচনাত ধৰ্মৰ প্ৰভাৱত বেছি মনোযোগ দিছে। পৃথিৱীত আমাৰ জীৱনটো হৈছে এক পৰৱৰ্তী জীৱনৰ বাবে প্ৰস্তুতি-এই বিশ্বাসেই পূৰ্বতে মানুহৰ নৈতিকতা আৰু আচৰণক প্ৰভাৱিত কৰিছিল। কিন্তু, সম্প্ৰতি এই বিশ্বাস সচেতনভাৱে বৰ্জন নকৰা লোকৰ মনতো ইয়াৰ খুব এটা প্ৰভাৱ নোহোৱা হৈছে।

অমৰত্ব বিষয়ে বিজ্ঞানৰ কি কথা লগা আছে, সেয়া বৰ স্পষ্ট নহয়। অৱশ্যে, মৰণোত্তৰ জীৱনৰ সপক্ষে এক ৰকমৰ যুক্তি আছে যি অন্ততঃ অভিপ্ৰায়ৰ ফালেদি একেবাৰে বৈজ্ঞানিক-মই মনস্তত্ত্বই অনুসন্ধান কৰা প্ৰপঞ্চসমূহৰ সৈতে জড়িত যুক্তিৰ

দিশটোৰ কথা কৈছোঁ । ইতিমধ্যে প্ৰাপ্য সাক্ষ্য-প্ৰমাণবোৰ বিচাৰ কৰি চোৱাৰ কাৰণে এই বিষয়টো সন্দৰ্ভত মোৰ নিজৰে পৰ্যাপ্ত জ্ঞান নাই। কিন্তু, এইটো পৰিষ্কাৰ যে ন্যায্য ব্যক্তিক পতিয়ন নিয়াব পৰাকৈ সাক্ষ্য-প্ৰমাণ থাকিব পাৰে। অৱশ্যে, ইয়াৰ সৈতে কেতবোৰ চৰ্ত জুটি দিব লাগিব। প্ৰথমতে, সাক্ষ্য-প্ৰমানবোৰে খুব বেছি ইয়াকেহে প্ৰমাণ কৰিব যে আমি মৃত্যুৰ পিছতো জীয়াই থাকোঁ, কিন্তু চিৰকাল জীয়াই থাকোঁ বুলি প্ৰমাণ নকৰে। দ্বিতীয়তে, শক্তিশালী আকাঙ্ক্ষা জড়িত থকা ক্ষেত্ৰত আনকি অভ্যাসগতভাৱেই সঠিক হিছাপৰ মানুহৰ নিশ্চয়োক্তিকো গ্ৰহণ কৰাটো বৰ টান ঃ ইয়াৰ বহু প্ৰমাণ আমি বিশ্বযুদ্ধতে পাইছোঁ . অতি উত্তেজনাপূৰ্ণ সময়ত এনে উদাহৰণ থাকেই। তৃতীয়তে আমাৰ শৰীৰৰ মৃত্যুৰ সৈতে আমাৰ ব্যক্তিত্বৰ মৃত্যু নঘটে বোলা কথাটো অন্য কেতবোৰ কাৰণত যদি আমাৰ সম্ভাব্য যেন নালাগে, তেন্তে এই প্ৰকল্পক পূৰ্বতে সম্ভাব্য বুলি ভবা সময়ত যেনে সাক্ষ্য-প্ৰমাণৰ দৰকাৰ হ'লহেঁতেন, এতিয়া কিন্তু মৰণোত্তৰ জীৱনৰ সপক্ষে তাতকৈ বেছি শক্তিশালী প্ৰমাণ আমাৰ দৰকাৰ হ'ব। চাতানৰ প্ৰতি ডাইনীবোৰে দৈহিকভাৱে শ্ৰদ্ধা নিবেদন কৰাৰ কথা প্ৰমাণ কৰাৰ বাবে ঐতিহাসিকে যিমান সাক্ষ্য-প্ৰমাণ হাজিৰ কৰাব পাৰে, মৰণোত্তৰ জীৱনৰ সপক্ষে সিমান সাক্ষ্য-প্ৰমাণ থকাৰ ভাও আনকি আধ্যাত্মিকতাৰ অত্যুৎসাহী সমৰ্থকেও দিব নোৱাৰে। অথচ আজি ঐতিহাসিকে ডাইনীৰ বিষয়ে দিয়া সাক্ষ্য- প্ৰমাণবোৰ চালি-জাৰি চোৱাৰ উপযুক্ত বুলি ভবা লোক এজন ওলোৱাটো টানেই।

আত্মা বা সত্তা বুলি কিবা অস্তিত্ব থকা যেন নালাগে—এই কথাটোৰ পৰাই বিজ্ঞানৰ বাবে সমস্যাৰ উদ্ভৱ হৈছে। আমি ইতিমধ্যে লক্ষ কৰি আহিছোঁ যে দেহ আৰু আত্মাক দুটি "সাৰবস্তু" বুলি গণ্য কৰাটো এতিয়া আৰু সম্ভৱপৰ হৈ থকা নাই। জগতে, আধিভৌতিকতাবাদীসকলে সাৰবস্তুৰ ধাৰণাৰ সৈতে যৌক্তিকভাৱে সংশ্লিষ্ট বুলি গণ্য কৰা কালোত্তীৰ্ণ নিত্যতাৰ ধাৰণাকো আজি আৰু গ্ৰাহ্য কৰা সম্ভৱ নহয়। মনস্তত্বতো এনে এক "বিষয়"ৰ ধাৰণা কৰাৰ যুক্তি নাই, ইন্দ্ৰিয়প্ৰত্যক্ষৰ মুহূৰ্তত যি "বিষয়" কোনো বস্তুৰ সৈতে সংস্পৰ্শিত হৈ পৰে। সৌ-সিদিনালৈকে ভবা হৈছিল যে পদাৰ্থ অবিনাশী, কিন্তু পদাৰ্থবিদ্যাৰ কলা-কৌশলে এই ধাৰণা আজি আৰু নকৰে। আজি একোটা পৰমাণু হৈ পৰিছে কেতবোৰ সংঘটন থূপ লগোৱাৰ মাথোঁন একোটা সুবিধাজনক উপায়। এটা পৰমাণু মানে এটা নিউক্লিয়াচ আৰু কেতবোৰ সংগী ইলেক্ট্ৰন—এনেকৈ ভবাটো এটা বিশেষ বিন্দুলৈকে সুবিধাজনক। কিন্তু এটা মুহূৰ্তৰ ইলেক্ট্ৰনবোৰৰ সৈতে আন এটা মুহূৰ্তৰ ইলেক্ট্ৰনবোৰক একে বুলিব নোৱাৰি। যি কি নহওক, কোনো আধুনিক পদাৰ্থবিদে এই ইলেকট্ৰণ বোৰক "বাস্তৱ" বুলি

নাভাবে। যি সময় পর্যন্ত চিৰন্তন বুলি ধাৰণা কৰা পদাৰ্থবাচক সাৰবস্তুৰ অস্তিত্ব আছিল, সেই সময় পর্যন্ত মনটোও একেদৰেই চিৰন্তন বুলি যুক্তি দিয়াটো সহজ আছিল। ই কোনোদিনে এক শক্তিশালী যুক্তি বুলি পৰিগণিত হোৱা নাছিল ; আজি-কালিতো ইয়াৰ প্ৰয়ো হ'ব নোৱাৰেই। পর্যাপ্ত কাৰণতে পদাৰ্থবিদসকলে পৰমাণুক ঘটনাবিশেষৰ এক অনুক্ৰমলৈ অৱনমিত কৰিছে। একে ধৰণৰ সংগত কাৰণতে মনস্তত্ত্ব বিদেও দেখিছে যে মনটোৰো এক নিৰবচ্ছিন্ন "বস্তু"ৰ বৈশিষ্ট্য নাই ; বৰং কেতবোৰ নিভৃত সম্পৰ্কৰে বান্ধ খাই থকা সংঘটন-বিশেষৰ ই এটি অনুক্ৰমহে। সেইবাবে অমৰত্বৰ প্ৰশ্নটোৱেও এতিয়া এই প্ৰশ্নৰ ৰূপ লৈছে যে উক্ত নিভৃত সম্পৰ্কবোৰ দেহৰ জীৱিত অৱস্থাৰ সংঘটন আৰু তাৰ মৰণোত্তৰ সংঘটনৰ মাজৰ সম্পৰ্কনেকি, এই প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিব পৰাৰ আগতে এজন ব্যক্তিৰ মানসিক জীৱন ৰচনা কৰিব পৰাকৈ সংঘটনসমূহক একেলগকৈ বান্ধি ৰখা সম্পৰ্কবোৰনো কি, সেই কথা প্ৰথমে আমি নিশ্চিত কৰি ল'ব লাগিব। স্পষ্টভাৱেই এই সম্পৰ্কবোৰৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ হৈছে স্মৃতি অৰ্থাৎ, মোৰ ক্ষেত্ৰত ঘটা যিবোৰ কথা মই মনত পেলাব পাৰোঁ। যদি কোনো বিশেষ মুহূৰ্তৰ কথা মই মনত পেলাব পাৰোঁ আৰু সেই মুহূৰ্তটোত অন্য কিবা মনত পেলাব পাৰিছিলোঁ, তেন্তে সেই "অন্য কিবা"টোও মোৰ ক্ষেত্ৰত ঘটিছিল। আপত্তি উঠিব পাৰিলেহেঁতেন, এইবুলি যে দুজন পৃথক ব্যক্তিয়ে একেটা ঘটনাকে মনত পেলাব পাৰে, কিন্তু সেই আপত্তি হ'লহেঁতেন এক ভ্ৰান্তি ঃ অৱস্থানৰ ভিন্নতাৰ বাবে কোনো দুজন ব্যক্তিয়ে হুবহু একেটা ঘটনাকে প্ৰত্যক্ষ নকৰে। শুনা, গোন্ধ লোৱা, স্পৰ্শ কৰা অথবা সোৱাদ লোৱাৰ ক্ষেত্ৰতো উভয়ৰে অভিজ্ঞতা হুবহু একে হ'ব নোৱাৰে। মোৰ অভিজ্ঞতা অন্য এজন ব্যক্তিৰ অভিজ্ঞতাৰ সৈতে অতিকৈ মিল থকা হ'ব পাৰে, কিন্তু সকলো ক্ষেত্ৰতে মোৰ অভিজ্ঞতা আনৰ অভিজ্ঞতাতকৈ কম-বেছি পৰিমাণে পৃথক। প্ৰতিজন ব্যক্তিৰে অভিজ্ঞতা তেওঁৰ নিজৰ ক্ষেত্ৰত ব্যক্তিগত, আৰু যেতিয়া এটা অভিজ্ঞতাত নিহিত থাকে অন্য এটা অভিজ্ঞতাৰ স্মৃতি, তেতিয়া দুয়োটা অভিজ্ঞতাকে একেজন "ব্যক্তি"ৰ অভিজ্ঞতা বুলি কোৱা হয়।

ব্যক্তিত্বৰ আন এটা সংজ্ঞাও আছে। এই সংজ্ঞাটো তুলনামূলকভাৱে কম মনস্তাত্ত্বিক আৰু ইয়াৰ উৎপত্তি হৈছে দেহৰ ধাৰণাৰ পৰা। যিহে বিভিন্ন সময়ত এটি জীৱিত দেহৰ একক পৰিচয় গঢ়ি তোলে তাৰ সংজ্ঞা জটিল হ'ব, কিন্তু সাময়িকভাৱে আমি তাক শুদ্ধ বুলি ধৰি ল'ম। আমি এই কথাও সত্য বুলি ধৰি ল'ম যে আমাৰ জ্ঞাত প্ৰতিটো "মানসিক" অভিজ্ঞতাই কোনো জীৱিত দেহৰ সৈতে জড়িত। তেনে ক্ষেত্ৰত আমি এজন "ব্যক্তি"ক এটি নিৰ্দিষ্ট শৰীৰৰ সৈতে জড়িত মানসিক সংঘটন

বিশেষৰ অনুক্ৰম হিছাপে সংজ্ঞাবদ্ধ কৰিব পাৰোঁ। এইটোৱেই হৈছে বৈধ সংজ্ঞা। জন স্মিথৰ দেহটোৱে যদি এটি হত্যা সংঘটিত কৰে আৰু পৰৱৰ্তী সময় এটাত আৰক্ষীয়ে যদি জন স্মিথৰ দেহটোক গ্ৰেপ্তাৰ কৰে, তেনেহ'লে গ্ৰেপ্তাৰৰ সময়ত উক্ত দেহত বাস কৰি থকা ব্যক্তিজন হৈছে এক হত্যাকাৰী।

"ব্যক্তি"ক সংজ্ঞাবদ্ধ কৰাৰ এই দুটা উপায় দ্বৈত ব্যক্তিত্বৰ ঘটনাসমূহত সংঘাতত লিপ্ত হয়। এনেবোৰ ঘটনাত বাহিৰৰ পৰ্যবেক্ষণে যাক এজন ব্যক্তি বুলি ধাৰণা কৰে, আচলতে মনোগতভাৱে সি দুভাগত বিভাজিত হৈ থাকে। কোনো কোনো সময়ত ইয়াৰ এটা ভাগেও আনটো ভাগৰ বিষয়ে একো নাজানে, কোনো কোনো সময়ত এটাই আনটোক জানে কিন্তু ওলোটাকৈ আনটোৱে ইটোক নাজানে। যিবোৰ ক্ষেত্ৰত এটাও আনটোৰ বিষয়ে একোকে নাজানে সেইবোৰ ক্ষেত্ৰত স্মৃতিজড়িত সংজ্ঞামতে ব্যক্তিৰ সংখ্যা ২ কিন্তু দেহ জড়িত সংজ্ঞামতে ব্যক্তিৰ সংখ্যা মাত্ৰ এক। অন্যমনষ্কতা, মোহনিদ্ৰা আৰু স্বপ্নচাৰণৰ মাজেদি দ্বৈত ব্যক্তিত্বৰ চৰম অৱস্থালৈ এক নিয়মিত ক্ৰমাংকন আছে। ইয়েই স্মৃতিক ব্যক্তিত্বৰ সংজ্ঞা হিছাপে প্ৰয়োগ কৰাত সমস্যাৰ সৃষ্টি কৰে। কিন্তু দেখা যায় যে সম্মোহনৰ দ্বাৰা অথবা মনোবিশ্লেষণৰ প্ৰক্ৰিয়াত হেৰোৱা স্মৃতি ওভোটাই পাব পাৰি। অৰ্থাৎ যি অসুবিধাৰ কথা কোৱা হ'ল সেয়া বোধহয় দুৰ্লংঘ্য নহয়।

প্ৰকৃত স্মৃতিৰ উপৰিও স্মৃতিৰ সৈতে প্ৰায় মিল থকা আন বিভিন্ন উপাদানেও (যেনে-অভ্যাস) ব্যক্তিত্বত প্ৰবেশ কৰেহি। এনে উপাদানবোৰে অতীত অভিজ্ঞতাৰ পৰিণতি হিছাপে গঢ় লয়। ইয়াৰ কাৰণ এয়ে যে য'ত জীৱন থাকে, তাত ঘটনাসমূহে গঢ় দিয়ে অভ্যাস আৰু সেয়ে এটি "অভিজ্ঞতা" কেৱল এটি সংঘটনৰ তুলনাত পৃথক হয়। এটি প্ৰাণী আৰু তাতকৈও বেছিকৈ এজন মানুহ অভিজ্ঞতাসমূহৰ দ্বাৰা এনেভাৱে গঢ় লয়, যিভাৱে নিৰ্জীৱ বস্তু এটাই গঢ় ল'ব নোৱাৰে। অভ্যাস গঠনৰ যি বিশেষ পথ, সেই পথেদিয়েই যদি এটা ঘটনা আন এটা ঘটনাৰ সৈতে কাৰ্য-কাৰণ সম্পৰ্কৰে সম্পৰ্কিত হৈ থাকে, তেন্তে দুয়োটা ঘটনা হ'ব একেজন "ব্যক্তি"ৰে ঘটনা। অকল স্মৃতিৰ জৰিয়তে দিয়া সংজ্ঞাটোৰ তুলনাত এই সংজ্ঞাটো বেছি ব্যাপক ; স্মৃতি জড়িত সংজ্ঞাই সামৰি লোৱা আটাইবোৰ কথাৰ লগতে আৰু ভালেমান কথা ই সামৰি ল'ব পাৰিছে।

দেহৰ মৃত্যুৰ পাছতো ব্যক্তিত্ব জীয়াই থাকে বুলি আমি যদি বিশ্বাস কৰিব লাগে, তেনেহ'লে আমি নিশ্চয় ধৰি ল'ব লাগিব যে স্মৃতিবোৰ নতুবা অন্ততঃ অভ্যাসবোৰ মৃত্যুৰ পিছতো নিৰবচ্ছিন্ন হৈ থাকে ; অন্যথা একেজন ব্যক্তিয়েই

নিৰবচ্ছিন্ন হৈ থাকে বুলি ধৰি লোৱাৰো কোনো যুক্তি নাথাকিব। কিন্তু এইখিনিতেই দেহতত্ত্বই সমস্যাৰ সৃষ্টি কৰে। অভ্যাস আৰু স্মৃতি হৈছে দেহৰ ওপৰত, বিশেষকৈ মগজুৰ ওপৰত পৰা প্ৰভাৱ সমূহৰ ফল; অভ্যাস গঠন প্ৰক্ৰিয়াক জলপথ সৃষ্টিৰ প্ৰক্ৰিয়াৰ সৈতে মিল থকা বুলি ভাবি ল'ব পাৰি। যিবোৰ প্ৰভাৱে এই অভ্যাস আৰু স্মৃতিৰ উৎপত্তি ঘটায়, দেহৰ ওপৰত পৰা সেই প্ৰভাৱবোৰ মৃত্যু আৰু অৱক্ষয়ে উপান্ত কৰে। সেয়ে পৰৱৰ্তী জীৱনত আমি অধিকাৰ কৰিম বুলি ভবা নতুন দেহ এটালৈ এই স্মৃতি আৰু অভ্যাসসমূহক অলৌকিক ঘটনা অবিহনেই কেনেকৈ স্থানান্তৰ কৰিব পাৰি সেই কথা বুজাটো টান। যদিহে আমি বিদেহী আত্মা হ'ব লগ হয় তেনেহ'লে সমস্যা মাথোঁ বাঢ়েহে। পদাৰ্থৰ বিষয়ে আধুনিক দৃষ্টিভংগীৰ প্ৰসংগত বিদেহী আত্মা বোলা কথাটো যুক্তিৰ ফালৰ পৰা সম্ভৱ হয় নে নহয়, তাক লৈ মোৰ অৱশ্যে সন্দেহ আছে। পদাৰ্থ হৈছে ঘটনা-বিশেষক স্তূপীকৃত কৰাৰ এক বিশেষ উপায় মাথোঁন আৰু য'ত ঘটনা আছে তাত পদাৰ্থও থাকিব। যদিহে মই তৰ্ক কৰি অহাধৰণে এজন ব্যক্তিৰ নিৰবচ্ছিন্নতাৰ অভ্যাস গঠনৰ ওপৰত নিৰ্ভৰশীল, তেনেহ'লে তেওঁৰ দেহৰ গোটেই জীৱনটোজুৰি তেওঁৰ ব্যক্তিত্বৰ নিৰবচ্ছিন্নতা তেওঁৰ দেহৰ নিৰবচ্ছিন্নতাৰ ওপৰত ভিত্তিশীল হ'বই লাগিব। এটি জলস্ৰোতক তাৰ আত্ম-পৰিচয়ৰ হৰণ-ভগন নোহোৱাকৈ স্বৰ্গলৈ স্থানান্তৰ কৰাটো যিমান সহজ, এজন ব্যক্তিকো তেনেকৈ স্থানান্তৰ কৰাটো তিমানেই সহজ।

ব্যক্তিত্ব সাৰগতভাৱেই এক সংৰচনাৰ বিষয়। কেতবোৰ সম্পৰ্কযে একেলগে স্তূপীকৃত হৈ একোজন ব্যক্তিক গঢ়ি তোলে। অভ্যাস গঠনৰ সৈতে জড়িত আৰু স্মৃতিকো সামৰি লোৱা কাৰ্য-কাৰণৰ নীতিসমূহৰ দ্বাৰাই এই স্তূপীকৃতকৰণৰ সৃষ্টি হয়; আকৌ কাৰ্য-কাৰণৰ সংশ্লিষ্ট নীতিসমূহ দেহৰ ওপৰত নিৰ্ভৰশীল। যদিহে এই কথা সত্য হয় (আৰু এই কথাক সত্য বুলি ভাবিবৰ শক্তিশালী বৈজ্ঞানিক ভিত্তিও আছে) তেনেহ'লে মগজুৰ বিঘটনৰ পিছতো ব্যক্তিত্ব বাচি থাকে বুলি ভবাটো ক্ৰিকেট ক্লাব এটাৰ আটাইবোৰ সদস্য মৰি যোৱাৰ পিছতো ক্লাবটো বাচি থকা বুলি ভবাৰ নিচিনা কথা।

মই ক'ব খোজা নাই যে মোৰ এই যুক্তি-বিচাৰ চূড়ান্ত। বিজ্ঞানৰ, বিশেষকৈ মনস্তত্ত্বৰ ভৱিষ্যৎ সম্পৰ্কে আগতীয়াকৈ অৱগত হোৱাটো অসম্ভৱ; মনস্তত্ত্ব বিজ্ঞানসম্মত হ'বলৈ আৰম্ভ কৰিছেহে মাত্ৰ। মনস্তাত্ত্বিক নৈমিত্তিকতাক তাৰ বৰ্তমানৰ দেহ-নিৰ্ভৰতাৰ পৰা মুক্ত কৰাটো সম্ভৱ হৈ পৰিব পাৰে। কিন্তু মনস্তত্ত্ব আৰু দেহতত্ত্বৰ বৰ্তমান অৱস্থাত অমৰত্বৰ প্ৰতি থকা বিশ্বাসে বিজ্ঞানৰ সমৰ্থন কোনোমতেই লাভ কৰিব নোৱাৰে; বিষয়টোৰ সন্দৰ্ভত যিবোৰ যুক্তি সম্প্ৰতি সম্ভৱ হৈছে,

সেইবোৰে মৃত্যুৰ লগে লগে ব্যক্তিত্বৰো সম্ভাব্য নিৰ্বাপনৰ কথালৈকে আঙুলিয়ায়। মৃত্যুক অতিক্ৰমি আমি জীয়াই নাথাকিম বুলি ভাবি আমাৰ দুখ লাগিব পাৰে, কিন্তু এই ভাবি আমি সান্ত্বনা লভিব পাৰোঁ যে আটাইবোৰ উৎপীড়ক, ইহুদী নিপীড়ক আৰু শঠ ব্যক্তিও মৃত্যুক অতিক্ৰমি চিৰকাল জীয়াই নাথাকে। আমাক কোৱা হ'ব পাৰে যে সময়ৰ লগে লগে সিহঁতমখাৰো মানবিক উন্নতি ঘটিব, পিছে মোৰ হ'লে এই কথাত সন্দেহ আছে।



# ষষ্ঠ অধ্যায়
# নিৰ্ধাৰণবাদ

বাইবেলত বৰ্ণিত যি পূত ইতিহাস আৰু লগতে প্ৰাচীন আৰু মধ্যযুগীয় গিৰ্জাৰ সৈতে জড়িত যি বিস্তৃত ধৰ্মতত্ত্ব, তাৰ গুৰুত্ব বেছিভাগ ধৰ্মিষ্ঠ মুনিহ-তিৰোতাৰ বাবে বহুত বেছি আছিল। কিন্তু, জ্ঞানৰ অগ্ৰগতিৰ লগে লগে সেই গুৰুত্ব কমি গৈছে। বিজ্ঞানৰ উপৰিও বাইবেলৰ সমালোচনাই বিশ্বাস কৰাটো কঠিন কৰি তুলিছে যে বাইবেলৰ প্ৰতিটো কথাই সত্য। উদাহৰণস্বৰূপে, আজি-কালি প্ৰত্যেকেই জানে যে জেনেছিছত বিশ্বসৃজন সম্পৰ্কে দুজন পৃথক লেখকৰ দুটা পৃথক আৰু পৰস্পৰ সামঞ্জস্যহীন কাহিনী আছে। এই ধৰণৰ বিষয়বোৰক আজি-কালি অনাৱশ্যক বুলি ধৰা হয়। ঐতিহাসিক ঘটনাৱলীৰ সৈতে জড়িত নকৰাকৈ চালে খ্ৰীষ্টধৰ্মৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অংশটো তিনিটা কেন্দ্ৰীয় মতবাদৰ দ্বাৰা গঠিত বুলি অনুভৱ কৰা হয়। সেই তিনিটা মতবাদ হৈছে ঈশ্বৰ, অমৰত্ব আৰু স্বাধীনতা বিষয়ক। "প্ৰাকৃতিক ধৰ্ম" বুলি যাক অভিহিত কৰা হয়, এই মতবাদকেইটাও তাৰেই অন্তৰ্ভুক্ত। টমাছ্ একুইনাচৰ লগতে বহু আধুনিক দাৰ্শনিকৰ মতেও দৈবিক প্ৰকাশৰ সহায় নোহোৱাকৈ অকল মানুহৰ বিবেকৰ দ্বাৰাই এই মতবাদকেইটাৰ সত্যতা প্ৰমাণ কৰিব পাৰি। সেয়ে এই তিনিটা মতবাদৰ বিষয়ে বিজ্ঞানৰনো কি ক'ব লগা আছে, তাৰ সন্ধান কৰাটো জৰুৰী। মোৰ নিজৰ বিশ্বাস এই যে সম্প্ৰতি বিজ্ঞানে সিহঁতক সঁচা প্ৰতিপন্নও কৰিব নোৱাৰে, মিছা প্ৰতিপন্নও কৰিব নোৱাৰে আৰু কোনো এটা কথা সঁচা বা মিছা বুলি প্ৰতিপন্ন কৰিব পৰাকৈ বিজ্ঞানক বাদ দি কোনো পদ্ধতিও নাই। মই অৱশ্যে ভাবোঁ যে সিহঁতৰ সম্ভাবিতাৰ সৈতে জড়িত কেতবোৰ বৈজ্ঞানিক যুক্তি আছে। এই কথা বিশেষভাৱে সত্য স্বাধীনতাৰ ক্ষেত্ৰত আৰু তাৰ বিপৰীত নিৰ্ধাৰণবাদৰ ক্ষেত্ৰত। এইটো অধ্যায়ত আমি এই নিৰ্ধাৰণবাদৰ কথাকে বিবেচনা কৰিম।

নিৰ্ধাৰণবাদ আৰু মুক্ত ইচ্ছাৰ ইতিহাসৰ বিষয়ে ইতিমধ্যেই কিছু কথা কোৱা হৈছে। আমি দেখি আহিছোঁ যে নিৰ্ধাৰণবাদে তাৰ আটাইতকৈ বলশালী সহযোগী বিচাৰি পাইছিল পদাৰ্থবিদ্যাত। পদাৰ্থবিদ্যাই সেই নিয়মবোৰ আৱিষ্কাৰ কৰা যেন লাগিছিল, যিবোৰে পদাৰ্থৰ সকলো প্ৰকাৰৰ গতিকে নিয়ন্ত্ৰণ কৰে আৰু তাত্ত্বিকভাৱে সেই গতিসমূহৰ বিষয়ে ভৱিষ্যদ্বাণী কৰিব পাৰে। বেছ আচহুৱা কথাটো এই যে

সাম্প্ৰতিক সময়ত নিৰ্ধাৰণবাদৰ বিৰুদ্ধে আটাইতকৈ শক্তিমান যুক্তিটোও একেদৰে পদাৰ্থবিদ্যাৰ পৰাই আহিছে। কিন্তু, সেই বিষয়ে আলোচনা কৰাৰ আগতে আমি যিমান পাৰোঁ সিমান পৰিষ্কাৰকৈ বিষয়টোক সংজ্ঞাবদ্ধ কৰিবলৈ চেষ্টা কৰোঁহক।

নিৰ্ধাৰণবাদৰ আছে এক দুই তৰপীয়া চৰিত্ৰ ঃ এহাতে, বৈজ্ঞানিক অনুসন্ধানকাৰীৰ দিগ্‌দৰ্শনৰ বাবে ই এক ব্যৱহাৰিক কৰ্মনীতিৰ নিচিনা ; আনহাতে, বিশ্বব্ৰহ্মাণ্ডৰ প্ৰকৃতি সম্পৰ্কে ই এক সাধাৰণ মতবাদ। সাধাৰণ মতবাদটো অসত্য বা অনিশ্চিত যদি হয়ো তথাপি ব্যৱহাৰিক কৰ্মনীতিটো নিৰ্ভৰযোগ্য হ'ব পাৰে। আমি সদ্যহতে কৰ্মনীতিটোৰে আৰম্ভ কৰোঁহক আৰু পৰৱৰ্তী সময়ত মতবাদটোলৈ আগবাঢ়িমহক।

কৰ্মনীতিটোৱে মানুহক কাৰ্য-কাৰণ সম্বন্ধীয় নিয়ম অৰ্থাৎ এটা সময়ত সংঘটিত ঘটনাসমূহৰ সৈতে আন এটা সময়ত সংঘটিত ঘটনাসমূহক সম্পৰ্কিত কৰা নিয়ম বিচাৰিবৰ বাবে পৰামৰ্শ দিয়ে। দৈনন্দিন জীৱনত এই ধৰণৰ নিয়মেৰেই আমি আমাৰ আচৰণ পৰিচালিত কৰোঁ, কিন্তু আমি ব্যৱহাৰ কৰা নিয়মসমূহে সঠিকতাৰ বিনিময়তহে সৰলতা লাভ কৰিছে। মই যদি চুইচ্‌টোত টিপা মাৰি দিওঁ, বৈদ্যুতিক বাল্ব্‌টো জ্বলি উঠিব—যদিহে তাৰ ফিলামেন্টডাল নষ্ট হোৱা নাই ; মই যদি এডাল জুইশলাৰে জুইবাহত আঘাত কৰোঁ, ই জ্বলি উঠিব—যদিহে তাৰ মূৰটো উফৰি যোৱা নাই ; যদি মই টেলিফোনত এটা নম্বৰত কথা হ'ব বিচাৰোঁ, সেই নম্বৰটো মই পাম—যদিহে মই ভুল নম্বৰ এটা নাপাওঁ। এনে ধৰণৰ নিয়ম বিজ্ঞানৰ কামত নাহে কাৰণ, বিজ্ঞানে অপৰিৱৰ্তনীয় কিবাহে বিচাৰে। ইয়াৰ আদৰ্শ নিশ্চিত কৰিছিল নিউটনীয় জ্যোতিৰ্বিদ্যাই, য'ত মহাকৰ্ষণৰ সূত্ৰৰ জৰিয়তে অনিৰ্দিষ্টভাৱে বিশাল সমস্ত যুগতে গ্ৰহসমূহৰ অতীত আৰু ভৱিষ্যৎ অৱস্থান গণনা কৰিব পাৰি। গ্ৰহসমূহৰ কক্ষপথ সম্পৰ্কীয় নিয়মৰ সন্ধান কৰাৰ তুলনাত অন্যক্ষেত্ৰৰ পৰিঘটনাসমূহ নিয়ন্ত্ৰণ কৰা নিয়মসমূহৰ সন্ধান কৰাটো বেছি দুৰূহ কাৰণ, অন্যক্ষেত্ৰবোৰত থাকে নানা তৰহৰ কাৰণৰ তীব্ৰতৰ জটিলতা আৰু পৰ্যাবৃত্তীয় পনঃসংঘটনৰ কমমাত্ৰাৰ নিয়মমাফিকতা তথাপি, ৰসায়নবিদ্যা, বিদ্যুৎ চুম্বকত্ব, জীৱবিদ্যা আৰু আনকি অৰ্থনীতিতো কাৰ্য-কাৰণ সম্পৰ্কীয় নিয়ম আৱিষ্কৃত হৈছে। এনে নিয়মৰ আৱিষ্কাৰেই হৈছে বিজ্ঞানৰ মূল কথা আৰু সেয়ে এই কথাত সন্দেহ নাই যে এনে নিয়মবোৰ বিচাৰি বিজ্ঞানৰ মানুহে শুদ্ধকামেই কৰে। কোনো ক্ষেত্ৰত যদি কাৰ্য-কাৰণ সম্পৰ্কীয় নিয়ম নাথাকেই, তেন্তে সেই ক্ষেত্ৰ বিজ্ঞানে ঢুকি পাব পৰা বিধৰ নহয়। কিন্তু, বিজ্ঞানীসকলে কাৰ্য-কাৰণ সম্পৰ্কীয় নিয়ম বিচৰা উচিত—এই আপ্তবাক্যটো কাঠফুলা সংগ্ৰাহকে কাঠফুলা বিচৰা উচিত—এই আপ্তবাক্যটোৰ সমানে স্পষ্ট। কাৰ্য-কাৰণৰ নিয়মসমূহৰ সৈতে অতীতৰ দ্বাৰা ভৱিষ্যতৰ সম্পূৰ্ণ নিৰ্ধাৰণ অকণাই জড়িত নহয়।

শ্বেতাংগৰ পুত্ৰও যে শ্বেতাংগ—ই এক কাৰ্য-কাৰণৰ নিয়ম। কিন্তু, ইয়েই যদি বংশগতিৰ একমাত্ৰ জ্ঞাত নিয়ম হ'লহেঁতেন, তেন্তে শ্বেতাংগ পিতৃ-মাতৃৰ পুত্ৰসকলৰ বিষয়ে আমি বেছি একো ভৱিষ্যদ্বাণী কৰিব নোৱাৰিলেহেঁতেন। এক সাধাৰণ মতবাদ হিছাপে নিৰ্ধাৰণবাদে কয় যে যদিহে আমি অতীতৰ বিষয়ে আৰু কাৰ্য-কাৰণ সম্পৰ্কসমূহৰ বিষয়ে পৰ্যাপ্ত কথাখিনি জানো, তেন্তে অতীতৰ দ্বাৰা ভৱিষ্যতৰ সম্পূৰ্ণ নিৰ্ধাৰণ তাত্ত্বিকভাৱে সদায়ে সম্ভৱ। এই নীতি অনুসাৰে, অনুসন্ধানকাৰীয়ে কোনো পৰিঘটনা পৰ্যবেক্ষণ কৰি সেই পৰিঘটনা অৱশ্যম্ভাৱী কৰি তোলা আগতীয়া পৰিস্থিতিসমূহ আৰু কাৰ্য-কাৰণ সম্পৰ্কসমূহ বিচাৰি পাবলৈ সমৰ্থ হ'ব লাগে আৰু কাৰ্য-কাৰণ সম্পৰ্কসমূহ আৱিষ্কাৰ কৰি উঠি যেতিয়া তেওঁ একে ধৰণৰ পৰিস্থিতিবোৰ পৰ্যবেক্ষণ কৰে, তেতিয়া তেওঁ যুক্তিপূৰ্ণভাৱে সিদ্ধান্তত উপনীত হ'ব পাৰিব লাগে যে এটা একে ধৰণৰ পৰিঘটনাই ঘটিব।

এই মতবাদটো সঠিকভাৱে বিবৃত কৰাটো অসম্ভৱ নহ'লেও কঠিন অন্ততঃ হয়। তেনে কৰিবলৈ চেষ্টা কৰিলে আমি নিজকে এনেকৈ কোৱা দেখিবলৈ পাওঁ যে অমুকটো বা তমুকটো কথা "তাত্ত্বিকভাৱে" সম্ভৱ ; কিন্তু এই "তাত্ত্বিক ভাৱে"টোৱে কি বুজায়, সেই কথা কোনেও নাজানে। এইবুলি কৈ একো কামত নাহে যে ভৱিষ্যত নিৰ্ধাৰণ কৰা কেতবোৰ নিয়ম "আছে", যদিহে লগতে আমি নকওঁ যে সেই নিয়মবোৰ বিচাৰি উলিয়াবৰ বাবে আমি আশা কৰিব পাৰোঁ। ভৱিষ্যতে যি হ'ব লাগে স্পষ্টভাৱে সেইটোৱে হ'ব আৰু সেই অৰ্থত সি ইতিমধ্যেই নিৰ্ধাৰিত ; ৰক্ষণশীলে বিশ্বাস কৰা সৰ্বজ্ঞ ঈশ্বৰে সমগ্ৰ ভৱিষ্যৎ সময়ৰ কথা বৰ্তমানতে জানিব লাগিব ; সেয়েহে যদি এক সৰ্বজ্ঞ ঈশ্বৰৰ অস্তিত্ব আছে, তেনেহ'লে এক বিদ্যমান সত্তা, অৰ্থাৎ তেখেতৰ পূৰ্বজ্ঞান বোলা বস্তু এটা আছে, যি পূৰ্বজ্ঞানৰ পৰা ভৱিষ্যতৰ বিষয়ে সিদ্ধান্ত কৰিব পাৰি। অৱশ্যে এয়া বৈজ্ঞানিকভাৱে পৰীক্ষা কৰিব পৰা বিষয়ৰ বাহিৰত। যদিহে নিৰ্ধাৰণবাদে এনে কিবা কথা প্ৰকাশ কৰিব লাগে, যাক সাক্ষ্য-প্ৰমাণৰ দ্বাৰা সম্ভাৱ্য বা অসম্ভাব্য বুলি দেখুৱাব পাৰি, তেনেহ'লে সেই কথা মানৱ ক্ষমতাৰ প্ৰসংগতহে প্ৰকাশ কৰিব লাগিব। অন্যথাই "পেৰেডাইজ্‌লষ্ট"ৰ পিশাচবোৰৰ দুৰ্ভাগ্যৰ অংশীদাৰ হোৱাৰ বিপদ আমি মূৰ পাতি ল'ব লাগিব, যিবোৰ পিশাচে

"যুক্তিৰ জটি-জাল তৰি কৰিছিল ব্যাপক বিচাৰ
পূৰ্বজ্ঞান, ভৱিতব্য, নিয়তি আৰু ইচ্ছা ঈশ্বৰৰ,
পৰম পূৰ্বজ্ঞান, স্থিৰ ভাগ্য আৰু স্বাধীন ইচ্ছাৰ,
নাপালে মুঠেই ওৰ হেৰুৱালে দিশৰ সন্ধান।"

[ reason'd high Of Providence, Foreknowledge, will and Fate

/ Fixt Fate, free will, foreknowledge absolute / And found no end, in wandering mazes lost. ]

যদি আমি পৰীক্ষা কৰি চাব পৰা মতবাদ এটা পাব লাগে, তেনেহ'লে কাৰ্য-কাৰণ সম্পৰ্কৰ নিয়মসমূহে প্ৰকৃতিৰ সমগ্ৰ কথাকে নিৰ্ধাৰিত কৰিব লাগিব বুলি কোৱাটোৱে পৰ্যাপ্ত নহয়। ই সত্য হৈয়ো আৱিষ্কৃত হ'ব পৰা বিধৰ নহ'ব পাৰিলেহেঁতেন যদিহে, উদাহৰণস্বৰূপে, বেছি কাষৰৰ বস্তুৰ তুলনাত বেছি নিলগৰ বস্তুৰ প্ৰভাব বেছি হ'লহেঁতেন, কিয়নো তেনে ক্ষেত্ৰত পৃথিৱীত কি ঘটিব ওলাইছিল, সেই কথা জনাৰ আগতে আমাক অতি নিলগৰ তৰাবোৰৰ বিষয়ে পুংখানুপুংখ জ্ঞানৰ দৰকাৰ হ'লহেঁতেন। আমাৰ এই মতবাদটো আমি পৰীক্ষা কৰি চাবলৈ সমৰ্থ হ'ব লাগিলে বিশ্বব্ৰহ্মাণ্ডৰ এক সীমিত অংশৰ প্ৰসংগত আমি ইয়াক বিবৃত কৰিব পাৰিব লাগিব আৰু ইয়াৰ নিয়মসমূহো আমাৰ বাবে হ'ব লাগিব যথেষ্ট সৰল, যাতে সিহঁতৰ সহায়ত আমি গণনা কৰিবলৈ সমৰ্থ হওঁ। আমি গোটেই বিশ্বব্ৰহ্মাণ্ডখনাকে জানিব নোৱাৰোঁ আৰু আমি তেনে নিয়মবোৰ পৰীক্ষা কৰি চাবও নোৱাৰোঁ যিবোৰ অত্যন্ত জটিল— এনেভাৱে জটিল যে সিহঁতৰ ফলাফলসমূহ কামত লগাবৰ বাবে আমাৰ যিমান দক্ষতা থকা বুলি ভাবিব পাৰোঁ, তাতকৈ বেছি দক্ষতাৰ প্ৰয়োজন। ইয়াৰ লগত জড়িত হ'ব লগা গণন ক্ষমতা, সম্প্ৰতি যিখিনি সম্ভৱ, সেই মাত্ৰা চেৰাই যাব পাৰে, কিন্তু দীৰ্ঘকালৰ আগতেই উক্ত ক্ষমতা আহৰণ কৰা সম্ভৱ হ'বও পাৰে। এই কথাটো বেছ স্পষ্ট ; কিন্তু আমাৰ তথ্যসমূহ যেতিয়া বিশ্বব্ৰহ্মাণ্ডৰ এক সীমিত অংশতে আবদ্ধ থাকে, তেনে ক্ষেত্ৰত প্ৰযুক্ত হ'ব পৰাকৈ আমাৰ নীতিটো বিবৃত কৰা বেছি টান। বাহিৰৰ পৰা সদায়ে কিব-কিবি সোমাই আহি সংঘৰ্ষ কৰিব পাৰে আৰু এনেদৰে অপ্ৰত্যাশিত ফল দেখুৱাব পাৰে। কোনো কোনো সময়ত আকাশত একোটা নতুন নক্ষত্ৰই দেখা দিয়ে, কিন্তু সৌৰজগতৰ মাজতে আবদ্ধ তথ্যৰ পৰা এনে আবিৰ্ভাৱসমূহৰ বিষয়ে ভৱিষ্যদ্বাণী কৰিব নোৱাৰি। আকৌ, যিহেতু পোহৰতকৈ বেছি বেগেৰে যাব পৰা একোৱেই নাই, গতিকে এটা নতুন নক্ষত্ৰই দেখা দিব ধৰিছে বুলি আমি আগতীয়া খবৰ পাব পৰাকৈ কোনো উপায় নাই।

নিম্নোক্ত ধৰণে আমি এই সমস্যাটোৰ পৰা হাত সাৰিবলৈ চেষ্টা কৰিব পাৰোঁ :

আমি ধৰি লওহক যে ১৯৩৬ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে আমি কেন্দ্ৰস্থলত থকা এটি পৰিমণ্ডলৰ ভিতৰত কি কি ঘটিব লাগিছে, সেই আটাইখিনি কথাই আমি জানো। স্পষ্টতাৰ খাতিৰত আমি ধৰি ল'ম যে এই পৰিমণ্ডলটো ইমান ডাঙৰ যে ইয়াৰ পৰিধিৰ পৰা কেন্দ্ৰলৈ আহোঁতে পোহৰক মাথোঁ এবছৰ সময়ৰ দৰকাৰ। তেনেহ'লে, যিহেতু পোহৰতকৈ বেছি বেগত একোৱেই গতি নকৰে, সেয়ে যদি

নিৰ্ধাৰণবাদ সত্য হয়, ১৯৩৬ বৰ্ষৰ ভিতৰত পৰিমণ্ডলটোৰ কেন্দ্ৰত ঘটা প্ৰত্যেকটো ঘটনা মাত্ৰ বছৰটোৰ আৰম্ভণিতে পৰিমণ্ডলটোৰ ভিতৰত থকা বস্তুবোৰৰ ওপৰতহে নিৰ্ভৰশীল, কিয়নো তাৰ বাহিৰৰ বস্তুৱে কেন্দ্ৰত প্ৰভাৱ পেলাবলৈ হ'লে এবছৰতকৈ বেছি সময় লাগিব বছৰটোৰ গুৰ নপৰালৈকে আমাৰ কল্পিত তথ্যসমূহ পাবলৈ আমি সমৰ্থ নহ'ম, কাৰণ পৰিধিৰ পৰা আহি আমাক ঢুকি পাবৰ বাবে পোহৰক সেইখিনি সময়ৰ দৰকাৰ হ'ব। কিন্তু, বছৰটো শেষ হোৱাৰ পিছত পশ্চাৎদৰ্শীভাৱে আমি এক অনুসন্ধান চলাব পাৰোঁ। অৰ্থাৎ, সম্প্ৰতি আমি লাভ কৰা তথ্যসমূহ আৰু কাৰ্য-কাৰণ বিষয়ক নিয়মসমূহ একেলগ হৈ বছৰটোৰ ভিতৰত পৃথিৱীত ঘটি যোৱা প্ৰতিটো ঘটনাৰে ব্যাখ্যা আগবঢ়াব পাৰে নে নোৱাৰে, আমি বিচাৰ কৰি চাব পাৰোঁ।

সেয়ে এতিয়া আমি নিৰ্ধাৰণবাদৰ প্ৰকল্পটো আগবঢ়াব পাৰোঁ। অৱশ্যে, প্ৰকল্প সম্পৰ্কীয় এই বিবৃতিটো বেছ জটিল হৈছে বুলি মোৰ ভয়। প্ৰকল্পটো এনে ধৰণৰ :

আৱিষ্কাৰ কৰিব পৰাকৈ কাৰ্য-কাৰণ সম্পৰ্কীয় এনে কেতবোৰ নিয়ম আছে যে গণনাৰ পৰ্যাপ্ত ক্ষমতা (কিন্তু অতিমানৱীয় নহয়) থাকিলে, কোনো নিৰ্দিষ্ট পৰিমণ্ডলৰ ভিতৰত কোনো নিৰ্দিষ্ট সময়ত ঘটা আটাইবোৰ কথা জনা মানুহ এজনে পৰিমণ্ডলটোৰ পৰিধিৰ পৰা কেন্দ্ৰলৈ আহিবলৈ পোহৰক প্ৰয়োজন হোৱা সময়খিনিৰ ভিতৰত পৰিমণ্ডলটোৰ কেন্দ্ৰত কি কি ঘটিব, সেই আটাইখিনিৰে ভৱিষ্যদ্বাণী কৰিব পাৰে।

এই কথা পৰিষ্কাৰকৈ বুজা হোৱাটো মই বিচাৰোঁ যে এই নীতিটো মই সত্য বুলি কোৱা নাই ; মই মাথোঁ এই কথাহে কৈছোঁ যে "নিৰ্ধাৰণবাদ"ৰ সপক্ষে-বিপক্ষে কিবা সাক্ষ্য-প্ৰমাণ থাকিব লাগিলে এই মতবাদৰ অৰ্থ এনেকুৱাই হ'ব লাগিব। নীতিটো সত্য হয় নে নহয় মই নাজানো আৰু আন কোনোৱায়ো নাজানে। ইয়াক এক আদৰ্শ হিচাপে গণ্য কৰিব পাৰি যাক বিজ্ঞানে নিজৰ আগত দাঙি ধৰিছে ; কিন্তু, কিবা কাৰণ-জ্ঞান-যুক্তি (a priori)-ৰ আধাৰত প্ৰতিষ্ঠিত নহ'লে ইয়াক নিশ্চিতভাৱে সত্য বা নিশ্চিতভাৱে অসত্য বুলি গণ্য কৰিব নোৱাৰি। সম্ভৱ, আমি যেতিয়া নিৰ্ধাৰণবাদৰ সপক্ষে-বিপক্ষে থকা যুক্তিবোৰ পৰীক্ষা কৰিব খোজোঁ, তেতিয়া আমি দেখিম যে আমি উপনীত হোৱা নীতিৰ তুলনাত মানুহৰ মনত আগতে ইয়াৰ বিষয়ে থকা কথাখিনিৰ স্পষ্টতা কমহে।

ইতিহাসত পোন প্ৰথমবাৰৰ বাবে এতিয়া বিজ্ঞানৰ মানুহে বৈজ্ঞানিক ভিত্তিতে নিৰ্ধাৰণবাদক প্ৰত্যাহ্বান জনাইছে। কোৱাণ্টাম গতিবিদ্যাৰ নতুন নতুন পদ্ধতিৰে কৰা পৰমাণু বিষয়ক অধ্যয়নৰ পৰাই এই প্ৰত্যাহ্বান আহিছে। এই আক্ৰমণৰ মূল নেতা হৈছে ছাৰ আৰ্থাৰ এডিংটন। তেওঁৰ এইবিষয়ক মতামতৰ সৈতে কোনো কোনো

শ্ৰেষ্ঠ পদাৰ্থবিদ (যেনে আইনষ্টাইন) যদিও সন্মত হোৱা নাই, তথাপি তেওঁৰ যুক্তি শক্তিশালী আৰু আমিও কাৰিকৰী খুঁটি-নাটি অবিহনে যিমানদূৰ সম্ভৱ সিমানদূৰলৈ সেই যুক্তি চালি-জাৰি চাব লাগিব।

কোৱাণ্টাম গতিবিদ্যাৰ মতে, নিৰ্দিষ্ট পৰিস্থিতি বিশেষত এটা পৰমাণুৱে কি আচৰণ কৰিব, সেই কথা জানিব নোৱাৰি ; পৰমাণুটোৰ বাবে মুকলি থাকে বিভিন্ন বিকল্পৰ এক নিশ্চিত সংহতি আৰু ই এই বিকল্পবোৰৰ কেতিয়াবা এটা, কেতিয়াবা অন্য এটা নিৰ্বাচন কৰে। পৰিস্থিতিসমূহৰ কিমান অংশত প্ৰথম বিকল্পটো নিৰ্বাচন কৰা হ'ব, কিমান অংশত দ্বিতীয়টো, কিমান অংশত তৃতীয়টো, সেই কথা আমি জানো। কিন্তু, এক পৃথক উদাহৰণৰ ক্ষেত্ৰত কি বিকল্প নিৰ্বাচিত হ'ব, তাক নিৰ্ধাৰণ কৰিব পৰা কোনো নিময় আমি নাজানো। প্যাডিংটন্ ষ্টেশ্যনৰ আৰক্ষণ কাৰ্যালয়ৰ কেৰাণীজন আৰু আমাৰ অৱস্থা একেই। সেই কেৰাণীজনেও ইচ্ছা কৰিলে ভ্ৰমণকাৰীসকলৰ কিমান অংশ সেই ষ্টেশ্যনৰ পৰা বামিং হামলৈ যাব কিমান অংশ এগ্‌জিটাৰলৈ যাব সেই কথা উলিয়াই ল'ব পাৰে। কিন্তু প্ৰতিজন ভ্ৰমণকাৰীৰ পৃথক পৃথক পছন্দৰ অন্তৰালত সোমাই থকা কাৰণবোৰৰ বিষয়ে কোৰাণীজনে একো নাজানে। অৱশ্যে, এই দুয়োটা ক্ষেত্ৰ সম্পূৰ্ণৰূপে মিল থকা নহয়। কাৰণ, আৰক্ষণ কাৰ্যালয়ৰ কেৰাণীজনৰ হাতত থাকে কিছু অবৃত্তিসুলভ সময়। এনে সময়ত তেওঁ মানুহৰ বিষয়ে এনে কিছু কথা জানিব পাৰে যিখিনি কথা তেওঁলোকে টিকট লৈ থকা সময়ত উল্লেখ নকৰে। তেনে সুবিধা পদাৰ্থবিদৰ নাই কাৰণ, তেওঁৰ অবৃত্তিসুলভ সময়খিনিত পৰমাণু পৰ্যবেক্ষণ কৰাৰ সুযোগ তেওঁ নাপায় ; গৱেষণাগাৰত নথকা সময়ত তেওঁ বহু নিযুত পৰমাণুৰে গঠিত প্ৰকাণ্ড থূপসমূহে কি কৰে, সেয়াহে মাত্ৰ পৰ্যবেক্ষণ কৰিব পাৰে। আকৌ, ৰেলগাড়ী এৰি দিয়াৰ ঠিক আগে আগে তভা-তৈয়াকৈ টিকট কটা মানুহবোৰৰ তুলনাত গৱেষণাগাৰৰ পৰমাণুবোৰ তথ্য যোগান ধৰিবলৈ বেছি ইচ্ছুক নহয় বুলিবই পাৰি। সেই দেখি কৰ্মৰত সময়ত বাদে আন সময়ত শুই থকা আৰক্ষণ কাৰ্যালয়ৰ এজন কেৰাণীৰ জ্ঞান যেনেকুৱা হ'ব, পদাৰ্থবিদৰ জ্ঞানো হ'ব তেনেকুৱাই।

এইখিনিলৈকে এনে এটা ভাব হ'ব পাৰে যে পৰমাণুৰ আচৰণৰ পৰা উলিয়াই লোৱা নিৰ্ধাৰণবাদ বিৰোধী যুক্তি আমাৰ বৰ্তমানৰ অজ্ঞতাৰ ওপৰতহে প্ৰতিষ্ঠিত আৰু এক নতুন নিয়মৰ আবিষ্কাৰৰ জৰিয়তে কাইলৈকেই এই যুক্তি বৰ্জিত হ'ব পাৰে। এটা স্তৰলৈকে এই কথা সত্য। পৰমাণু সম্পৰ্কে আমাৰ পুংখানুপুংখ জ্ঞান বৰ শেহতীয়া আৰু এই জ্ঞান আৰু বৃদ্ধি হ'ব বুলি ধৰি ল'বৰ বাবে সকলো ৰকমৰ কাৰণেই আছে। কি কাৰণে পৰমাণু এটাই এটা মুহূৰ্তত এটা বিকল্প সম্ভাৱনা আৰু

অন্য এটা মুহূৰ্তত অন্য এটা বিকল্প সম্ভাৱনা নিৰ্বাচন কৰে, তাক ব্যাখ্যা কৰিব পৰা নিয়ম আৱিষ্কৃত হ'ব পাৰে বুলি কোনেও অস্বীকাৰ কৰিব নোৱাৰে। সম্প্ৰতি আমি দুটা পৃথক নিৰ্বাচনৰ পূৰ্বাৱস্থাৰ মাজত কিবা প্ৰাসংগিক পাৰ্থক্য আছে বুলি নাজানো, কিন্তু যি কোনো এদিনাখন এনে কিবা পাৰ্থক্য ওলাই পৰিব পাৰে। নিৰ্ধাৰণবাদত বিশ্বাস ৰখাৰ বাবে আমাৰ কিবা শক্তিশালী কাৰণ থকা হ'লে এই যুক্তিটো বেছ বলবান হৈ উঠিলেহেঁতেন।

নিৰ্ধাৰণবাদীসকলৰ বাবে দুৰ্ভাগ্যৰ কথা এই যে পাৰমাণৱিক খেয়াল সম্পৰ্কীয় আধুনিক মতবাদত আৰু এটা পদক্ষেপ আছে। সাধাৰণ পদাৰ্থবিদ্যাৰ এনে এসোপামান সাক্ষ্য-প্ৰমাণ আমাৰ আছিল (বা থকা বুলি আমি ভাবিছিলোঁ) যিবোৰে প্ৰমাণ কৰিব খোজে যে নিকায়সমূহৰ ক্ৰিয়া সম্পূৰ্ণৰূপে নিৰ্ধাৰণ কৰা নিয়মসমূহৰ সৈতে সংগতি ৰাখিহে সিহঁতে সদায় গতি কৰে। এতিয়া দেখা গৈছে যে এই আটাইবোৰ নিয়ম মাত্ৰ পাৰিসাংখ্যিকহে হ'ব পাৰে। পৰমাণুবোৰে বিকল্প সম্ভাৱনাবোৰৰ মাজৰ পৰা কেতবোৰ নিৰ্দিষ্ট অনুপাততহে নিৰ্বাচন কৰে। কিন্তু, সিহঁতৰ সংখ্যাটো ইমান বেছি যে আও-পুৰণি পদ্ধতিৰে পৰ্যবেক্ষণ কৰিব নোৱৰা ধৰণৰ বিশাল নিকায়সমূহৰ ক্ষেত্ৰত, ফলাফলটো সম্পূৰ্ণ নিয়মিত যেন দেখি। ধৰি লওক আপুনি এনে এক দৈত্য যিয়ে গাইগুটীয়া মানুহক দেখা নাপায় আৰু এক নিযুততকৈ কম সংখ্যক মানুহৰ থুপ এটা সম্পৰ্কে জ্ঞাত হ'ব নোৱাৰে। আপুনি মাত্ৰ এই কথাহে লক্ষ্য কৰিবলৈ সমৰ্থ হ'ব যে ৰাতিৰ তুলনাত দিনৰ বেলিকা লণ্ডনত বেছি পদাৰ্থ থাকে; আপোনাৰ হয়তো এই কথা অৱগত নহ'ব যে নিৰ্দিষ্ট এদিনাখন মিষ্টাৰ ডিক্সন নৰিয়াপাটীত পৰি আছিল আৰু সেয়ে সচৰাচৰ যিখন ৰেলগাড়ীত তেওঁ যায়, সিদিনা সেইখন তেওঁ ধৰিব পৰা নাছিল। আপোনাৰ সেয়ে বিশ্বাস হ'ব যে ৰাতিপুৱা লণ্ডনলৈ পদাৰ্থ সঞ্চালিত হৈ গধূলি তাৰ পৰা ওলাই যোৱাটো বাস্তৱ কথাটোৰ তুলনাত বহু বেছি নিয়মিত। সন্দেহ নাই আপুনি সূৰ্যত নিহিত কিবা বিশেষ শক্তিকে ইয়াৰ কাৰণ বুলি ভাবিব। কুঁৱলিয়ে ঘেৰা বতৰত পদাৰ্থ সঞ্চালনৰ মন্থৰ গতিৰ পৰ্যবেক্ষণে আপোনাৰ প্ৰকল্পটো নিশ্চিত কৰি তুলিব। পিছলৈ যদি আপুনি গাইগুটীয়া মানুহ লক্ষ্য কৰিব পৰা হয়, আপুনি বুজি পাব যে ঘটনাটো আপুনি আগতে ভবাতকৈ কম নিয়মিত। এদিনাখন মিষ্টাৰ ডিক্সন অসুস্থ হয় আৰু আন এদিনাখন হয় মিষ্টাৰ ছিম্পছন; পাৰিসাংখ্যিক গড়ত একো প্ৰভাৱ নপৰে আৰু বিস্তৃত পৰ্যবেক্ষণত একো পাৰ্থক্য পৰিলক্ষিত নহয়। আপুনি দেখিব যে মিষ্টাৰ ডিক্সন আৰু মিষ্টাৰ ছিম্পছনে ৰাতিপুৱা লণ্ডনলৈ যোৱাত মাজে-সময়ে যি ব্যৰ্থতা দেখুৱায়, তাৰ কাৰণ খেয়ালত বাদে অন্য কিবা বুলি ধৰি নোলোৱাকৈয়ে বৃহৎ সংখ্যাৰ পাৰিসাংখ্যিক নিয়মসমূহৰ দ্বাৰাই আপুনি পূৰ্বতে লক্ষ্য

কৰা নিয়মমাফিকতা ব্যাখ্যা কৰিব পাৰি। পৰমাণুৰ বিষয়ত পদাৰ্থবিদ্যা ঠিক এই পৰিস্থিতিতে আহি উপনীত হৈছে। ইবোৰৰ আচৰণ সম্পূৰ্ণকৈ নিৰ্ধাৰণ কৰিব পৰা কোনো নিয়ম ই নাজানে আৰু ই আৱিষ্কাৰ কৰা পাৰিসাংখ্যিক নিয়মসমূহ বিশাল নিকায়সমূহৰ গতিৰ পৰিলক্ষিত নিয়মিত আচৰণসমূহ বাখ্যা কৰাৰ বাবে পৰ্যাপ্ত। নিৰ্ধাৰণবাদৰৰ বিষয়টোৱে যিহেতু এইবোৰ কথাকে সাৰথি কৰিছে, এতেকে সম্প্ৰতি ই ভাগি পৰা যেন লাগিছে।

এই যুক্তিৰ উত্তৰ নিৰ্ধাৰণবাদীয়ে দুই ধৰণে দিবলৈ চেষ্টা কৰিব পাৰে। তেওঁ এইবুলি যুক্তি দৰ্শাব পাৰে যে অতীতত যিবোৰ সংঘটন প্ৰথমে নিয়মৰ অধীন নহয় বুলি ধাৰণা কৰা হৈছিল, পিছলৈ সিবোৰক কিবা নিয়ম অনুসৰণ কৰা বুলি দেখুওৱা হৈছে, আৰু যি ক্ষেত্ৰত এই কাম হৈ উঠা নাই, সেই ক্ষেত্ৰতো বিষয়-বস্তুৰ প্ৰচণ্ড জটিলতাই এক পৰ্যাপ্ত কৈফিয়ৎ দাঙি ধৰিব পাৰে। বহু দাৰ্শনিকে ভাবি অহা ধৰণে নিয়মৰ ৰাজত্বত বিশ্বাস কৰাৰ বাবে যদিহে কেতবোৰ কাৰণ জ্ঞান-যুক্তি আছে, তেন্তে ই হ'ব এটা ভাল যুক্তি; কিন্তু যদি তেনে কোনো যুক্তি নাই, তেন্তে নিৰ্ধাৰণবাদীৰ যুক্তি বৰ শক্তিশালী প্ৰত্যুত্তৰৰ সন্মুখীন হ'ব লাগিব। গাইগুটীয়া পৰমাণুসমূহৰ নিয়মিত আচৰণ আছে বুলি ধৰি লোৱাৰ আৱশ্যকতা অবিহনে সম্ভাৱিতাৰ নিয়মসমূহৰ পৰা বিস্তৃত সংঘটনসমূহৰ নিয়মিত আচৰণৰ উৎপত্তি হয়। গাইগুটীয়া পৰমাণুসমূহৰ বিষয়ে কোৱাণ্টাম তত্ত্বই ধাৰণা কৰা কথাটো হৈছে সম্ভাৱিতাৰ এক নিয়ম ঃ পৰমাণুৰ বাবে খোলা থকা সম্ভৱপৰ পছন্দসমূহৰ এটা জ্ঞাত সম্ভাৱিতা থাকে এটা পৰমাণুৰ, দ্বিতীয় এটা পৰমাণুৰ থাকে আন এটা সম্ভাৱিতা ইত্যাদি ইত্যাদি। সম্ভাৱিতাৰ এই নিয়মৰ পৰা ধাৰণা কৰিব পাৰি যে বিশাল নিকায়সমূহে পুৰণি গতিবিদ্যাই আশা কৰা ধৰণে আচৰণ কৰাটো প্ৰায় নিশ্চিত। কাজেই, বিশাল নিকায়সমূহৰ পৰিলক্ষিত নিয়মিত আচৰণ কেৱল সম্ভাব্য আৰু আসন্ন মাত্ৰাযুক্তহে আৰু গাইগুটীয়া পৰমাণুসমূহৰ বিশুদ্ধ নিয়মমাফিক আচৰণ আশা কৰিব পৰাকৈ ই কোনো আগমনাত্মক যুক্তি আগ নবঢ়ায়।

নিৰ্ধাৰণবাদীয়ে চেষ্টা কৰিব পৰা দ্বিতীয়টো উত্তৰ বেছি কঠিন, কিন্তু তথাপি ইয়াৰ যুক্তিযুক্ততা নিৰূপণ কৰাটো সহজসাধ্য নহয়। তেওঁ ক'ব পাৰে ঃ স্পষ্টভাৱে সদৃশ পৰিস্থিতিসমূহত বৃহৎ সংখ্যক সদৃশ পৰমাণুৰ পছন্দসমূহ আপুনি যদি লক্ষ্য কৰে তেনেহ'লে আপুনি স্বীকাৰ কৰিব যে সিহঁতে বাৰম্বাৰ ঘটোৱা বিভিন্ন সম্ভাব্য সংক্ৰমনৰ মাজত নিয়মমাফিকতা আছে। এই কথাটো ল'ৰা সন্তান আৰু ছোৱালী সন্তান জন্ম পোৱা কথাটোৰ অনুৰূপ ঃ জন্মৰ এটি বিশেষ ঘটনাত ল'ৰাই উপজিব নে ছোৱালীয়েই উপজিব তাক আমি নাজানো, কিন্তু আমি জানো যে গ্ৰেট ব্ৰিটেইনত

প্ৰতি ২০ গৰাকী ছোৱালীৰ বিপৰীতে প্ৰায় ২১ জন ল'ৰাৰ জন্ম হয়। এইদৰে গোটেই জনসংখ্যাৰ মাজতে লিংগ অনুপাতৰ এক নিয়মমাফিকতা আছে, যদিও যি কোনো এটা পৰিয়ালত সেই অনুপাতটো থাকিবই লাগিব বুলি'কথা নুঠে। কিন্তু ল'ৰা সন্তান আৰু ছোৱালী সন্তানৰ জন্মৰ বিষয়টো সম্পৰ্কে প্ৰত্যেকেই বিশ্বাস কৰে যে প্ৰতিটো পৃথক ঘটনাতে লিংগ নিৰ্ণয় কৰা কেতবোৰ কাৰণ আছে ; আমি ভাবোঁ যে ২০/২১ অনুপাতটো প্ৰদান কৰা পাৰিসাংখ্যিক নিয়মটো পৃথক পৃথক ঘটনাবোৰৰ ক্ষেত্ৰত প্ৰযুক্ত নিয়মসমূহৰ ফল হ'বই লাগিব। একে ধৰণে যুক্তি দৰ্শাব পাৰি যে যদিহে বৃহৎ সংখ্যক পৰমাণু জড়িত থকা ক্ষেত্ৰত পাৰিসাংখিক নিয়মমাফিকতা আছে, তেন্তে সেয়া অৱশ্যম্ভাৱী এই কাৰণেই যে প্ৰতিটো পৃথক পৰমাণুৰ আচৰণ নিৰ্ধাৰণ কৰা কেতবোৰ নিয়ম আছে। নিৰ্ধাৰণবাদীয়ে যুক্তি দশা'ব এইবুলি যে যদিহে এই ধৰণৰ নিয়মসমূহ নাই, তেনেহ'লে কোনো পাৰিসাংখ্যিক নিয়মো নাথাকিব।

এই যুক্তিটোৱে তোলা প্ৰশ্নটোৰ সৈতে পৰমাণুসমূহৰ কোনো বিশেষ সম্পৰ্ক নাই ; আৰু ইয়াক বিবেচনা কৰি আমি আমাৰ মনৰ পৰা কোৱাণ্টাম গতিবিদ্যাৰ আটাইবোৰ জটিল কথাকে বিসৰ্জন দিব পাৰোঁ। তাৰ পৰিবৰ্তে আমি মুদ্ৰা টচ্ কৰা পৰিচিত ক্ৰিয়াটোকে লওহক। আমি দৃঢ়তাৰে বিশ্বাস কৰোঁ যে মুদ্ৰাটোৰ ঘূৰ্ণন গতিবিদ্যাৰ নিয়মসমূহৰ দ্বাৰা নিয়ন্ত্ৰিত। লগতে আমি বিশ্বাস কৰোঁ যে মুদ্ৰাটো চিৎ হৈ পৰিবনে—পৎ হৈ পৰিব, সেই কথা কচ়া অৰ্থত আমি যাক "দৈব-সংযোগ" বোলোঁ, তাৰ দ্বাৰা নিয়ন্ত্ৰিত নহয়। কিন্তু এই গণনা আমাৰ বাবে ইমান জটিল যে কোনো এক নিৰ্দিষ্ট ঘটনাত কি ঘটিব, তাক আমি জানিব নোৱাৰোঁ। কোৱা হয় (যই অৱশ্যে কোনো উপযুক্ত পৰীক্ষালব্ধ সাক্ষ্য-প্ৰমাণ দেখা নাই) যে আপুনি যদি এটা মুদ্ৰা বহু বেছি বাৰ টচ্ কৰে তেন্তে সি চিৎ হৈ যিমানবাৰ পৰিব, পৎ হৈও প্ৰায় সিমানবাৰেই পৰিব। আকৌ কোৱা হয় যে এয়া নিশ্চিত নহয়, মাত্ৰ অতিশয় সম্ভাব্যহে। আপুনি এটা মুদ্ৰা একেৰাহে দহবাৰ টচ্ কৰিব পাৰে আৰু প্ৰতিবাৰে ই চিৎ হৈ পৰিব পাৰে। এনেকুৱা দহবাৰ টচ কৰা ঘটনা ১০২৪ বাৰ পুনৰাবৃত্তি কৰোঁতেও যদি মাত্ৰ দহোবাৰেই এবাৰহে চিৎ হৈ পৰা ঘটনা ঘটে, তথাপি তাত আচৰিত হ'বলগীয়া একো নাথাকিব। কিন্তু আপোনাৰ পুনৰাবৃত্তিৰ সংখ্যা যদি বিশালতৰ হৈ আহে, তেন্তে দহোবাৰেই চিৎ হৈ পৰাৰ ঘটনাও ক্ৰমাৎ বেছি বিৰল হৈ আহিব। আপুনি যদি এটা মুদ্ৰা ১,০০০,০০০,০০০,০০০,০০০,০০০,০০০,০০০,০০০,০০০, বাৰ টচ্ কৰে আৰু একেৰাহে ১০০ বাৰ চিৎ হৈ পৰা ঘটনা এবাৰহে ঘটা দেখা পায়, তথাপি আপোনাক ভাগ্যবান বুলিব লাগিব। তত্ত্বটো অন্তত ঃ এনেকুৱাই, কিন্তু ইয়াক ব্যৱহাৰিকভাৱে পৰীক্ষা কৰিবলৈ জীৱনটো বৰ চুটি।

কোৱাণ্টাম গতিবিদ্যা উদ্ভাৱিত হোৱাৰ বহু আগতে পাৰিসাংখ্যিক নিয়মসমূহে পদাৰ্থবিদ্যাত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। উদাহৰণস্বৰূপে, এটি গেছত বিভিন্ন বেগত সকলো দিশতে বিশৃংখলভাৱে গতি কৰি থকা অসংখ্য অণু থাকে। অণুসমূহৰ গড়দ্ৰুতি বেছি হ'লে গেছটো গৰম আৰু কম হ'লে গেছটো ঠাণ্ডা হয়। আটাইবোৰ অণু যেতিয়া স্থিৰ হৈ থাকে, গেছটোৰ উষ্ণতা গৰম শূন্য (absolute zero)হৈ পৰে। অণুবোৰে ইটিয়ে সিটিৰ গাত অনবৰতে খুন্দা মাৰি থকাৰ বাবে গড় দ্ৰুতিতকৈ বেছি বেগত গতি কৰা অণুবোৰৰ দ্ৰুতি হ্ৰাস পায় আৰু কম বেগত গতি কৰাবোৰৰ দ্ৰুতি বৃদ্ধি হয়। সেই কাৰণে ভিন্ন উষ্ণতাযুক্ত দুটি গেছ সংস্পৰ্শিত কৰি ৰাখিলে দুয়োটাই একে উষ্ণতাপ্ৰাপ্ত নোহোৱালৈকে শীতলতৰ গেছটো উষ্ণতৰ হৈ আহে আৰু উষ্ণতৰ গেছটো শীতলতৰ হৈ আহে। কিন্তু এই আটাইবোৰ সম্ভাব্যহে মাথোন। এনেকুৱাও ঘটিব পাৰে যে আদিতে সম উষ্ণতাত থকা এটা কোঠাৰ আটাইবোৰ তীব্ৰবেগী কণা এটাফালে আৰু আটাইবোৰ ধীৰ গতিসম্পন্ন কণা আনটো ফাললৈ গুচি যাব পাৰে। তেনে ক্ষেত্ৰত কোনো বহিঃকাৰণ নোহোৱাকৈয়ে কোঠাটোৰ এটা ফাল হৈ পৰিব শীতল আৰু আনটো ফাল হৈ পৰিব উষ্ণ। আনকি এনেকুৱাও ঘটিব পাৰে যে কোঠাটোৰ আধাভাগ শূন্য কৰি বাকী আধা ভাগলৈ আটাইখিনি বায়ু গুচি আহিব পাৰে। মুদ্ৰা এটা একেৰাহে এশবাৰ চিং হৈ পৰা ঘটনাৰ তুলনাত এই ঘটনাটো বহুগুণে বেছি অসম্ভাব্য, কাৰণ অণুৰ সংখ্যাটো বৰ বৃহৎ ; কিন্তু যথাৰ্থতে ক'বলৈ গ'লে ই অসম্ভৱ নহয়।

পাৰিসাংখ্যিক নিয়মৰ সংঘটনেই কোৱাণ্টাম গতিবিদ্যাৰ নতুন কথা নহয় ; নতুন কথাটো হৈছে সিবোৰক পৃথক পৃথক সংঘটনসমূহ নিয়ন্ত্ৰিত কৰা নিয়মসমূহৰ পৰা উৎপন্ন বুলি ভবাৰ পৰিবৰ্তে সিহঁতকে চূড়ান্ত বুলি ইংগিত দিয়াটোহে। ই এটা বৰ অসুবিধাজনক ধাৰণা—মই ভাবোঁ যে ইয়াৰ সমৰ্থকসকলে উপলব্ধি কৰাতকৈও বেছি অসুবিধাজনক। পৰিলক্ষিত হৈছে যে এটা পৰমাণুৱে দেখুৱাব পৰা বিভিন্ন আচৰণৰ প্ৰতিটোকে ই তাৰ লগত জড়িত ঘটনাৰ এক নিৰ্দিষ্ট অনুপাতত্হে দেখুৱায়। কিন্তু যদিহে একোটা একক পৰমাণু বেনিয়মী, তেন্তে বৃহৎ সংখ্যক পৰমাণুৰ ক্ষেত্ৰত কিয় বাৰু এই নিয়মমাফিকতা দেখা যায়? কোনোবাই ভাবিব পাৰে যে এনে কিবা কথা নিশ্চয় থাকিব যিয়ে বিৰল সংক্ৰমণসমূহক কেতবোৰ অসাধাৰণ পৰিস্থিতিৰ সমষ্টিৰ ওপৰত নিৰ্ভৰশীল হ'বলগীয়া কৰে। আমি বেছ মিল থকা এটি উপমা ল'ব পাৰোঁ। একোটা ছুইমিং পুলত এনে কেতবোৰ চিৰি থাকে, যিয়ে এজন ডুবাৰুক তেওঁ পছন্দ কৰা উচ্চতাৰ পৰা ডুব দিব পৰা কৰে। চিৰিবোৰ যদি অতি উচ্চতালৈ উঠি যায়, তেন্তে তাৰ উচ্চতম চিৰিটো পছন্দ কৰিব মাত্ৰ অসাধাৰণ দক্ষতা থকা

ডুবাৰুৱেহে। আপুনি যদি এটা ঋতুক আন এটাৰ সৈতে তুলনা কৰে, তেনেহ'লে পৃথক পৃথক চিৰি পছন্দ কৰা ডুবাৰুসকলৰ অনুপাতত এক বুজন মাত্ৰাৰ নিয়মমাফিকতা থাকিব ; যদিহে তাত কোটি কোটি ডুবাৰু থাকে, তেন্তে নিয়মমাফিকতাৰ মাত্ৰা বাঢ়ি যাব বুলি আমি ধৰি ল'ব পাৰোঁ। কিন্তু যদি এই পৃথক পৃথক ডুবাৰুসকলৰ পৃথক পৃথক পছন্দৰ অন্তৰালত তেওঁলোকৰ কোনো উদ্দেশ্য নাই, তেন্তে কিয় এই নিয়মমাফিকতা থাকে সেই কথা বুজাটো কঠিন। এনে যেন লাগিব পাৰে যে সঠিক অনুপাত চলাই ৰখাৰ বাবে কিছুমান ডুবাৰুৱে ওখ চিৰিৰ পৰা ডুব দিয়াৰ বাবে পছন্দ কৰিবই লাগিব ; পিছে সেয়া আৰু বিশুদ্ধ খেয়াল হৈ থাকিব নোৱাৰে।

সম্ভাবিতাৰ তত্ত্বটো যৌক্তিক ভাৱেও আৰু গাণিতিকভাৱেও বৰ অসন্তোষজনক অৱস্থাত আছে। এনে কোনো ৰসায়ন আছে বুলিও মোৰ বিশ্বাস নহয় যাৰ জৰিয়তে এই তত্ত্বই প্ৰতিটো একক উদাহৰণৰ বিশুদ্ধ খেয়ালৰ পৰাই তেনে বৃহৎ সংখ্যক উদাহৰণৰ ক্ষেত্ৰত নিয়মমাফিকতা সৃষ্টি কৰিব পাৰে। চিৎ হৈয়ে পৰিব নে পৎ হৈয়ে পৰিব, সেই কথা যদি মুদ্ৰাটোৱে সঁচাকৈয়ে খেয়ালৰ দ্বাৰাই পছন্দ কৰিছিল, তেনেহ'লে চিৎ আৰু পৎ প্ৰায় সমান সংখ্যকভাৱে ই পছন্দ কৰিব বুলি কোৱাৰ কিবা যুক্তি আছে জানো? একেটা পছন্দকে প্ৰতিবাৰে খেয়ালেই সম্ভৱ কৰিব নোৱাৰে জানো? — এয়া এক ইংগিততকৈ বেছি একো নহয়, কাৰণ বিষয়টো ইমান অস্পষ্ট যে আঁকোৰগোঁজ বিবৃতি ইয়াত নেচেল। যদিহে ওপৰৰ কথাখিনিৰ কিবা যুক্তি-যুক্ততা আছে তেনেহ'লে আমি এই মত গ্ৰহণ কৰিব নোৱাৰিম যে জগতৰ চূড়ান্ত নিয়মমাফিকতাসমূহৰ সম্পৰ্ক বৃহৎ সংখ্যক উদাহৰণৰ সৈতে জড়িত আছে ; আমি লগতে এই কথা ধৰি ল'ব লাগিব যে গাইগুটীয়া আচৰণৰ আজিলৈকে অনাৱিষ্কৃত নিয়মসমূহৰ পৰাই পাৰমানৱিক আচৰণৰ পাৰিসাংখ্যিক নিয়মসমূহ উৎপন্ন হৈছে।

পৰমাণুৰ স্বাধীনতাক সত্য বুলি ধৰি তাৰ পৰা কেতবোৰ আবেগিভাৱে সুখকৰ সিদ্ধান্তত উপনীত হোৱাৰ অৰ্থে এডিংটনে এক পূৰ্বানুমান কৰিবলৈ বাধ্য হৈছিল, যিটো বৰ্তমান তেওঁ স্বীকাৰ কৰা মতে মাথোন এটা প্ৰকল্পতকৈ বেছি একো হ'ব পৰা নাই। তেওঁ মানুহৰ মুক্ত ইচ্ছাক সুৰক্ষা দিব খুজিছে। মুক্ত ইচ্ছাৰ কিবা গুৰুত্ব থাকিব লাগিলে বিস্তৃত দৈহিক গতিসমূহ সৃষ্টি কৰিব পৰা ক্ষমতা ইয়াৰ থাকিব লাগিব আৰু এই বিস্তৃত দৈহিক গতিসমূহ বিস্তৃত গতিবিদ্যাৰ নিয়মসমূহৰ পৰিশতিস্বৰূপ গতিসমূহতকৈ বেলেগ হ'ব লাগিব। আমি দেখিছোঁ যে পৰমাণুবিষয়ক নতুন নতুন তথ্যই বিস্তৃত গতিবিদ্যাৰ নিয়মসমূহ অপৰিৱৰ্তিত কৰি ৰাখিছে ; একমাত্ৰ পাৰ্থক্য এই যে নিশ্চয়তাৰ পৰিৱৰ্তে সিবোৰে এতিয়া সৰ্বাত্মক সম্ভাবিতাৰ কথা কৈছে। কেতবোৰ বিশেষ ধৰণৰ অস্থিৰতাই এই সম্ভাবিতাসমূহৰ বিপৰীতে ক্ৰিয়া কৰে বুলি

কল্পনা কৰাটো সম্ভৱ। উক্ত ধৰণৰ অস্থিৰতাৰ বাবে অতি ক্ষুদ্ৰ শক্তিয়েও অতি বৃহৎ ফল উৎপাদন কৰিব পাৰে। এডিংটনে কল্পনা কৰিছে যে জীৱিত পদাৰ্থত, বিশেষত ঃ মগজুত, এইধৰণৰ অস্থিৰতা থাকিব পাৰে। স্ব-ইচ্ছাৰ এক কাৰ্যই এটা পৰমাণুক এটাৰ সলনি আন এটা পছন্দ কৰোৱায়। ইয়ে কোনো অতি সূক্ষ্ম সন্তুলন বিনষ্ট কৰিব পাৰে আৰু এনেকৈয়ে বিস্তৃত ফল সৃষ্টি কৰিব পাৰে। এটা কথাৰ সলনি আন এটা কথা কৈ পেলোৱাটো এনে বিস্তৃত ফলৰ উদাহৰণ। বিমূৰ্তৰূপত ই যে সম্ভৱ, তাক অস্বীকাৰ কৰিব নোৱাৰি আৰু আমিও মাত্ৰ এই কথাটোকে মানি ল'ব পাৰোঁ। এয়া এক সম্ভাৱনাও (আৰু মই ভাবোঁ ই বহু বেছি সম্ভাব্য)যে পৰমাণুৰ স্বীকৃত স্বাধীনতা বিলুপ্ত কৰা নতুন নতুন নিয়ম আৱিষ্কৃৰ হ'ব পাৰে। আকৌ, আনকি পৰমাণুৰ স্বাধীনতাৰ কথাটো সত্য বুলি ধৰি ল'লেও দেখা যায় যে মানৱ দেহ ব্যতিৰেকে লক্ষণীয় আকাৰৰ অন্য নিকায়ৰ গতিৰ ক্ষেত্ৰত পৰম্পৰাগত গতিবিদ্যাক প্ৰযোজ্য কৰি তোলা গড় মান উলিওৱা প্ৰক্ৰিয়াৰ পৰা মানৱদেহৰ বিস্তৃত গতিসমূহে ৰেহাই পোৱাৰ কোনো ব্যৱহাৰিক পৰীক্ষালব্ধ সাক্ষ্য-প্ৰমাণ নাই। এতেকে মানুহৰ মুক্ত ইচ্ছাক পদাৰ্থবিদ্যাৰ লগত সমিল-মিল কৰাবলৈ এডিংটনে কৰা প্ৰচেষ্টা যদিও আকৰ্ষণীয় আৰু (সম্প্ৰতি) কঢ়াকৈ বৰ্জনীয় হৈ উঠা নাই, তথাপি কোৱাণ্টাম গতিবিদ্যাৰ উত্থানৰ আগতে গৃহীত হোৱা তত্ত্বসমূহৰ ৰূপান্তৰ সধা বুলি দাবী কৰিব পৰাকৈ পৰ্যাপ্ত সঙ্গততা তাৰ আছে যেন মোৰ নালাগে।

মুক্ত ইচ্ছাৰ প্ৰশ্নত মনস্তত্ত্ব আৰু দেহতত্ত্ব যিখিনি জড়িত আছে, সেইখিনিয়েই ইয়াক অসম্ভাব্য কৰি তোলাৰ দিশত আগবাঢ়িছে। অন্তঃক্ষৰণ বিষয়ক চিন্তা-চৰ্চা, মগজুৰ বিভিন্ন অংশৰ ক্ৰিয়া সম্পৰ্কে বৰ্দ্ধিত জ্ঞান, প্ৰশিক্ষিত ইন্দ্ৰিয়জ সঁহাৰি (conditioned reflex)-ৰ বিষয়ে পাভলভৰ অনুসন্ধান আৰু অৱদমিত স্মৃতি তথা আকাঙ্ক্ষাৰ প্ৰভাৱ সম্পৰ্কীয় মনোবিশ্লেষণমূলক অধ্যয়ন— এই আটাইবোৰেই মানসিক পৰিঘটনাসমূহ নিয়ন্ত্ৰিত কৰা কাৰ্য-কাৰণৰ নিয়মসমূহ আৱিষ্কাৰ কৰাত বৰঙণি যোগাইছে। ইয়াৰে কোনেছ সম্ভাব্য কৰি তুলিছে যে কাৰণবিহীন স্ব-ইচ্ছা যদি কেতিয়াবা ওপজেও, তেন্তে সেয়া বৰ বিৰল।

আৱেগিক গুৰুত্ব মুক্ত ইচ্ছাৰ ভিতৰুৱা বুলি ভৱাটো মই মূলতঃ চিন্তাৰ কেতবোৰ খেলি-মেলিৰ ওপৰত প্ৰতিষ্ঠিত যেন পাওঁ। মানুহে কল্পনা কৰে যে যদিহে ইচ্ছাৰ কাৰণ আছে, তেন্তে তেওঁলোকৰ অনাকাঙ্ক্ষিত কামো তেওঁলোকে কৰিবলৈ বাধ্য হ'ব পাৰে। ই হৈছে এক প্ৰমাদ ; আকাঙ্ক্ষাইতো কাৰ্যৰ কাৰণ, আনকি আকাঙ্ক্ষাৰো যদি কাৰণ থাকে তথাপি। যিটো কাম আমি কৰিবই নোখোজোঁ, সেইটো কাম আমি কৰিব নোৱাৰোঁ। কিন্তু, এই সীমাবদ্ধতাক লৈ আপত্তি কৰাটো

যুক্তি-যুক্ত যেন নালাগে। আমাৰ আকাংক্ষাবোৰ ব্যৰ্থ কৰা হ'লে সেয়া অসন্তোষৰ কথা হয়। কিন্তু, সেই আকাঙক্ষাসমূহৰ অন্তৰালত কাৰণ নথকাতকৈ কাৰণ থকাহ'লেহে এনে ঘটনা ঘটাৰ বেছি সম্ভাৱনা নাথাকে। আকৌ, নিৰ্ধাৰণবাদেও'আমি শক্তিহীন বোলা ধাৰণাটোক নিশ্চয়তা দিয়া নাই। ক্ষমতা নিহিত থাকে অভিপ্ৰেত ফল লাভ কৰিব পৰাৰ সামৰ্থ্যত আৰু আমাৰ অভিপ্ৰায়ৰ কাৰণসমূহৰ আৱিষ্কাৰে এই সামৰ্থ্যক বঢ়োৱাও নাই টুটোৱাও নাই।

মুক্ত ইচ্ছাত বিশ্বাসীসকলে মনৰ আন এটা কুঠৰীত একে সময়তে এই বিশ্বাসো পুহি ৰাখে যে স্বেচ্ছাৰ কাৰণ আছে। উদাহৰণস্বৰূপে, তেওঁলোকে ভাবে যে সুপ্ৰতিপালনৰ দ্বাৰা শিশুক সদ্‌গুণৰ শিক্ষা দিব পাৰি আৰু ধৰ্মীয় শিক্ষা নৈতিকতাৰ ক্ষেত্ৰত বেছ সুফলদায়ক। তেওঁলোকে বিশ্বাস কৰে যে ধৰ্মোপদেশমূলক বক্তৃতাবোৰ কল্যাণকৰ আৰু নৈতিক উদগনিও মংগলজনক হ'ব পাৰে। এতিয়া স্পষ্ট হৈছে যে যদি সৎ স্বেচ্ছাবোৰৰ অন্তৰালত কাৰণ নাই, তেন্তে সিহঁতক সক্ৰিয় কৰিবলৈ আমি একোৱেই কৰিব নোৱাৰোঁ। যিমানদূৰ এজন মানুহে আনৰ ক্ষেত্ৰত বাঞ্ছনীয় আচৰণ সক্ৰিয় কৰাটো তেওঁৰ অথবা যি কোনো এজন মানুহৰ ক্ষমতাৰ ভিতৰুৱা বুলি বিশ্বাস কৰে, সিমান দূৰলৈ তেওঁ মনস্তাত্ত্বিক নৈমিত্তিকতাত বিশ্বাসী আৰু মুক্ত ইচ্ছাত অবিশ্বাসী। ব্যৱহাৰিক ক্ষেত্ৰত আমাৰ ইজন-সিজনৰ মাজৰ সমগ্ৰ আচাৰ-ব্যৱহাৰ এই ধাৰণাৰ ওপৰত ভিত্তিশীল যে মানুহৰ কাৰ্যসমূহ আগতীয়া পৰিস্থিতি বিশেষৰ পৰা উদ্ভূত ৰাজনৈতিক উদ্দেশ্যধৰ্মী প্ৰচাৰ, অপৰাধ সংক্ৰান্ত আইন অমুক-তমুক ধাৰাৰ কৰ্ম প্ৰণোদিত কৰা গ্ৰন্থৰ লিখন—এই আটাইবোৰৰে যদি মানুহৰ কাৰ্যৰ ওপৰত কোনো প্ৰভাৱ নাথাকে, তেন্তে আটাইবোৰেই সিহঁতৰ অস্তিত্বৰ যুক্তিযুক্ততা হেৰুৱাব। মুক্ত ইচ্ছাৰ মতবাদৰ তাৎপৰ্যসমূহ ইয়াৰ সমৰ্থক সকলেই উপলব্ধি কৰা নাই। আমি কওঁ, "আপুনি এই কাম কিয় কৰিছিল?" আৰু কাৰ্য ঘটোৱা বিশ্বাস আৰু আকাঙক্ষাসমূহৰ উল্লেখ থকা উত্তৰ এটা আশা কৰোঁ। মানুহ এজনে কৰা কামৰ কাৰণটো তেওঁ নিজে নাজানিলে আমি কাৰণ এটা বিচাৰি তেওঁৰ অবচেতন মনত অনুসন্ধান চলাওঁ, কিন্তু কোনো কাৰণেই যে নাথাকিব পাৰে, সেয়া আমাৰ মনত নেখেলায়।

কোৱা হয় যে আত্ম-অৱলোকনেই তৎক্ষণাৎ আমাক মুক্ত ইচ্ছা সম্পৰ্কে সজাগ কৰি তোলে। নৈমিত্তিকতাক বাধা দিব পৰা অৰ্থত যদি এই কথাটো গ্ৰহণ কৰা হয়, তেনেহ'লে ই মাথোঁ এক প্ৰমাদ। আমি জনা কথাটো হ'ল এই যে যেতিয়া আমি এটা পছন্দ কৰোঁ, তেতিয়া আমি ইচ্ছা কৰিলেই আন ধৰণেও পছন্দ কৰিব পাৰোঁ। কিন্তু, আমি যি কৰোঁ, তাক কৰাৰ বাবে আমাৰ যি ইচ্ছা তাৰ অন্তৰালত কাৰণ থাকে

নে নাই, সেই কথা কেৱল আত্ম-অৱলোকনৰ দ্বাৰাহি আমি জানিব নোৱাৰোঁ। অতি যুক্তি নিৰ্ভৰ কাৰ্যবোৰৰ ক্ষেত্ৰত সিবোৰৰ কাৰণবোৰ আমি জানিব পাৰোঁ। যেতিয়া আমি আইনী, চিকিৎসা-সংক্ৰান্তীয় অথবা বিত্তীয় পৰামৰ্শ গ্ৰহণ কৰি সেইমতে কাম কৰোঁ, তেতিয়া আমি গম পাওঁ যে উক্ত পৰামৰ্শহি হৈছে আমাৰ কাৰ্যৰ কাৰণ। কিন্তু, সাধাৰণতে আত্ম-অৱলোকনৰ দ্বাৰা কাৰ্যৰ কাৰণ উলিয়াব নালাগে ; অন্যান্য ঘটনাৰ কাৰণৰ নিচিনাকৈ এইবোৰ কাৰণো উলিয়াব লাগিব তাৰ পূৰ্ববৰ্তী কাৰণবোৰ পৰ্যবেক্ষণ কৰি আৰু ঘটনাক্ৰমৰ কিবা নিয়ম আৱিষ্কাৰ কৰি।

তদুপৰি, ক'ব লাগিব যে "ইচ্ছা"ৰ ধাৰণাটো বৰ অস্পষ্ট আৰু ই হয়তো এনে এক ধাৰণা যি এক বৈজ্ঞানিক মনস্তত্ত্বৰ পৰা অন্তৰ্ধান হ'ব। আমাৰ বেছিভাগ কামৰ আগতীয়াকৈ এনে একো নাথাকে যাক ইচ্ছাৰ কাৰ্য যেন অনুভৱ হয় ; এক আগতীয়া সিদ্ধান্ত নোহোৱাকৈ সৰল-সহজ কাম কৰিব নোৱৰাটো এক ধৰণৰ মানসিক বেমাৰ। উদাহৰণস্বৰূপে, এক নিৰ্দিষ্ট ঠাইলৈ খোজ কাঢ়িবৰ বাবে আমি সিদ্ধান্ত ল'ব পাৰোঁ আৰু তাৰ পিছত, ৰাস্তাটো আমাৰ জনা থাকিলে, ঠাইটুকুৰাত আমি উপস্থিত নোহোৱালৈকে এখন ভৰিৰ আগত আনখন ভৰি থোৱা কামটো নিজে নিজে চলি যায়। প্ৰথম সিদ্ধান্তটোহে মাথোঁ "ইচ্ছা"ৰ সৈতে জড়িত থকা বুলি অনুভৱ হয়। চিন্তা-চৰ্চা কৰি আমি যেতিয়া সিদ্ধান্ত লওঁ, তেতিয়া দুই বা ততোধিক বিকল্প সম্ভাৱনা আমাৰ মনত থাকে। ইয়াৰ প্ৰত্যেকটো সম্ভাৱনাই কম-বেছি পৰিমাণে আকৰ্ষণীয় আৰু হয়তো প্ৰত্যেকেই কম-বেছি পৰিমাণে বিকৰ্ষণীয়। সদৌশেষত কোনো এটা আটাইতকৈ আকৰ্ষণীয় বুলি পৰিগণিত হয় আৰু ই বাকীবোৰক দমন কৰে। আত্ম-অৱলোকনেৰে স্বেচ্ছা আৱিষ্কাৰ কৰিবলৈ কোনোবাই চেষ্টা কৰিলে তেওঁ এক পেশীয় টন্ টন্ ভাব অনুভৱ কৰে আৰু কেতিয়াবা অনুভৱ কৰে এই দৃঢ়তাপূৰ্ণ বাক্যটো ঃ "মই এইটো কৰিবলৈ ইচ্ছা কৰিছোঁ।" তেনে এজন ব্যক্তি হিছাপে মই কিন্তু মোৰ ভিতৰত মই যাক "ইচ্ছা" বোলোঁ, তেনে কিবা বিশেষ মানসিক সংঘটন আৱিষ্কাৰ কৰিব নোৱাৰোঁ।

অৱশ্যে "ঐচ্ছিক" আৰু "অনৈচ্ছিক" কামৰ মাজৰ পাৰ্থক্য অস্বীকাৰ কৰাটো উদ্ভট কাণ্ড হ'ব। কলিজাৰ স্পন্দন সম্পূৰ্ণৰূপেই অনৈচ্ছিক ; উশাহ লোৱা, হামিয়া, হাঁচিয়া আদিও অনৈচ্ছিক, অৱশ্যে (সীমাৰ ভিতৰত) ইবোৰক ঐচ্ছিক কাৰ্যৰে নিয়ন্ত্ৰণ কৰিব পাৰি ; খোজ কঢ়া আৰু কথা কোৱাৰ নিচিনা দৈহিক সঞ্চালনবোৰ সম্পূৰ্ণৰূপে ঐচ্ছিক। ঐচ্ছিক কাৰ্যত জড়িত মাংসপেশীবোৰ হৃৎস্পন্দনৰ নিচিনা কাৰ্য নিয়ন্ত্ৰণ কৰা মাংসপেশীবোৰতকৈ পৃথক ধৰণৰ। "মানসিক" পূৰ্বকাৰ্যৰ দ্বাৰাই ঐচ্ছিক কাৰ্যসমূহৰ সৃষ্টি হ'ব পাৰে, কিন্তু, "স্বেচ্ছা"ক যিদৰে বিশেষ শ্ৰেণীৰ সংঘটন বুলি

ভবা হয়, এই "মানসিক" পূৰ্বকাৰ্যবোৰকো তেনে এক বিশেষ শ্ৰেণীৰ সংঘটন বুলি গণ্য কৰাৰ কোনো যুক্তি নাই— অথবা অন্ততঃ মই বিচাৰি পোৱা নাই; মই ৰোহোঁ যেন পাওঁ।

মুক্ত ইচ্ছাৰ মতবাদটো জৰুৰী বুলি ভবা হয় নৈতিকতাৰ প্ৰসংগত। "পাপ"ৰ সংজ্ঞা দিবৰ বাবেও ইয়াৰ দৰকাৰ আৰু শাস্তিৰ—বিশেষকৈ ঈশ্বৰপ্ৰদত্ত শাস্তিৰ— ন্যায্যতা প্ৰদৰ্শনৰ বাবেও ইয়াৰ দৰকাৰ। আলোচ্য বিষয়ৰ এই দিশটো পিছৰ এটা অধ্যায়ত নীতিশাস্ত্ৰৰ ওপৰত বিজ্ঞানৰ প্ৰভাৱৰ বিষয়টোত আলোকপাত কৰোঁতে আলোচনা কৰা হ'ব।

বৰ্তমানৰ অধ্যায়টোত এনে যেন লাগিব পাৰে যে প্ৰথমে নিৰ্ধাৰণবাদৰ বিৰুদ্ধে আৰু পিছত মুক্ত ইচ্ছাৰ বিৰুদ্ধে যুক্তি দৰ্শাই মই সামঞ্জস্যহীনতাৰ দোষত পৰিছোঁ। আচলতে কিন্তু উভয়েই চূড়ান্ত আধিভৌতিক মতবাদ, যিয়ে বিজ্ঞানে নিশ্চিত কৰিব পৰাৰ সীমা চেৰাই গৈছে। আমি দেখি আহিছোঁ যে বিজ্ঞানৰ সাৰকথা হৈছে কাৰ্য-কাৰণ সম্পৰ্কযুক্ত নিয়মৰ অনুসন্ধান আৰু সেইদেখি বিশুদ্ধ ব্যৱহাৰিক অৰ্থতে বিজ্ঞানৰ মানুহে নিৰ্ধাৰণবাদক সদায় এক কাৰ্যকৰী প্ৰকল্প হিচাপে ধৰি ল'ব লাগিব। কিন্তু, কাৰ্য-কাৰণ সম্পৰ্কযুক্ত নিয়ম যিবোৰ ক্ষেত্ৰত তেওঁ বাস্তৱিকতে বিচাৰি পায়, সিবোৰক বাদ দি অন্য ক্ষেত্ৰতো তেনে নিয়ম আছে বুলি প্ৰকাশ কৰিবলৈ তেওঁ বাধ্য নহয়। তথাপি যদি তেওঁ সেই কামেই কৰে, তেওঁক অবিবেচক বুলিব লাগিব। পিছে তেওঁক আৰু বেছি অবিবেচক বোলা হ'ব যদিহে তেওঁ কাৰ্য-কাৰণৰ সম্পৰ্কই ক্ৰিয়া নকৰা কোনো ক্ষেত্ৰৰ কথা জানে বুলি দৃঢ়তাৰে কয়। এনে উক্তিত একেসময়তে তাত্বিক আৰু প্ৰায়োগিক— উভয় ধৰণৰ নিৰ্বোধিতা নিহিত থাকে। তাত্বিক নিৰ্বোধিতা এইবাবেই যে এনে উক্তি এটাক নিশ্চয়তা প্ৰদান কৰিব পৰাকৈ আমাৰ জ্ঞান কোনোকালেই পৰ্যাপ্ত হ'ব নোৱাৰে। আকৌ, প্ৰায়োগিক নিৰ্বোধিতা এইবাবেই যে কোনো এক ক্ষেত্ৰত কোনো কাৰ্য-কাৰণ সম্পৰ্ক নাই বোলা বিশ্বাসে অনুসন্ধান নিৰুৎসাহিত কৰি নিয়মবিশেষ আৱিষ্কৃত হোৱাত বাধা দিব পাৰে। যিসকলে কয় যে পৰমাণুসমূহৰ ৰূপান্তৰ সম্পূৰ্ণৰূপে নিৰ্ধাৰণীয় নহয় সেইসকল, আৰু আঁকোৰগোজ মনোভাৱেৰে যিসকলে মুক্ত ইচ্ছাৰ কথা কয়, সেইসকলবো, এই দ্বৈত নিৰ্বোধিতা থকা বুলি মোৰ ভাব হয়। এনে পৰস্পৰ বিপৰীত আঁকোৰগোজ মতৰ সন্মুখীন হোৱা অৱস্থাত বিজ্ঞান বিশুদ্ধভাৱে পৰীক্ষামূলক হৈ থকা উচিত আৰু বাস্তৱ সাক্ষ্যই নিশ্চিতি প্ৰদান কৰা সীমাৰ বাহিৰত সি কোনো নিশ্চয়োক্তি প্ৰদান অথবা কোনো অস্বীকাৰকৰণৰ পৰা বিৰত থাকিব লাগে।

নিৰ্ধাৰণবাদ আৰু মুক্ত ইচ্ছাৰ মাজৰ বিতৰ্কৰ নিচিনা চিৰন্তন বিতৰ্কসমূহ দুই শক্তিশালী আৰু যৌক্তিকভাৱে পৰস্পৰ বিপৰীত অনুভূতিৰ সংঘাতৰ পৰা উপজে।

নিৰ্ধাৰণবাদৰ এই সুবিধাটো আছে যে কাৰ্য-কাৰণৰ নিয়মসমূহৰ আবিষ্কাৰৰ জৰিয়তে ক্ষমতাৰ আগমন হয়। সেয়ে ধৰ্মতাত্ত্বিক উগ্ৰমতৰ সৈতে বিজ্ঞানৰ সংঘাত থকা সত্ত্বেও ইয়াক গ্ৰহণ কৰা হৈছে, কাৰণ ই ক্ষমতাৰ যোগান ধৰে। প্ৰকৃতিৰ গতি-বিধি নিয়মিত বুলি থকা বিশ্বাসে এক নিৰাপত্তাৰ অনুভৱো দিয়ে ; ইয়েই এটা সীমালৈকে ভৱিষ্যৎদৰ্শনৰ বাবে আমাক সমৰ্থ কৰি ভাল নলগা সংঘটনবোৰক বাধা দিব পৰা কৰে। যিসময়ত বেমাৰ আৰু ধুমুহাক কেতবোৰ খেয়ালী, অশুভ অভিকাৰকৰ বাবে সৃষ্ট বুলি ভবা হৈছিল, সেই সময়ত আজিৰ তুলনাত এই ঘটনাবোৰ বেছি ভয়ঙ্কৰ আছিল। এইবোৰ হেতুৰেই মানুহক নিৰ্ধাৰণবাদ পছন্দ কৰিব লগা কৰিছিল। কিন্তু, মানুহে যেতিয়া প্ৰকৃতিৰ ওপৰত ক্ষমতা খটুৱাবলৈ ভাল পোৱা হ'ল, তেতিয়া প্ৰকৃতিক তেওঁলোকৰ ওপৰত ক্ষমতা খটুৱাবলৈ এৰি দিব নোখোজা হ'ল। পৃথিৱীত মানৱ জাতিৰ অস্তিত্বৰ উন্মেষ ঘটাৰ আগৰে পৰাই যে কেতবোৰ নিয়ম ক্ৰিয়াশীল হৈ আছিল আৰু সিহঁতে যে এক ধৰণৰ অবোধ অপৰিহাৰ্যতাৰ জৰিয়তে সাধাৰণভাৱে মুনিহ-তিৰোতা সকলোকে সৃষ্টি কৰিলে আৰু তাতেই ক্ষান্ত নাথাকি সিবোৰে যে একোজন ব্যক্তিৰ সমস্ত ব্যক্তিগত বৈশিষ্ট্য, এই মুহূৰ্তত তেওঁ কোৱা আৰু কৰা সমস্ত উক্তি আৰু কাৰ্য সহকাৰে তেওঁক সৃষ্টি কৰিলে—এই কথা বিশ্বাস কৰিবলৈ বাধ্য হ'লে তেওঁলোকৰ অনুভৱ হয় যে তেওঁলোক তেওঁলোকৰ ব্যক্তিত্বৰপৰা বঞ্চিত, তেওঁলোক অদৰকাৰী, গুৰুত্বহীন, পৰিস্থিতিৰ দাস আৰু আৰম্ভণিতেই প্ৰকৃতিয়ে তেওঁলোকৰ বাবে নিৰ্দিষ্ট কৰা ভূমিকা সামান্যতম পৰিমাণেও সাল-সলনি কৰিবলৈ তেওঁলোক অপাৰগ। এই সমস্যাটোৰপৰা হাত সাৰিব বিচাৰি কিছুমান লোকে মানুহৰ ক্ষেত্ৰত স্বাধীনতা আৰু অন্য সকলোক্ষেত্ৰতে নিৰ্ধাৰণবাদ প্ৰযুক্ত বুলি ধাৰণা কৰে। আন কিছুমানে আকৌ সৃজনীশীলভাৱে জটিল প্ৰচেষ্টাৰ দ্বাৰা স্বাধীনতা আৰু নিৰ্ধাৰণবাদৰ এক যৌক্তিক সমিল-মিলৰ জৰিয়তে উক্ত সমস্যাৰ হাত সাৰিব খোজে। আচলতে আমি ইয়াৰ এটা বিকল্পও গ্ৰহণ কৰাৰ যুক্তি নাই। আকৌ, সত্যৰ স্বৰূপ যিয়েই নহওক, সেই সত্য এই উভয় বিকল্পৰ উপযুক্ত দিশবোৰ সংযুক্ত কৰা ধৰণৰ বুলি আমি ধৰি লোৱাৰো কোনো যুক্তি নাই, অথবা আমাৰ আকাঙ্ক্ষাৰ সৈতে সম্পৰ্ক ৰাখি কিবা এক পৰিমাণে সেই সত্য নিৰ্ধাৰিত হ'ব বুলি ধৰি লোৱাৰো কোনো যুক্তি নাই।

□□□

# সপ্তম অধ্যায়

## ৰহস্যবাদ

বিজ্ঞান আৰু ধৰ্মতত্ত্বৰ যুদ্ধখন এক বিশেষ ধৰণৰ যুদ্ধ। ওঠৰ শতিকাৰ শেষভাগৰ ফ্ৰান্স আৰু ছোভিয়েট ৰাছিয়াক বাদ দি সকলো স্থান আৰু কালতে বেছিভাক বিজ্ঞানীয়েই তেওঁলোকৰ যুগৰ ৰক্ষণশীলতাক সমৰ্থন কৰিছিল। নিউটন যদিও আছিল এগৰাকী এৰিয়ান (Arian)[১১] তথাপি আন সকলো ক্ষেত্ৰতে তেওঁ আছিল খ্ৰীষ্টীয় বিশ্বাসৰ সমৰ্থক। কুভিয়েৰ আছিল কেথ'লিক নিৰ্ভুলতাৰ এক আৰ্হি। ফেৰাডে আছিল এগৰাকী চেণ্ডিমেনিয়ান (Sandymanian)[১২] কিন্তু এই ধৰ্মসম্প্ৰদায়ৰ ভ্ৰান্তিবোৰ যে বৈজ্ঞানিক যুক্তিৰে নিশ্চিতকৈ দেখুৱাব পাৰি, সেই কথা আনকি তেওঁৰ মনতো খেলোৱা নাছিল আৰু বিজ্ঞান আৰু ধৰ্মৰ সম্পৰ্কবোৰৰ বিষয়ে তেওঁৰ মতসমূহ এনেকুৱা যে প্ৰতিজন খ্ৰীষ্টানেই সিবোৰক প্ৰশংসা কৰিব। ধৰ্মতত্ত্বৰ যুদ্ধখন আছিল বিজ্ঞানৰ লগতহে, বিজ্ঞানীৰ লগত নহয়। আনকি বিজ্ঞানীসকলে ধৰ্মনিন্দিত মতসমূহ পোষণ কৰাৰ সময়তো ধৰ্মতত্ত্বৰ সৈতে সংঘাত এৰাই চলিবলৈ সৰ্বোচ্চ চেষ্টা কৰিছিল। আমি দেখি আহিছোঁ যে ক'পাৰ্নিকাছে তেওঁৰ গ্ৰন্থ পোপৰ নামত উছৰ্গা কৰিছিল; গেলিলিঅ'ই নিজৰ মত প্ৰত্যাহাৰ কৰিছিল; ডেকাৰ্টে যদিও হল্যাণ্ডত থকাটো বুদ্ধিমানৰ কথা হ'ব বুলি ভাবিছিল, তথাপি গিৰ্জাৰ সৈতে জড়িত লোক সকলৰ সৈতে ভাল সম্পৰ্ক বজাই ৰাখিবলৈ তেওঁ সাৱধানে চেষ্টা কৰিছিল আৰু গেলিলিঅ'ৰ মতৰ অংশীদাৰ হোৱাৰ বাবে গিৰ্জাপক্ষৰ যি ভৰ্ৎসনা তাৰ পৰা পৰিকল্পিত মৌনতাৰে তেওঁ হাত সাৰিব পাৰিছিল। ঊনবিংশ শতিকাতো বেছিভাগ বৃটিছ বিজ্ঞানীয়ে ভাবিছিল যে উদাৰপন্থী খ্ৰীষ্টানসকলে তেতিয়াও সাৰগত বুলি ভবা খ্ৰীষ্টীয় বিশ্বাসৰ অংশখিনিৰ সৈতে বিজ্ঞানৰ কোনো সাৰগত সংঘাত নাই। কাৰণ, মহাপ্লাৱন আৰু আনকি আদম-ঈভ সম্পৰ্কীয় আক্ষৰিক সত্যকো বিসৰ্জন দিয়াটো সম্ভৱপৰ বুলি আবিষ্কৃত হৈছিল।

ক'পাৰ্নিকাছীয় তত্ত্বৰ বিজয়ৰ পিছৰ গোটেইখিনি সময়তে পৰিস্থিতি যেনেকুৱা আছিল, তাতকৈ বৰ্তমানেও বৰ বেছি বেলেগ হোৱা নাই। মধ্যযুগে তাৰ ঈশ্বৰ বিশ্বাসৰ অপৰিহাৰ্য অংশ বুলি গণ্য কৰা যিবোৰ বিশ্বাস, পৰৱৰ্তী বৈজ্ঞানিক

আবিষ্কাৰসমূহে খ্ৰীষ্টানসকলক তাৰে এটাৰ পিছত আন এটাকৈ বৰ্জন কৰিব লগা কৰিলে। এই ক্ৰমিক বৰ্জনসমূহেই বিজ্ঞানীসকলৰ বাবে খ্ৰীষ্টান হৈ থকাটো সম্ভৱপৰ কৰি ৰাখিছিল। অৱশ্যে, সেইটো সম্ভৱ হৈছিল তেনে ক্ষেত্ৰতহে, যেতিয়া বিজ্ঞানীসকলৰ কৰ্মই আমাৰ দিনত ধৰ্ম-বিজ্ঞানৰ ৰণখনে যি সীমা পাইছেহি, সেই বিতৰ্কিত সীমাত উপনীত হোৱা নাছিল। বিগত তিনিটা শতিকাৰ বেছিভাগ সময়তে কোৱাৰ নিচিনাকৈ বৰ্তমানেও কোৱা হয় যে বিজ্ঞান আৰু ধৰ্ম এক সমিল-মিলত উপনীত হৈছে ঃ বিজ্ঞানীসকলে বিনয়েৰে স্বীকাৰ কৰে যে বিজ্ঞানৰ চৌহদৰ বাহিৰতো অন্যান্য ক্ষেত্ৰ আছে আৰু উদাৰপন্থী ধৰ্মতাত্ত্বিকেও মানি লয় যে বৈজ্ঞানিক প্ৰমাণে সাব্যস্ত কৰিব পৰা কোনো কথাকে অস্বীকাৰ কৰাৰ ধৃষ্টতা তেওঁলোকে দেখুৱাব নোখোজে। এই কথা সত্য যে এতিয়াও দুই এক শান্তিভংগকাৰী আছে ঃ এহাতে আছে মৌলবাদীসকল আৰু গোঁৱাৰ কেথ'লিক ধৰ্মতত্ত্ব অধ্যয়নকাৰীসকল ; আনহাতে আছে জৈৱ ৰসায়নবিদ্যা আৰু প্ৰাণী মনস্তত্ত্বৰ দৰে বিষয়ৰ বেছি উগ্ৰ সংস্কাৰবাদী ছাত্ৰসকল, যিসকলে আনকি অধিক প্ৰবুদ্ধ যাজকচামৰ তুলানামূলকভাৱে বিনয়ী দাবীকো অনুমোদন জনাবলৈ অস্বীকাৰ কৰিছিল। পিছে, সমাগ্ৰিকভাৱে যুদ্ধখন আগৰ তুলানাত নিশকতীয়া হৈ পৰিছে। সাম্যবাদ আৰু ফেচিবাদৰ নতুন নতুন পথসমূহেই হৈছে ধৰ্মীয় অসহিষ্ণুতাৰ উত্তৰাধিকাৰী ; আৰু হয়তো অৱচেতন মনৰ কোনো গভীৰ অঞ্চলত বিছপ আৰু অধ্যাপকসকলে স্থিতাৱস্থা বাহাল ৰখাৰ বাবে নিজকে যুটীয়াভাৱে আকৃষ্ট অনুভৱ কৰে।

বিজ্ঞান আৰু ধৰ্মৰ বৰ্তমানৰ সম্পৰ্ক ৰাষ্ট্ৰই যি ধৰণে ওলোৱাটো বিচাৰে, সেই ধৰণটো নিশ্চিত কৰিব পাৰি এখন শিক্ষাপ্ৰদ গ্ৰন্থৰ পৰা। গ্ৰন্থখনৰ নাম হৈছে "বিজ্ঞান আৰু ধৰ্ম, এক আলোচনা" (Science and Religion, a Symposium)। বি বি চিয়ে ১৯৩০ খ্ৰীষ্টাব্দৰ শৰৎকালি সম্প্ৰচাৰ কৰা বাৰটা কথোপকথন ইয়াত সন্নিবিষ্ট হৈছে। ধৰ্মৰ স্পষ্টবাদী বিৰোধীসকলক অৱশ্যে ইয়াত লোৱা হোৱা নাই, কাৰণ (অন্য যুক্তি উল্লেখ নকৰিবলৈ হ'লে) তেওঁলোকে শ্ৰোতাসকলৰ ভিতৰৰ ৰক্ষণশীল চামক কষ্ট দিলেহেঁতেন। অৱশ্যে, এই কথা সত্য যে অধ্যাপক জুলিয়ান হাক্সলিৰ এক চমৎকাৰ পাতনিমূলক আলোচনা তাত ৰখা হৈছে আৰু এই আলোচনাত অস্পষ্টতম ৰক্ষণশীলতাৰ বাবেও বিন্দুমাত্ৰ সমৰ্থন নাই। কিন্তু, উদাৰপন্থী গিৰ্জাজড়িত ব্যক্তিসকলে সম্প্ৰতি আপত্তিকৰ যেন পাব পৰা কথাও এই আলোচনাটোত নাই বুলিবই পাৰি। বক্তাসকলে অবাধে স্পষ্ট মত প্ৰকাশ কৰি তাৰ সপেক্ষে যুক্তি আগবঢ়াবলৈ নিজে নিজে সাজু হৈছিল। মতৰ ক্ষেত্ৰত তেওঁলোকে বিভিন্ন অৱস্থান গ্ৰহণ কৰিছিল। প্ৰফেছৰ মেলিন'স্কিৰ ঈশ্বৰ আৰু অমৰত্বত বিশ্বাস ৰখাৰ বাবে খেৰো-গেৰো

হাবিয়াসৰ দুৰ্বল স্বীকাৰোক্তিৰ পৰা বিজ্ঞানৰ সত্যতকৈ যে দৈৱিক প্ৰকাশৰ সত্য বেছি নিশ্চিত আৰু সংঘাতৰ সময়ত সিয়েই জয়ী হ'ব লাগিব—ফাদাৰ ওহাৰা (Father O'Hara)-ৰ এই নিৰ্ভীক উক্তিলৈকে উক্ত বিভিন্নতা বিস্তৃত হৈ আছে। কিন্তু, যদিও খুঁটি-নাটিৰ ক্ষেত্ৰত মতসমূহৰ বিভিন্নতা আছিল, তথাপি সামগ্ৰিকভাবে এই মতসমূহে দিয়া সাঁচটো আছিল এই যে ধৰ্ম আৰু বিজ্ঞানৰ বিৰোধৰ সমাপ্তি ঘটিছে। ইয়াৰ ফলো আছিল একেবাৰে প্ৰত্যাশিত। উদাহৰণস্বৰূপে, শেষৰফালে বক্তব্য দাঙি ধৰা কেনন ষ্ট্ৰীটাৰ (Canon Streeter)- এ কৈছিল যে "ইতিমধ্যে পাৰ হৈ যোৱা ভাষণসমূহৰ এটি লক্ষ্যণীয় কথা হৈছে কেনেকৈ সিবোৰৰ সাধাৰণ প্ৰৱণতাটো মাথোন একেটা দিশতে ধাৱমান হৈছে......... বাৰম্বাৰ একেটা ধাৰণাই পুণৰাবৃত্ত হৈ আছে যে বিজ্ঞান অকলেই যথেষ্ট নহয়।" এই সৰ্বসম্মতি ধৰ্ম আৰু বিজ্ঞানৰ বিষয়ে এক সত্য যে বি বি চি নিয়ন্ত্ৰণ কৰা কৰ্তৃপক্ষৰ বিষয়ে এক সত্য, সেয়া প্ৰশ্নৰ বিষয় ; কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে বহু পাৰ্থক্য সত্বেও এই আলোচনাৰ অংশগ্ৰহণকাৰীসকলে কেনন ষ্ট্ৰীটাৰৰ দ্বাৰা উল্লেখিত বিষয়টোত প্ৰায় একমত হোৱাৰ নিচিনাই দেখুৱাইছে।

উদাহৰণস্বৰূপে, ছাৰ জে. আৰ্থাৰ টমছনে কৈছে : "কিয়?"—এই প্ৰশ্নটো বিজ্ঞান হিছাপে বিজ্ঞানে কেতিয়াও নোসোধে। অৰ্থাৎ, বহুমুখী সত্তা (Being), তাৰ ৰূপান্তৰ (Becoming) আৰু তাৰ সদাৰূপ (Having Been)-অৰ অৰ্থ, তাৎপৰ্য অথবা উদ্দেশ্যৰ ই কেতিয়াও অনুসন্ধান নকৰে।" তেওঁ কৈ গৈছে : "অৰ্থাৎ বিজ্ঞানে নিজকে সত্যৰ মূলভিত্তি বুলি ভাও নোজোৰে।" তেওঁ পুনৰ আমাক কৈছে, "ৰহস্যবাদী আৰু অধ্যাত্মবাদী বিষয়ত বিজ্ঞানে ইয়াৰ পদ্ধতিসমূহ প্ৰয়োগ কৰিব নোৱাৰে।" প্ৰফেছৰ জে. এছ. হ্যাল্ডেন (J.S. Haldane)-এ মত পোষণ কৰিছে যে "আমি আমাৰ নিজৰ ভিতৰতে, সত্য, শুদ্ধতা, দয়া আৰু সৌন্দৰ্য সম্পৰ্কীয় আমাৰ সক্ৰিয় আদৰ্শৰ মাজতে আৰু ইবোৰৰ পৰিণতি স্বৰূপ আমাৰ পাৰস্পৰিক সৌহাৰ্দ্যৰ মাজতে ঈশ্বৰৰ প্ৰকাশ বিচাৰি পাওঁ।" ডক্টৰ মেলিন স্মিয়ে কৈছে যে "ধৰ্মীয়, অলৌকিক প্ৰকাশৰ অভিজ্ঞতা স্বৰূপাৰ্থতে বিজ্ঞানৰ চৌহদৰ বাহিৰৰ বস্তু।" এই মুহূৰ্তত ধৰ্মতাত্বিকসকলৰ উদ্ধৃতি মই দিয়া নাই। কাৰণ, এনে মতসমূহৰ প্ৰতি তেওঁলোকৰ সন্মতি আশা কৰিব পাৰি।

বেছি আগবঢ়াৰ আগতে ইতিমধ্যেই যিখিনি ব্যক্ত হ'ল সেই সম্পৰ্কে আৰু তাৰ সত্যতা বা অসত্যতা সম্পৰ্কে আমি স্পষ্ট হৈ ল'বলৈ চেষ্টা কৰোঁহক। কেনন ষ্ট্ৰীটাৰে যেতিয়া কৈছে যে "বিজ্ঞান যথেষ্ট নহয়", এটা অৰ্থত তেওঁ স্বতঃসিদ্ধ কথাকেই আওৰাইছে। কলা, বন্ধুত্ব অথবা জীৱনৰ আন বহু মূল্যবান উপাদান বিজ্ঞানৰ অন্তৰ্ভুক্ত নহয়। কিন্তু, উদ্ধৃত উক্তিটোৱে ইয়াতকৈ বেছি কথাৰ ইংগিত দিয়া

হৈছে। আন এটা (বৰং বেছি গুৰুত্বপূৰ্ণ) অৰ্থতো "বিজ্ঞান যথেষ্ট নহয়।" এই অৰ্থত মোৰো কথাটো সত্য যেন লাগে। সেই অৰ্থটো হ'ল এই ঃ প্ৰমূল্যৰ বিষয়ে বিজ্ঞানৰ ক'ব লগা একো নাই আৰু "ঘৃণা কৰাতকৈ ভাল পোৱাটো বেছি ভাল" অথবা "নিষ্ঠুৰতাতকৈ দয়া বেছি বাঞ্ছনীয়"—এনে উক্তিসমূহ ই প্ৰমাণ কৰিব নোৱাৰে। আমাৰ আকাঙ্ক্ষাসমূহ বাস্তৱায়িত কৰাৰ উপায়সমূহ সম্পৰ্কে বিজ্ঞানে ঢেৰ কথা ক'ব পাৰে, কিন্তু কোনো এটা আকাঙ্ক্ষা আন এটাৰ তুলনাত বেছি পছন্দযোগ্য বুলি ই ক'ব নোৱাৰে। ই এক ব্যাপক বিষয়, যিটো সম্পৰ্কে পৰৱৰ্তী এটা অধ্যায়ত আৰু বেছিকৈ ক'ব লগা থাকিব।

কিন্তু, মই যিসকলৰ উদ্ধৃতি দিছোঁ সেই আলোচকসকলে আৰু কিছু কথা ব্যক্ত কৰিব খুজিছে, যিখিনি, মোৰ বিশ্বাস, অসত্য। "বিজ্ঞানে নিজকে সত্যৰ (আখৰ বেঁকা মই কৰিছোঁ) মূলভিত্তি বুলি ভাও নোজোৰে"—ই এই অৰ্থই কৰে যে সত্যত উপনীত হোৱাৰ আন এক অবৈজ্ঞানিক পদ্ধতিও আছে। "ধৰ্মীয়, অলৌকিক বিশ্বাস.... বিজ্ঞানৰ চৌহদৰ বাহিৰৰ বস্তু"— উপৰোক্ত অবৈজ্ঞানিক পদ্ধতিটোনো কেনেকুৱা, এই উক্তিয়ে সেই সন্দৰ্ভত কিবা অলপ কৈছে। ই হৈছে ধৰ্মীয়, অলৌকিক প্ৰকাশৰ পদ্ধতি। ডীন ইঞ্জে (Dean Inge)-ই বেছি খোলোচাকৈ কৈছে ঃ "ধৰ্মৰ প্ৰমাণ তেন্তে পৰীক্ষামূলক।" (তেওঁ ৰহস্যবাদীসকলৰ সাক্ষ্য প্ৰমাণৰ কথা কৈছে।) "সদ্‌গুণ বা প্ৰেম, সত্য আৰু সৌন্দৰ্য—যি তিনিটা গুণক কেতিয়াবা কেতিয়াবা পৰম বা চিৰন্তন প্ৰমূল্য বুলি অভিহিত কৰা হয় আৰু যি তিনিটাৰ জৰিয়তে ঈশ্বৰে নিজকে মানৱ জাতিৰ ওচৰত প্ৰকাশ কৰে, সেই তিনিটাৰ আধাৰত এয়া হৈছে ঈশ্বৰ সম্পৰ্কে প্ৰগতিশীল জ্ঞান। যদি কথা এইখিনিয়েই তেনেহ'লে আপুনি ক'ব যে ধৰ্ম প্ৰাকৃতিক বিজ্ঞানৰ সৈতে সংঘাতত নমাৰ কোনো যুক্তি নাই। এটাৰ সম্পৰ্ক বাস্তৱ তথ্যৰ সৈতে আৰু আনটোৰ প্ৰমূল্যৰ সৈতে। উভয়কে সত্য বুলি ধৰিলেও উভয়ে কিন্তু পৃথক পৃথক সমতলত উপবিষ্ট। এই কথা একেবাৰে সত্য নহয়। আমি দেখিছোঁ যে ন্যায়শাস্ত্ৰ, কবিতা আৰু আন আন এনে ক্ষেত্ৰত বিজ্ঞানে অনাধিকাৰ হস্তক্ষেপ কৰিছে। ধৰ্ময়ো এনে হস্তক্ষেপ নকৰি নোৱাৰে।" আৰ্থাৎ, ধৰ্মই মাত্ৰ "কি হ'ব লাগে" সেই বিষয়েই মত প্ৰকাশ কৰি ক্ষান্ত থাকিব নালাগিব ; "কি হয়" সেই বিষয়েও ই মতপ্ৰকাশ কৰিব লাগিব। ডীন ইঞ্জেই প্ৰকাশ কৰা এই মত ছাৰৰ জে. আৰ্থাৰ টম্‌ছন আৰু ডক্টৰ মেলিন'স্কিৰ কথাতো নিহিত আছে।

আমি এই কথা মানি লোৱাটো যুগুত নে যে ধৰ্মৰ সপক্ষে বিজ্ঞানৰ চাৰিসীমাৰ বাহিৰত থকা জ্ঞানৰ এনে এক উৎস আছে, যাক "অলৌকিক প্ৰকাশ" বুলি বৰ্ণাব

পাৰি? বিতৰ্কৰ বাবে এয়া এক কঠিন প্ৰশ্ন। কঠিন এই কাৰণেই যে যিসকলে তেওঁসকলৰ ওচৰত সত্যৰ অলৌকিক প্ৰকাশ ঘটা বুলি বিশ্বাস কৰে, তেওঁসকলে সেই সত্য সম্পৰ্কে এনে ধৰণৰ নিশ্চয়তা ব্যক্ত কৰে, যি ধৰণৰ নিশ্চয়তা আমি ইন্দ্ৰিয়ৰ লক্ষ্যবস্তুৰ ক্ষেত্ৰত কৰোঁ। আমি নিজে কোনো দিনে নেদেখা দূৰবীক্ষণটোৰে বিভিন্ন বস্তু দেখা মানুহজনক বিশ্বাসত লওঁ। সেয়ে তেওঁলোকে সোধে—তেওঁলোকে যেতিয়া তেওঁলোকৰ বাবে একেদৰেই প্ৰশ্নাতীত কথাবোৰৰ বিষয়ে কয়, কিয় তেন্তে আমি তেওঁলোকৰ কথা বিশ্বাস কৰিব নালাগে?

ৰহস্যবাদী প্ৰবুদ্ধি স্বয়ং উপভোগ কৰা ব্যক্তি এগৰাকীক আকৰ্ষণ কৰিব পৰাকৈ কোনো যুক্তি দিব খোজাটো বোধহয় নিৰৰ্থক হ'ব। কিন্তু, আমি অন্যমখাই সেই সাক্ষ্য গ্ৰহণ কৰিম নে নাই, সেই বিষয়ে কিছু কথা ক'ব পৰা যায়। প্ৰথম কথা, ই গতানুগতিক পৰীক্ষা-নিৰীক্ষাৰ অধীন নহয়। বিজ্ঞানৰ মানুহ এজনে যেতিয়া এটি সম্পৰীক্ষাৰ ফলাফলখিনি আমাক কয়, তেওঁ একেলগে কিদৰে সেই সম্পৰীক্ষা সম্পন্ন কৰা হৈছে, সেই কথাও কয়। আনেও সেই সম্পৰীক্ষাৰ পুনৰাবৃত্তি কৰিব পাৰে আৰু ফলাফল নিশ্চিত নহ'লে তাক সত্য বুলি গ্ৰহণ কৰা নহয়। ৰহস্যবাদীৰ অলৌকিক দৰ্শন ঘটা পৰিস্থিতিত বহু লোকেই নিজকে ৰাখিব পাৰে আৰু তৎসত্ত্বেও একে অলৌকিক প্ৰকাশ লাভ নকৰিবও পাৰে। ইয়াৰ বিষয়ে এই ব্যাখ্যা আগবঢ়াব পাৰি যে এজন ব্যক্তিয়ে সঠিক অনুভৱ প্ৰয়োগ কৰিব লাগিব : চকু বন্ধ ৰখা এজনৰ বাবে দূৰবীক্ষণ নিৰৰ্থক। ৰহস্যবাদীৰ সাক্ষ্যৰ বিশ্বাসযোগ্যতা সম্পৰ্কীয় যুক্তি প্ৰায় অসীমভাবে দীঘলীয়া কৰি নিব পাৰি। যিহেতু যুক্তিটো বৈজ্ঞানিক, সেয়ে এক অনিশ্চিত সম্পৰীক্ষাৰ বিষয়ে কোনো এটা যুক্তি যিদৰে পৰিচালিত হ'ব, ঠিক সেইদৰে পৰিচালিত হ'বৰ বাবে বিজ্ঞান নিৰপেক্ষ হ'ব লাগিব। ইন্দ্ৰিয় প্ৰত্যক্ষ আৰু অনুমানৰ ওপৰত বিজ্ঞান প্ৰতিষ্ঠিত ; ই এইবাবেই বিশ্বাসযোগ্য হৈ পৰিছে যে আলোচ্য ইন্দ্ৰিয় প্ৰত্যক্ষসমূহ যি কোনো পৰ্যবেক্ষকে পৰীক্ষা কৰি চাব পাৰে। ৰহস্যবাদীয়ে নিজে নিশ্চিত হ'ব পাৰে যে তেওঁ 'জানে' আৰু বৈজ্ঞানিক সম্পৰীক্ষাৰ তেওঁৰ কোনো দৰকাৰ নাই। কিন্তু, যিসকলক তেওঁৰ সাক্ষ্য গ্ৰহণ কৰিবলৈ কোৱা হয়, সেইসকলে উত্তৰ মেৰুলৈ যোৱা বুলি কোৱা মানুহৰ ক্ষেত্ৰত প্ৰযুক্ত একে ধৰণৰ বৈজ্ঞানিক সম্পৰীক্ষাক তেওঁৰ সাক্ষ্যৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব। ইয়াৰ ফলাফল সম্পৰ্কে বিজ্ঞানৰ কোনো ইতিবাচক অথবা নেতিবাচক প্ৰত্যাশা থকাটো উচিত নহয়।

ৰহস্যবাদীসকলৰ পৰস্পৰৰ মাজত থকা সহমতেই হৈছে তেওঁলোকৰ সপক্ষে প্ৰধান যুক্তি। ডীন ইঞ্জেই কৈছে, "প্ৰাচীন হওক, মধ্যযুগীয় হওক, আধুনিক হওক,

প্ৰটেষ্টাণ্ট কেথ'লিক আৰু আনকি বৌদ্ধ অথবা মুছলিম হওক ৰহস্যবাদী সকলৰ মাজত যি সৌহাৰ্দ্যপূৰ্ণ সহমত তাতকৈ আশ্চৰ্যকৰ কথা মই নাজানো ; অৱশ্যে খ্ৰীষ্টান ৰহস্যবাদীসকলেই আটাইতকৈ বেছি বিশ্বাসযোগ্য।" এই যুক্তিৰ শক্তিৰ মই অৱমূল্যায়ন কৰিব খোজা নাই; কথাটো বহুদিন আগতে "ৰহস্যবাদ আৰু তৰ্কশাস্ত্ৰ" (Mysticism and Logic) নামৰ গ্ৰন্থত স্বীকাৰ কৰিছো। ৰহস্যবাদীসকল তেওঁলোকৰ অভিজ্ঞতাক মৌখিক প্ৰকাশ্যৰূপ দিয়াৰ সামৰ্থ্যৰ ক্ষেত্ৰত পৰস্পৰৰ পৰা বহুখিনি পৃথক হয়। কিন্তু মই ভাবো যে তেওঁলোকৰ আটাইতকৈ কৃতকাৰ্যসকলৰ আটায়ে এইকেইটা মত পোষণ কৰে বুলি আমি ধৰি ল'ব পাৰো ঃ (১) সকলো বিভাজন আৰু পৃথকতা অবাস্তৱ আৰু বিশ্বব্ৰহ্মাণ্ড হৈছে এক অবিভাজ্য ঐক্য; (২) অশুভৰ ধাৰণাটো ভ্ৰমাত্মক আৰু ব্ৰহ্মাণ্ডৰ কোনো অংশক আত্মনিৰ্ভৰশীল বুলি ভুলকৈ বিবেচনা কৰাৰ পৰাই এই ভ্ৰমৰ উৎপত্তি; (৩) সময় অবাস্তৱ আৰু বাস্তৱটো হৈছে নিত্য, নিত্য চিৰকলীয়া অৰ্থত নহয়, সম্পূৰ্ণৰূপে সময়ৰ উৰ্ধস্থ অৰ্থতহে। আটাইবোৰ ৰহস্যবাদীয়ে সম্মত হোৱা বিষয়সমূহৰ এয়া সম্পূৰ্ণ খতিয়ান বুলি মই ক'ব খোজা নাই, কিন্তু মই উল্লেখ কৰা স্বীকাৰ্য তিনিটা সমগ্ৰ বিষয়টোৰ প্ৰতিনিধিস্বৰূপ হ'ব পাৰে। আমি নিজকে এতিয়া এখন আদালতৰ ৰায়-পৰ্যালোচকমণ্ডলী বুলি কল্পনা কৰোঁহ'ক ; আমাৰ কাম হ'ব উপৰোক্ত কিছু আশ্চৰ্যকৰ উক্তি তিনিটা আগবঢ়োৱা সাক্ষীসকলৰ বিশ্বাসযোগ্যতাৰ ওপৰত ৰায় দান কৰা।

প্ৰথমতে, আমি দেখিম যে এক নিৰ্দিষ্ট বিন্দুলৈ সাক্ষীসকলে সহমত প্ৰকাশ কৰে, কিন্তু সেই বিন্দু পাৰ হৈ যোৱাৰ পিছতে তেওঁলোকে সম্পূৰ্ণৰূপে পৰস্পৰাৰ প্ৰতি অসম্মতি দেখুৱায়; সম্মতি আৰু অসম্মতি দেখুৱাওতে তেওঁলোক ঠিক একে ধৰণে দৃঢ়নিশ্চিত হৈ থাকে। প্ৰটেষ্টাণ্ট নহয় কেথ'লিকেহে কুমাৰী মাতৃয়ে দেখা দিয়া আলৌকিক দৰ্শন পাব পাৰে; বৌদ্ধই নহয় খ্ৰীষ্টান আৰু মুছলিমেহে মুখ্য দেৱদূত গেব্ৰিয়েলে প্ৰকাশ কৰা মহান সত্যসমূহ পাব পাৰে; তাওৰ চীনা ৰহস্যবাদীসকলে তেওঁলোকৰ কেন্দ্ৰীয় মতবাদৰ প্ৰত্যক্ষ পৰিণতি হিচাপেই আমাক ক'ব পাৰে যে চৰকাৰ মানেই বেয়া, অথচ তাৰ বিপৰীতে বেছিভাগ ইউৰোপীয় আৰু মুছলিম ৰহস্যবাদীয়ে সমান আত্মবিশ্বাসেৰে সাংবিধানিক কৰ্তৃপক্ষৰ প্ৰতি আনুগত্য দেখুৱাবলৈ আহ্বান জনায়। যিবোৰ বিষয়ত তেওঁলোকৰ প্ৰাৰ্থক্য থাকে সেইবোৰ বিষয়ত প্ৰতিটো গোটেই আনবোৰ গোটক বিশ্বাসযোগ্য নহয় বুলি যুক্তি দৰ্শাব। সেয়ে যদি মাথোঁ এক বিচাৰমূলক সাফল্যতে আমি সন্তুষ্ট হওঁ, তেন্তে আমি আঙুলিয়াই দিব পাৰোঁ যে বেছিভাগ ৰহস্যবাদীয়েই বেছিভাগ ক্ষেত্ৰত বেছিভাগ অন্য ৰহস্যবাদীক বিভ্ৰান্ত হোৱা বুলি ভাবে। অৱশ্যে তেওঁলোকৰ মতপাৰ্থক্য ঘটা বিষয়সমূহৰ তুলনাত

তেওঁলোকৰ ঐক্য থকা বিষয়সমূহৰ গুৰুত্ব বেছি বুলি সন্মত হৈ তেওঁলোকে আমাৰ সাফল্যক আধা কৰি পেলাব পাৰে। যি কি নহওক আমি ধাৰণা কৰিব পাৰোঁ যে তেওঁলোকে তেওঁলোকৰ পাৰ্থক্যসমূহ সজাই লৈছে আৰু তিনিটা বিষয়ত সুৰক্ষা ব্যৱস্থা ঘণীভূত কৰিছে—এই তিনিটা বিষয় হৈছে জগতৰ ঐক্য, অশুভৰ ভ্ৰমাত্মক প্ৰকৃতি আৰু সময়ৰ অবাস্তৱতা নিৰপেক্ষ বহিৰাগত হিচাপে আমি তেওঁলোকৰ সৰ্বসন্মত সাক্ষ্যৰ ক্ষেত্ৰত কি সম্পৰীক্ষা প্ৰয়োগ কৰিব পাৰোঁ?

বৈজ্ঞানিক মেজাজৰ মানুহ হিচাপে আমি নিজেই সেই একেখিনি সাক্ষ্য কি উপায়ে পোনপটীয়াকে পাব পাৰো, সেই কথা স্বাভাৱিকতে প্ৰথমে সুধিম। এই প্ৰশ্নৰ আমি বিভিন্ন উত্তৰ পাম। আমাক কোৱা হ'ব পাৰে যে স্পষ্টভাৱে আমাৰ মনৰ এক গ্ৰহণক্ষম সজ্জা নাই আৰু আমাৰ প্ৰয়োজনী বিনয়ৰ অভাৱ; অথবা (যদিহে আমাৰ সাক্ষী ভাৰতীয় বা চীনা হয়) আগতীয়াকৈ আহৰণ কৰিবলগীয়া দৰকাৰী কথাটো হৈছে শ্বাস-প্ৰশ্বাস অনুশীলনৰ এক প্ৰশিক্ষণ। মোৰ বিশ্বাস আমি দেখা পাম যে সম্পৰীক্ষামূলক সাক্ষ্যৰ ভাৰ এই শেষৰটো দৃষ্টিভংগীৰ সপক্ষে আছে, অৱশ্যে উপবাসকো ফলদায়ক বুলি প্ৰায়ে দেখা গৈছে। দৰাচলতে যোগ বুলি এক সুসংজ্ঞাবদ্ধ দৈহিক নিয়মানুবৰ্তী অনুশীলন আছে। ৰহস্যবাদীৰ নিশ্চিত জ্ঞান সম্ভৱ কৰাৰ বাবে এই অনুশীলন কৰা হয় আৰু এনে অনুশীলন কৰাসকলে বেছ প্ৰত্যয়েৰে আনকো এই অনুশীলনৰ বাবে পৰামৰ্শ দিয়ে।* শ্বাস-প্ৰশ্বাসৰ ব্যায়ামে হৈছে ইয়াৰ সবাতকৈ জৰুৰী বৈশিষ্ট্য আৰু আমাৰ উদ্দেশ্যৰ স্বাৰ্থতে আমি বাকীবোৰ উলাই কৰিব পাৰোঁ।

যোগ সাধনাই অন্তৰ্দৃষ্টিমূলক জ্ঞান দিয়ে বোলা কথাষাৰ আমি কিদৰে পৰীক্ষা কৰিব পাৰোঁ, তাক চোৱাৰ বাবে কৃত্ৰিমভাৱে এই কথাষাৰ আমি সৰলীকৃত কৰি লওঁহ'ক। অনেক মানুহে আমাক নিশ্চিতকৈ কোৱা বুলি ধৰি লওঁহ'ক যে যদি এছোৱা নিৰ্দিষ্ট সময়ৰ বাবে এক নিৰ্দিষ্ট ধৰণে আমি শ্বাস গ্ৰহণ কৰোঁ, তেন্তে আমি পতিয়ন যাম যে সময় অবাস্তৱ। আৰু অলপ আগবাঢ়ি আমি ধৰি লওঁ যে তেওঁলোকৰ কাৰ্যনিৰ্দেশনা পৰীক্ষা কৰোঁতে আমি নিজেও তেওঁলোকে বৰ্ণনা কৰা ধৰণৰ মানসিক অৱস্থা এটাৰ অভিজ্ঞতা লাভ কৰিলো। কিন্তু এতিয়া শ্বাস-প্ৰশ্বাসৰ স্বাভাৱিক ধৰণটোলৈ উভতি আহি সেই অলৌকিক দাৰ্শনিক বিশ্বাসত লওঁ নে নলওঁনে, তাকে লৈ আমি একেবাৰে খাটাং হ'ব নোৱাৰো। এই কথাটো আমি কিদৰে অনুসন্ধান কৰিম?

---

* চীন দেশৰ শ্বসন বিষয়ে Waley -ৰ "The Way and its Power." গ্ৰন্থৰ ১১৭-১১৮ নম্বৰ পৃষ্ঠাত চাওক।

প্ৰথম কথা, সময় অবাস্তৱ বুলি কৈ কি বুজাব পাৰি? যদিহে আমি যি কৈছোঁ তাকে বুজাইছো, তেনেহ'লে আমি নিশ্চয় বুজাইছো যে "এই ঘটনা সেই ঘটনাৰ আগৰ"—এনে উক্তিসমূহ "ট্ৱাছ ব্ৰিলিগ্"—অৰ নিচিনাকৈ অৰ্থশূন্য হুটুগোলহে মাথোঁন। আমি যদি ইয়াতকৈ কম কিবা ধৰি লওঁ (উদাহৰণস্বৰূপে, পূৰ্ববৰ্তী-পৰবৰ্তী সম্পৰ্কই ঘটনাসমূহক যি ক্ৰমত ৰাখে, সেই ক্ৰমতে ৰখা এক পৃথক সম্পৰ্কৰ কথা আমি ধৰি ল'ব পাৰো) তেন্তে আমি এনে কোনো কথা প্ৰকাশ কৰা নহ'ব যিয়ে আমাৰ দৃষ্টিভংগীত কিবা বাস্তৱ পৰিৱৰ্তন সাধিব পাৰে। ই প্ৰায় লেখীয়া কথা ধৰি লোৱা যেন হ'ব যে "ইলিয়াড" হোমাৰে লিখা নাছিল, একে নামৰ আন এজন মানুহেহে লিখিছিল। আমি ধৰি ল'ব লাগিব যে 'ঘটনা' বুলি একোৱেই নাই; সময়ৰ শোভাযাত্ৰাৰ বিভ্ৰান্তকাৰী ৰূপৰ অন্তৰালত সোমাই থকা বাস্তৱক সামৰি বিশ্ব-ব্ৰহ্মাণ্ডৰ মাথোঁন এক বিশাল সামগ্ৰিকতা থাকিব লাগিব। পূৰ্ববৰ্তী আৰু পৰবৰ্তী ঘটনাসমূহৰ স্পষ্ট পাৰ্থক্যৰ সৈতে সংগতি থকা একোৱেই বাস্তৱত থাকিব নালাগিব। আমি জন্মো, তাৰ পিছত ডাঙৰ হওঁ আৰু তাৰ পিছত মৰো বুলি কোৱাটো আমি মৰো, সৰু হওঁ আৰু অৱশেষত জন্মো বুলি কোৱাটোৰ সমানে মিছা। যাক আমাৰ ব্যক্তিগত জীৱন যেন লাগে, সেয়া হৈছে বিশ্বব্ৰহ্মাণ্ডৰ কালাতীত আৰু অবিভাজ্য সত্তাৰ পৰা এটি উপাদানৰ ভ্ৰমাত্মক বিচ্ছিন্নকৰণহে মাথোঁন। উন্নতি আৰু অৱক্ষয়ৰ মাজত কোনো পাৰ্থক্য নাই, সুখত সমাপ্তি ঘটা দুখ আৰু দুখত সমাপ্তি ঘটা সুখৰ মাজত কোনো পাৰ্থক্য নাই। আপুনি যদি এটা মৃতদেহত এখন ডেগাৰ সোমাই থকা দেখে, মানুহজন ডেগাৰৰ আঘাততে মৰিছে নে তেওঁৰ মৃত্যুৰ পিছতহে তেওঁৰ গাত ডেগাৰখন সুমুৱাই দিয়া হৈছে, সি একো গুৰুত্বপূৰ্ণ বিচাৰ্য বিষয় নহয়। যদিহে এই মত সত্য, তেন্তে ই যে কেৱল বিজ্ঞানৰে বাৰটা বজাব তেনে নহয়, বাস্তৱবুদ্ধি, আশা আৰু পুৰুষাৰ্থৰো অন্ত পেলাব; এই মত পাৰ্থিব প্ৰজ্ঞাৰ সৈতে খাপ নাখায় আৰু যি নৈতিকতা ধৰ্মৰ বাবে বেছি জৰুৰী, তাৰ লগতো খাপ নাখায়।

অৱশ্যে, বেছিভাগ ৰহস্যবাদীয়ে তেওঁলোকৰ সামগ্ৰিক মতৰ মাজত এই সিদ্ধান্তসমূহ গ্ৰহণ নকৰে, কিন্তু তেওঁলোকে এনে মতবাদ প্ৰণোদিত কৰে, য'ৰপৰা অনিবাৰ্যভাৱে এই সিদ্ধান্তসমূহ অনুসৃত হয়। উদাহৰণস্বৰূপে, ডীন ইঙেই বিৱৰ্তনৰ ধাৰণাৰ সৈতে সম্পৰ্ক ৰখা বিধৰ ধৰ্মক অগ্ৰাহ্য কৰিছে, কাৰণ এনে ধৰ্মই এক সময় জড়িত প্ৰক্ৰিয়াক বহুত বেছি গুৰুত্ব দিয়ে। তেওঁ কয় "প্ৰগতিৰ কোনো নিয়ম দুনিয়াত নাই আৰু দুনিয়াত বিশ্বজাগতিক প্ৰগতি বুলি একো এটা নাই। তেওঁ পুনৰ কৈছে: "স্বয়ংক্ৰিয়, বিশ্বজাগতিক প্ৰগতিৰ মতবাদে, বহু ভিক্টোৰীয় লোকৰ অযাজকীয় ধৰ্মই, এক অসুবিধাৰ মাজত শ্ৰম কৰিবলগীয়া হৈছে। অসুবিধাটো এয়ে যে

নিশ্চিতকৈ অসত্য বুলি প্ৰমাণ কৰিব পৰা ইয়েই প্ৰায় একমাত্ৰ দাৰ্শনিক তত্ত্ব।" এই বিষয়টো পৰৱৰ্তী সময়ত মই আলচ কৰিম। কিন্তু, সম্প্ৰতি এই বিষয়ত মই নিজকে এই ডীনগৰাকীৰ সৈতে সম্মত যেন পাইছোঁ। কেবাটাও কাৰণত তেওঁৰ প্ৰতি মোৰ অতি উচ্চ পৰ্যায়ৰ শ্ৰদ্ধাৰ ভাবো আছে। কিন্তু, মই নিশ্চিত বুলি ভবা আটাইবোৰ অনুমান স্বাভাৱিকতে তেওঁ তেওঁৰ প্ৰস্তাৱনাসমূহৰ পৰা উলিওৱা নাই।

ৰহস্যবাদৰ মতবাদটোক ভেঙুচালি নকৰা দৰকাৰ। মই ভাবো ইয়াৰ অভ্যন্তৰত প্ৰজ্ঞা আছে। সময় প্ৰত্যাখ্যানৰ পৰা অনুসৃত চৰম পৰিণতিসমূহ ই কিদৰে এৰাই চলিব বিচাৰে, তাকে আমি চাওহক।

ৰহস্যবাদৰ ওপৰত প্ৰতিষ্ঠিত দৰ্শনৰ পাৰ্মেনাইড্‌ছ (Parmenides)-অৰ পৰা হেগেললৈকে এক মহাপৰম্পৰা আছে। পাৰ্মেনাইড্‌ছে কৈছে ঃ "যি আছে, সেয়া অসৃষ্ট আৰু অবিনাশী; কাৰণ ই সম্পূৰ্ণ, অনড়-অচৰ আৰু অন্তহীন। ই কোনোকালে অতীতত নাছিল, কোনোকালে ভৱিষ্যতত নাথাকিব; কাৰণ ই বৰ্তমানতহে স্থিত, সামগ্ৰিকভাৱে সমকালীন, এক অবিৰত বস্তু।"* তেৰেঁই অধিবিদ্যাত আপাত ৰূপ আৰু বাস্তৱৰ প্ৰভেদাত্ম ধাৰণাৰ সূচনা ঘটাইছিল। ইহঁত দুটাক তেওঁ অভিহিত কৰিছিল ক্ৰমে মতামতৰ পথ আৰু সত্যৰ পথ বুলি। এইটো পৰিস্কাৰ যে সময়ৰ বাস্তৱতাক নাকচ কৰা যি কোনো লোকেই এনে কিবা প্ৰভেদৰ কথা আনিব লাগিব, কাৰণ জগতখন সময়ৰ বুকুত থকা "যেন দেখি"। এইটোও পৰিস্কাৰ যে যদিহে দৈনন্দিন অভিজ্ঞতা সম্পূৰ্ণৰূপে ভ্ৰমাত্মক হ'ব নালাগে তেন্তে আপাত ৰূপ আৰু তাৰ অন্তৰালত থকা বাস্তৱৰ মাজত কিবা সম্পৰ্ক থাকিবই লাগিব। এইখিনিতে আটাইতকৈ ডাঙৰ সমস্যাৰ উদ্ৰেক হয় ঃ যদিহে আপাত ৰূপ আৰু তাৰ বাস্তৱ ৰূপৰ মাজৰ সম্পৰ্ক অতি ঘনিষ্ঠ কৰা হয়, তেনেহ'লে আপাত ৰূপৰ অপ্ৰিয় দিশসমূহৰ একোটা অপ্ৰিয় প্ৰতিৰূপ বাস্তৱতো থাকিব। আকৌ যদি এই সম্পৰ্ক অতি দূৰৱৰ্তী কৰা হয়, তেন্তে আপাত ৰূপৰ প্ৰকৃতিৰ পৰা আমি বাস্তৱৰ বিষয়ে অনুমান কৰিব নোৱাৰিম আৰু হাৰ্বাৰ্ট স্পেন্সাৰে কোৱাৰ নিচিনাকৈ বাস্তৱ হৈ পৰিব এক অস্পষ্ট অজ্ঞেয় বস্তু। খ্ৰীষ্টানলোকৰ বাবে ইয়াৰ সৈতে সংশ্লিষ্ট আছে সৰ্বেশ্বৰবাদ পৰিহাৰ কৰাৰ অসুবিধা ঃ যদি দৃশ্যমান জগত আপাতহে মাত্ৰ, তেন্তে ঈশ্বৰে একো সৃষ্টি কৰা নাছিল আৰু জগতখনৰ সৈতে সংগতি থকা বাস্তৱ ঈশ্বৰৰেই এক অংশ; কিন্তু, জগতখন যদি কিবা পৰিমাণে বাস্তৱ আৰু ঈশ্বৰৰ পৰা পৃথক, তেন্তে ৰহস্যবাদৰ এক লাগতিয়াল মতবাদ

---

*বাৰ্ণেটৰ "প্ৰাক্ গ্ৰীক দৰ্শন" (Early Greek Philosophy) শীৰ্ষক গ্ৰন্থৰ ১৯৯ নং পৃষ্ঠাৰ পৰা উদ্ধৃত।

বিশ্বৰ সামগ্ৰিকতাৰ ধাৰণাটো আমি বৰ্জন কৰিব লাগিব আৰু আমি এইদৰে ধৰি ল'বলৈও বাধ্য যে জগতখন বাস্তৱ হ'ব লাগিলে ইয়াত অন্তৰ্ভুক্ত অশুভখিনিও বাস্তৱ হ'ব লাগিব। এনেবোৰ সমস্যাই এজন ৰক্ষণশীল খ্ৰীষ্টানৰ বাবে চৰম ৰহস্যবাদক বৰ অসুবিধাজনক কৰি তোলে। উদাহৰণস্বৰূপে, বাৰ্মিংহামৰ বিছপে কৈছে ঃ "সকলো ধৰণৰ সৰ্বেশ্বৰবাদকে..... প্ৰত্যাখ্যান কৰিবই লাগিব বুলি মোৰ ভাব হয় কাৰণ, যদি মানুহ সঁচাকৈয়ে ঈশ্বৰৰ অংশ, তেন্তে মানুহৰ মাজত থকা অশুভও ঈশ্বৰত নিহিত আছে।"

এই গোটেই সময়ছোৱাতে আমাক ৰহস্যবাদীসকলৰ সাক্ষ্য মনোযোগেৰে শুনি থকা এক ৰায়-পৰ্যালোচকমণ্ডলী হিছাপে মই ধৰি আহিছোঁ। লগতে ধৰি আহিছো যে এই মণ্ডলীয়ে উক্ত সাক্ষ্য গ্ৰহণ কৰিব নে বৰ্জন কৰিব, তাৰ সিদ্ধান্ত কৰাৰ বাবে চেষ্টা কৰি আহিছে। ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ বাস্তৱতা তেওঁলোকে প্ৰত্যাখ্যান কৰোঁতে, আমি যদি তেওঁলোকে "বাস্তৱতা"ৰ জৰিয়তে আদালতত ব্যৱহৃত গতানুগতিক অৰ্থটোকে বুজোৱা বুলি ধৰি লওঁ, তেন্তে তেওঁলোকে কোৱা কথা বৰ্জন কৰিবলৈ আমাৰ কুণ্ঠা হ'ব নালাগে। কাৰণ, তেনে ক্ষেত্ৰত আমি দেখিম বা তেওঁলোকৰ কথা আন সকলো সাক্ষ্য-প্ৰমাণৰ বিৰুদ্ধে গৈছে আৰু আনকি তেওঁলোকৰ নিজৰে পাৰ্থিৱ মুহূৰ্তৰ সাক্ষ্যৰ বিৰুদ্ধে গৈছে। সেয়ে "বাস্তৱতা'ৰ আমি অন্য অৰ্থ বিচাৰিব লাগিব। মই বিশ্বাস কৰোঁ যে ৰহস্যবাদীসকলে "বাস্তৱতা" আৰু "আপাত ৰূপ"ৰ প্ৰভেদ দেখুৱাওতে, "বাস্তৱতা" শব্দটোৰ এক যৌক্তিক তাৎপৰ্য নহয়, এক আবেগিক তাৎপৰ্যহে থাকে। কোনো কোনো ক্ষেত্ৰত এই তাৎপৰ্যৰ গুৰুত্ব আছে। যেতিয়া কোৱা হয় এই যে "সময় অবাস্তৱ", ক'ব লগা কথাটো হ'ল যে কোনো কোনো অৰ্থত আৰু কোনো কোনো ক্ষেত্ৰত বিশ্বব্ৰহ্মাণ্ডখনক এক সামগ্ৰিক ৰূপত ধাৰণা কৰাটো প্ৰয়োজন—যিদৰে সৃষ্টিকৰ্তাই (যদিহে তেওঁ আছে) ইয়াক সৃষ্টি কৰিবলৈ লওঁতে নিশ্চয় ধাৰণা কৰিছিল। এইদৰে ধাৰণা কৰিলে সকলো প্ৰক্ৰিয়াই এক অখণ্ড সামগ্ৰিকতাৰ মাজত সোমাই পৰে; অতীত, বৰ্তমান আৰু ভৱিষ্যত কোনো অৰ্থত একেলগেই স্থিত হয় আৰু আমাৰ জগত-উপলব্ধিৰ গতানুগতিক পথসমূহে বৰ্তমানক যি অগ্ৰগণ্য বাস্তৱতা দিছে, সেয়াও সি ইয়াত হেৰুৱায়। যদি এই ব্যাখ্যা গ্ৰহণযোগ্য, তেন্তে ৰহস্যবাদে এক বাস্তৱ সত্য প্ৰকাশ কৰাৰ পৰিবৰ্তে এক আবেগহে প্ৰকাশ কৰে ; ই একো প্ৰতিপন্ন নকৰে আৰু সেইবাবে বিজ্ঞানে তাক সাব্যস্তও কৰিব নোৱাৰে, তাৰ বিৰুদ্ধাচৰণো কৰিব নোৱাৰে। ৰহস্যবাদীয়ে নিশ্চয়োক্তি প্ৰদান কৰা কথাটোৰ অন্তৰালত আছে বৈজ্ঞানিক যুক্তিসিদ্ধতাৰ পৰা আবেগিক গুৰুত্বক পৃথক কৰাৰ বাবে তেওঁলোকৰ অসমৰ্থতা। অৱশ্যে তেওঁলোকে এই দৃষ্টিভংগীটো গ্ৰহণ

কৰিব বুলি যিখিনি বুজিছোঁ, বৈজ্ঞানিক বুদ্ধিসত্তাৰ বাবে বিৰক্তিকৰ নোহোৱাকৈ তেওঁলোকৰ দাবীবো কিবা কিছু মানি ল'ব পৰা এইটোৱেই একমাত্ৰ দৃষ্টিভংগী।

ৰহস্যবাদীসকলৰ নিঃসংশয়তা আৰু আংশিক সৰ্বসম্মতি তেওঁলোকৰ সাক্ষ্যক সত্য বুলি গ্ৰহণ কৰাৰ সপক্ষে নিৰ্ণায়ক যুক্তি হ'ব নোৱাৰে। বিজ্ঞানীয়ে যেতিয়া তেওঁ দেখাখিনি আনেও দেখাটো বিচাৰে, তেতিয়া তেওঁ অনুবীক্ষণ বা দূৰবীক্ষণ যন্ত্ৰটোৰ দিহা লগায়। অৰ্থাৎ, তেওঁ বহিৰ্জগতত কিছু পৰিৱৰ্তন সাধন কৰে, কিন্তু পৰ্যবেক্ষকৰ পৰা তেওঁ মাত্ৰ বিচাৰে স্বাভাৱিক দৃষ্টিশক্তি। কিন্তু, ৰহস্যবাদীয়ে বিচাৰে পৰ্যবেক্ষকৰে পৰিৱৰ্তন, যি পৰিৱৰ্তন আহে উপবাস শ্বাস-প্ৰশ্বাসৰ ব্যায়াম আৰু বহিৰ্জাগতিক পৰ্যবেক্ষণৰ পৰা ক্ষান্ত থকাৰ জৰিয়তে। (কোনো কোনোৱে এনে অনুশীলনৰ বিৰুদ্ধে আপত্তি কৰে আৰু ভাবে যে ৰহস্যবাদী জ্ঞানালোক কৃত্ৰিম উপায়েৰে পাব নোৱাৰি। বৈজ্ঞানিক দৃষ্টিৰে চালে ক'ব পাৰি যে যোগৰ ওপৰত নিৰ্ভৰ কৰাসকলৰ কথাৰ তুলনাত এই আপত্তিয়ে আপত্তিকাৰীসকলৰ কথাবোৰ পৰীক্ষা কৰি চোৱাটো বেছি সমস্যাপূৰ্ণ কৰি তোলে। কিন্তু, প্ৰায় সকলোৱেই এই কথাত একমত যে উপবাস আৰু কৃচ্ছ্ৰসাধনকাৰী জীৱন এইক্ষেত্ৰত সহায়ক।) আমি আটায়ে জানো যে কানি, ভাং আৰু এলক'হলবো পৰ্যবেক্ষকৰ ওপৰত কেতবোৰ প্ৰভাৱ থাকে। আমি যিহেতু এই প্ৰভাৱবোৰ প্ৰশংসনীয় বুলি নাভাবো, সেয়ে আমাৰ বিশ্বজগত সম্পৰ্কীয় তত্ত্বৰ ক্ষেত্ৰত আমি সিবোৰক বিবেচনা কৰা নাই। কোনো কোনো সময়ত সিবোৰে আনকি সত্যৰ টুকুৰা বিশেষো প্ৰকাশ কৰে। কিন্তু, তাকেই আমি সাৰ্বজনীন প্ৰজ্ঞাৰ উৎস বুলি নধৰো। সাপ দেখা মদপীজনে পিছত নাভাবে যে আনৰ পৰা গোপন হৈ থকা এক বাস্তৱৰে প্ৰকাশ তেওঁ প্ৰত্যক্ষ কৰিছে। অৱশ্যে, ইয়াৰ লগত কিছু মিল থকা কিবা বিশ্বাসেই নিশ্চয় বেকাচ (Bacchus)[১৩]-অৰ উপাসনাৰ উত্থান ঘটাইছিল। আমাৰ নিজৰ দিনতে উইলিয়াম্ জে'মছে এনে মানুহ থকাৰ কথা কৈছে * যিসকলে মানুহে বিশ্বাস কৰিছিল যে হাঁহওৱা গেছ (laughing-gas)-এ সৃষ্টি কৰা ৰাগীয়ে স্বাভাৱিক সময়ত গুপুত হৈ থকা সত্যৰ প্ৰকাশ ঘটায়। বৈজ্ঞানিক দৃষ্টিভংগীৰ পৰা চালে আমি সামান্য পৰিমাণে অন্ন খাই স্বৰ্গ দেখা মানুহজন আৰু বহুত পৰিমাণে মদ পি সাপ দেখা মানুহজনৰ মাজত পাৰ্থক্য ৰাখিব নোৱাৰো। প্ৰতিপক্ষীৰে শাৰীৰিক পৰিস্থিতি অস্বাভাৱিক আৰু সেয়ে প্ৰতিপক্ষীয়ে ইন্দ্ৰিয় প্ৰত্যক্ষও অস্বাভাৱিক। স্বাভাৱিক ইন্দ্ৰীয় প্ৰত্যক্ষ যিহেতু জীৱন-সংগ্ৰামৰ বাবে ফলদায়ক হ'ব লাগিব, সেয়ে বাস্তৱ

---

* তেওঁৰ "ধৰ্মীয় অভিজ্ঞতাৰ বৈচিত্ৰ্য" (Varieties of Religious Experience) চাওক।

তথ্যৰ লগতো ইয়াৰ সামঞ্জস্য থাকিব লাগিব। কিন্তু, অস্বাভাবিক ইন্দ্ৰিয়প্ৰত্যক্ষত এনে কোনো সামঞ্জস্য আশা কৰাৰ যুক্তি নাই। সেয়ে স্বাভাবিক ইন্দ্ৰিয়প্ৰত্যক্ষতকৈ ইয়াৰ গুৰুত্ব অধিক হ'ব নোৱাৰে। ৰহস্যবাদী আৱেগ যদি অবিহিত বিশ্বাসসমূহৰ পৰা মুক্ত হয় আৰু জীৱনৰ গতানুগতিক কামকাজৰ পৰা মানুহ এজনক সম্পূৰ্ণৰূপে আঁতৰাই নিব পৰাকৈ সি যদি প্ৰবল নহয়, তেন্তে এনে আৱেগে বৰ মহৎ মূল্যৰ কিবা-কিছু দিব পাৰে—ই এক উচ্চতৰ ৰূপত, ধ্যান-চিন্তাই প্ৰদান কৰা কথাৰ লগত একেই। উদাৰতা সৌম্যভাব আৰু গভীৰতা— এই আটাইৰে উৎস হ'ব পাৰে এই আৱেগ। সাময়িকভাৱে এই আৱেগৰ মাজতে সকলো আত্মকেন্দ্ৰিক আকাঙ্ক্ষাৰ মৃত্যু ঘটে আৰু মানৱ মন হৈ পৰে বিশ্বব্ৰহ্মাণ্ডৰ বিশালতাৰে এক দাপোণ। যাৰ এই অভিজ্ঞতা আছে আৰু যিয়ে ইয়াক বিশ্বব্ৰহ্মাণ্ডৰ প্ৰকৃতি সম্পৰ্কীয় নিশ্চয়োক্তিসমূহৰ সৈতে অপৰিহাৰ্যভাৱেঁ সাঙোৰ খাই থকা বুলি ভাবে, তেনে ব্যক্তিয়ে এই নিশ্চয়োক্তিসমূহ ধৰি থাকিবই। মই নিজে নিজে ভাবোঁ যে এই নিশ্চয়োক্তিসমূহ অদৰকাৰী আৰু যিবোৰক সত্য বুলি ভবাৰো কোনো কাৰণ নাই। বিজ্ঞানৰ বাদে সত্যত উপনীত হোৱাৰ আন কোনো পদ্ধতিকে মই মানি ল'ব নোৱাৰো। কিন্তু, আৱেগৰ জগতত ধৰ্মৰ উত্থান ঘটোৱা অভিজ্ঞতাসমূহৰ মূল্যও মই অস্বীকাৰ নকৰোঁ। কেতবোৰ মিছা বিশ্বাসৰ সৈতে সহযুক্ত হৈ এনে অভিজ্ঞতাসমূহে ভালৰ লগতে বহু বেয়া ফলবো জন্ম দিছে। আশা কৰিব পাৰি যে এনে অশুভ সংযোগৰ পৰা ইবোৰ মুক্ত হ'ব পাৰিলে, অকল ভাল ফলখিনিয়ে থাকি যাব।

□□□

# অষ্টম অধ্যায়

# মহাজাগতিক অভিপ্ৰায়

ধৰ্মৰ প্ৰতি বৈৰিতা অথবা উদাসীনতাৰ ভাব নোলোৱা বিজ্ঞানৰ সৈতে জড়িত আধুনিক মানুহখিনিয়ে এটা বিশ্বাস পুহি ৰাখে। পূৰ্বৰ উগ্ৰমতসমূহৰ ধ্বংসস্তুপৰ মাজতো এই বিশ্বাস টিকি থকাটো সম্ভৱ বুলি তেওঁলোকে ভাবে। আৰু ই হৈছে মহাজাগতিক উদ্দেশ্যৰ প্ৰতি থকা বিশ্বাস। একেদৰে ধৰ্মতাত্ত্বিকসকলেও ইয়াক তেওঁলোকৰ মতাৱলীৰ কেন্দ্ৰীয় উপাদান হিছাপে ৰাখিছে। আলোচ্য মতবাদটোৰ বিভিন্ন ৰূপ আছে। কিন্তু, এই আটাইবোৰ ৰূপৰে এক সাধাৰণ উপাদান হৈছে এই যে নীতিগতভাৱে মূল্যবান কিবা এটাৰ ফালে পোনাই থকা বিবৰ্তনৰ ধাৰণাটো আটাইবোৰতে নিহিত আছে। এই 'মূল্যবান কিবা' টোৱেই কোনো এক অৰ্থত বিবৰ্তনৰ দীঘলীয়া প্ৰক্ৰিয়াটোক যুক্তিযুক্ততা প্ৰদান কৰিছে। আমি দেখিছিলোঁ যে ছাৰ জে. আৰ্থাৰ টমছনে বিজ্ঞানক অসম্পূৰ্ণ বুলি ধাৰণা কৰিছিল, কাৰণ ই 'কিয়?'— এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। তেওঁ ভাবিছিল যে ধৰ্মই দিব পাৰে সেই উত্তৰ। নক্ষত্ৰবোৰৰ সৃষ্টি কিয় হ'ল? সূৰ্যই গ্ৰহবোৰৰ জন্ম দিলে কিয়? পৃথিৱী কিয় শীতল হৈ আহিছিল আৰু কিয় সেইদৰে ই অৱশেষত জীৱনৰ উত্থান ঘটাইছিল? কাৰণ, সদৌশেষত চমৎকাৰ কিবা ফল ওলাব লগা আছে— কি সেই ফল মই একেবাৰে খাটাংকৈ নাজানো, কিন্তু মোৰো বিশ্বাস যে সেই ফল হৈছে বৈজ্ঞানিক ধৰ্মতাত্ত্বিকসকল আৰু ধৰ্মভাবাপন্ন বিজ্ঞানীসকল।

এই মতবাদৰ তিনিটা বিভিন্ন ৰূপ আছে—আস্তিকতাবাদী, সৰ্বেশ্বৰবাদী আৰু যাক অভিহিত কৰিব পাৰি "উত্থানবাদী" (Emergent)। ইয়াৰে প্ৰথমটো হৈছে আটাইতকৈ সৰল আৰু আটাইতকৈ ৰক্ষণশীল। ইয়াৰ মতে ঈশ্বৰে জগতখন সৃষ্টি কৰিছিল আৰু লগতে প্ৰকৃতিৰ নিয়মসমূহ প্ৰণয়ন কৰিছিল কাৰণ সময়ত কিবা শুভ ফল বিকশিত হ'ব বুলি আগতীয়াকৈয়ে তেওঁৰ অৱগত হৈছিল। এই মত অনুসাৰে মহাজাগতিক উদ্দেশ্য স্ৰষ্টাৰ মনত সচেতন ভাৱেই উপস্থিত, যি স্ৰষ্টা তেওঁৰ সৃষ্টিৰ পৰা বাহিৰত।

সৰ্বেশ্বৰবাদী মত অনুসাৰে ঈশ্বৰ বিশ্বজগতৰ বাহিৰত নাথাকে, কিন্তু সামগ্ৰিক অৰ্থত তেঁৱেই বিশ্বজগত। সেয়ে সৃষ্টিকাৰ্য বুলি একো কথা থাকিব নোৱাৰে। কিন্তু

বিশ্বজগতত আছে এক ধৰণৰ সৃষ্টিশীল শক্তি। এই শক্তিয়ে এক আঁচনি অনুসাৰে বিশ্বজগতৰ বিকাশ ঘটায় আৰু বিকাশৰ গোটেই প্ৰক্ৰিয়াটোতে উক্ত আঁচনি সৃষ্টিশীল শক্তিটোৱে মনত ৰাখে বুলি ক'ব পাৰি।

"উত্থানবাদী" ৰূপটোত এই উদ্দেশ্য বেছি অজ্ঞাত। এক প্ৰাৰম্ভিক স্তৰত বিশ্বজগতত এনে একো নাছিল, যাৰ ওচৰত পৰৱৰ্তী স্তৰ এটা আগতীয়াকৈ অৱগত হ'ব পাৰে। কিন্তু এক ধৰণৰ অজ্ঞাত চালিকা শক্তিয়ে সেই ৰূপান্তৰসমূহ সাধন কৰিছে যাৰ ফলত অধিক বিকশিত ৰূপসমূহৰ উদ্ভৱ হৈছে। কোনো এক অস্পষ্ট অৰ্থত বিশ্বজগতৰ শেষটো তাৰ আৰম্ভণিতেই নিহিত আছিল।

ইতিমধ্যেই উল্লেখ কৰা বি বি চিৰ আলোচনা অনুষ্ঠান সম্পৰ্কীয় গ্ৰন্থখনত এই তিনিওটা ৰূপেই প্ৰতিফলিত হৈছে। বাৰ্মিংহামৰ বিছপে আস্তিকতাবাদী ৰূপটোৰ পক্ষ লৈছে, প্ৰফেছৰ জে এছ হ্যাল্ডেনে পক্ষ লৈছে সৰ্বেশ্বৰবাদী ৰূপটোৰ আৰু "উত্থানবাদী" ৰূপটোৰ পক্ষ লৈছে প্ৰফেছৰ আলেকজেন্দাৰে। অৱশ্যে বেৰ্গছঁ আৰু প্ৰফেছৰ লয়ড মৰ্গান বোধহয় শেষৰটো ৰূপৰ বেছি দৃষ্টান্তমূলক প্ৰতিনিধি। এই মতবাদসমূহ তাক গ্ৰহণ কৰা লোকসকলৰ কথাৰেই ব্যক্ত কৰিলে বোধহয় বেছি পৰিষ্কাৰ হৈ উঠিব।

বাৰ্মিংহামৰ বিছপে মতপোষণ কৰিছে যে "মানুহৰ বিচাৰ-বুদ্ধিসম্পন্ন মনটোৰে মিল থকা এক বিচাৰ বোধ বিশ্বজগতত আছে" আৰু "ইয়েই মহাজাগতিক প্ৰক্ৰিয়া মন এটাৰে পৰিচালিত বুলি এটি সন্দেহ আমাৰ মনত সুমুৱাই দিয়ে।" এই সন্দেহ বেছি পৰ নিটিকে। তৎক্ষণাৎ আমি বুজি উঠো যে "এই বিশাল প্ৰেক্ষাপটত স্পষ্টভাৱেই এক প্ৰগতিক্ৰিয়াশীল, সভ্যমানুহৰ সৃষ্টিৰ মাজেদি যাৰ শীৰ্ষপ্ৰাপ্তি ঘটিছে। এই প্ৰগতি কি অন্ধ, অজ্ঞাত শক্তিৰ ফলাফল? এই প্ৰশ্নৰ উত্তৰত 'এৰা' বুলি কোৱাটো মোৰ আচহুৱা যেন লাগে.... দৰাচলতে, বৈজ্ঞানিক পদ্ধতিৰে লাভ কৰা আধুনিক জ্ঞানৰ পৰা যি স্বাভাৱিক সিদ্ধান্ত আহৰণ কৰিব পাৰি, সেয়া হৈছে এই যে বিশ্বজগত ভাৱনাৰ প্ৰভাৱৰ অধীন আৰু এই ভাৱনা নিশ্চিত লক্ষ্যৰ ফালে ধাৱমান ইচ্ছাৰ দ্বাৰা পৰিচালিত। মানুহৰ সৃষ্টি সেয়ে সম্পূৰ্ণ অবোধগম্য নাছিল আৰু ইলেকট্ৰন প্ৰ'টনৰ ধৰ্মসমূহৰ সম্পূৰ্ণৰূপে অসম্ভাব্য পৰিণতিও নাছিল অথবা (আপুনি যদি ক'বলৈ ভাল পায়) স্থান কালৰ বিচ্ছিন্নতাৰ পৰিণতিও নাছিল ঃ ই আছিল কিম্বা মহাজাগতিক উদ্দেশ্যৰেই পৰিণতি। যি লক্ষ্য পূৰণৰ বাবে এই উদ্দেশ্যই কাম কৰে, সেই লক্ষ্য বিচাৰি পাব লাগিব মানুহৰ পৃথক বৈশিষ্ট্যপূৰ্ণ গুণাৱলী আৰু ক্ষমতাত। আচলতে মানুহৰ নৈতিক আৰু আধ্যাত্মিক সামৰ্থ্যসমূহে সিহঁতৰ উচ্চতম পৰ্যায়ত

মহাজাগতিক উদ্দেশ্যৰ প্ৰকৃতিকেই উদঙায়, যি উদ্দেশ্য হৈছে মানুহৰ অস্তিত্বৰো উৎস।"

আমি দেখিছো যে বিছপ মহাশয়ে সৰ্বেশ্বৰবাদ প্ৰত্যাখ্যান কৰিছে কাৰণ, যদি জগতখনেই ঈশ্বৰ, তেন্তে জগতৰ অশুভখিনিও ঈশ্বৰত আছে আৰু এই কাৰণেও যে "বিশ্বক জগতৰ নিচিনাকৈ ঈশ্বৰো নিৰ্মীয়মান অৱস্থাত নাই বুলি আমি মানি ল'ব লাগিব।" জগতৰ অশুভখিনিৰ কথা খোলোচা মনেৰে স্বীকাৰ কৰি তেওঁ পুনৰ কৈছে ঃ "ইমান বেছি অশুভ থকাটোৱে আমাক বিমোৰত পেলায় আৰু আমাৰ এই বিমোৰ অৱস্থাই খ্ৰীষ্টীয় আস্তিকতাবাদৰ বিৰুদ্ধে প্ৰধান যুক্তি।" চমৎকাৰ সাধুতাৰে তেওঁ আমাৰ বিমোৰ অৱস্থাক অযুক্তিকৰ বুলি দেখুৱাবলৈ চেষ্টা কৰা নাই।

ডক্টৰ বাৰ্ণেছৰ কথাই দুই ধৰণৰ সমস্যাৰ উদ্ৰেক কৰিছে—এক ধৰণৰ সমস্যা সাধাৰণভাৱে মহাজাগতিক উদ্দেশ্যৰ সৈতে জড়িত আৰু আনটো ধৰণৰ সমস্যা বিশেষ ভাৱে ইয়াৰ আস্তিকতাবাদী ৰূপটোৰ সৈতে জড়িত। ইয়াৰে প্ৰথম বিধৰ সমস্যাখিনি মই পিছলৈ এৰিছোঁ, কিন্তু পিছৰ বিধৰ বিষয়ে কিছু কথা এতিয়াই ক'ব লাগিব।

উদ্দেশ্যৰ ধাৰণাটো মানৱ কাৰিকৰ এজনৰ ক্ষেত্ৰত স্বাভাৱিকভাৱেই প্ৰযোজ্য। এটা ঘৰৰ আকাঙ্ক্ষা কৰা মানুহ এজনে আৰব্য উপন্যাসৰ কাহিনীক বাদ দি অন্য পৰিস্থিতিত কেৱল তেওঁৰ ইচ্ছাৰ পৰিণতিৰূপেই তেওঁৰ সমুখত দণ্ডায়মান কৰিব নোৱাৰে ; তেওঁৰ অভিলাষপূৰ্ণ কৰিব লাগিলে তাৰ আগতে সময় আৰু শ্ৰম খুটুৱাবই লাগিব। কিন্তু সৰ্বশক্তিমান ঈশ্বৰ এনে কোনো সীমাবদ্ধতাৰ অধীন নহয়। সঁচাই যদি ঈশ্বৰে মানৱ জাতিৰ বিষয়ে ভাল কিবাই ভাবে (মোৰ ধাৰণা মতে ই এক অবিশ্বাস্য প্ৰকল্প) কিয় তেন্তে জেনেছিছত থকা ধৰণে একে কোবেই মানুহ সৃষ্টি কৰিবলৈ ঈশ্বৰ অগ্ৰসৰ নহয়? ইক্থিওচ'ৰ, ডাইন'চ'ৰ, ডিপ্ল'ড'কাছ, ম্যাষ্টোডন ১৪ আদি সৃষ্টি কৰাৰ কি যুক্তি আছিল? ডক্টৰ বাৰ্ণেছে নিজেই ক'ৰবাত স্বীকাৰ কৰিছে যে ফিতাপেলুৰ অন্ত্ৰালৰ উদ্দেশ্যটো এক ৰহস্য। জলাতংক ৰোগে কি সাৰ্থক উদ্দেশ্য সাধন কৰিছে? প্ৰকৃতিৰ নিয়মেই শুভ আৰু অশুভ ফলসমূহ অনিবাৰ্যভাৱে সৃষ্টি কৰিছে বুলি কোৱাটো ইয়াৰ উত্তৰ হ'ব নোৱাৰে, কাৰণ স্বয়ং ঈশ্বৰে এই নিয়মসমূহ প্ৰণয়ন কৰিছে। পাপৰ ফলত সৃষ্টি হোৱা অশুভ ফল আমাৰ মুক্ত ইচ্ছাৰ পৰিণতি হিচাপে ব্যাখ্যা কৰিব পৰা গ'লেও, প্ৰাক-মানৱ জগতত অশুভৰ সমস্যাটো থাকিয়ে যায়। বিলিয়াম গিলেস্পিয়ে আগবঢ়োৱা সমাধান ডক্টৰ বাৰ্ণেছে গ্ৰহণ কৰিব বুলি মই ভাবিব নোৱাৰোঁ। গিলেস্পিৰ মতে চিকাৰী পশুবোৰৰ শৰীৰত যাৰ

লৈছিল চয়তান আত্মাবোৰে যাৰ প্ৰথম পাপসমূহ আছিল পশুসৃষ্টিৰ আগতীয়া। বাৰ্ণেছে এই সমাধান গ্ৰহণ নকৰে সঁচা, কিন্তু আন কিবা যৌক্তিকভাৱে সন্তোষজনক সমাধানৰ আভাস পাব পৰাটোও কঠিন। সমস্যাটো পুৰণি যদিও বাস্তৱ। যি সৰ্বশক্তিমান সত্ত্বাই এনে এখন জগত সৃষ্টি কৰিছে, য'ত পাপৰ ফলত সৃষ্টি নোহোৱা অশুভও অন্তৰ্ভুক্ত, সেই সৰ্বশক্তিমান সত্ত্বা, নিজেও, অন্ততঃ আংশিকভাৱে হ'লেও, অশুভ হ'বই লাগিব।*

মহাজাগতিক উদ্দেশ্যৰ সৰ্বেশ্বৰবাদী আৰু উত্থানবাদী ৰূপ দুটাৰ ক্ষেত্ৰত ওপৰোক্ত আপত্তিৰ মাত্ৰা কম হ'ব।

সৰ্বেশবৰবাদৰ সংশ্লিষ্ট বিশেষ ধৰণ অনুসৰি সৰ্বেশ্বৰবাদী বিৱৰ্তনৰ বিভিন্ন ৰূপ আছে। আমি সম্প্ৰতি বিবেচনা কৰিবলগা প্ৰফেছৰ জে. এছ. হ্যাল্ডেনৰ বিশেষ ধৰণৰ সৰ্বেশ্বৰবাদ হেগেলৰ সৈতে জড়িত আৰু হেগেলীয় প্ৰতিটো কথাৰ নিচিনাকৈ ইয়ো বুজিবলৈ বৰ সহজ নহয়। কিন্তু, বিগত এশবছৰতকৈও অধিক কাল এই দৃষ্টিভংগীটোৱে বেছ প্ৰভাৱ পেলাই আহিছে। সেয়ে ইয়াক পৰীক্ষা কৰি চোৱাটো দৰকাৰ। তাৰোপৰি, প্ৰফেছৰ হ্যাল্ডেন বিভিন্ন বিশেষ বিশেষ ক্ষেত্ৰত তেখেতৰ কৰ্মৰ বাবে প্ৰসিদ্ধ। তেওঁ তেওঁৰ সাধাৰণ দৰ্শনৰ দৃষ্টান্ত দাঙি ধৰিছে বিভিন্ন দিশৰ, বিশেষকৈ দেহতত্ত্বৰ, পুংখানুপুংখ অনুসন্ধানৰ জৰিয়তে। এনে অনুসন্ধানে তেওঁৰ বাবে এই কথাই সাব্যস্ত কৰিছে যে জীৱিত বস্তুৰ বিজ্ঞানৰ বাবে ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যাৰ নিয়মসমূহৰ উপৰিও অন্য নিয়মৰো দৰকাৰ আছে। ইয়ে তেওঁৰ সামগ্ৰিক দৃষ্টিভংগীক গুৰুত্ব প্ৰদান কৰিছে।

এই দৰ্শন অনুসাৰে 'নিৰ্জীৱ' বুলি কোনো বস্তু নাই; এনে কোনো জীৱিত বস্তুও নাই যাৰ চেতনাৰ দৰে প্ৰকৃতিৰ কিবা এটা নাথাকে। আৰু এখোজ আগুৱাই গৈ ক'ব লাগিলে, এনে কোনো চেতনা নাই যি কিছুপৰিমাণে ঐশ্বৰিক নহয়। আমি আগৰটো অধ্যায়ত সংক্ষেপে আলোচনা কৰি অহা আপাত ৰূপ আৰু বাস্তৱৰ পাৰ্থক্যৰ ধাৰণাটো প্ৰফেছৰ হ্যাল্ডেনৰ দৰ্শনতো জড়িত। অৱশ্যে, তেওঁ নিজে এই বিষয়ে উল্লেখ কৰা নাই। পিছে হেগেলৰ নিচিনাকৈ তেওঁৰ ধাৰণাতো এই পাৰ্থক্যটো শ্ৰেণীগত হোৱাৰ পৰিবৰ্তে মাত্ৰাগত হৈ পৰিছে। মৃত পদাৰ্থ হৈছে আটাইতকৈ কম

---

* ডীন ইঞ্জেই এইদৰে কৈছে : "আমাৰ সংকীৰ্ণ নৈতিকতাবাদেৰে আমি অশুভৰ সমস্যাটো অতিৰঞ্জিত কৰোঁ আৰু অভ্যাসগতভাৱে তাক সৃষ্টিকৰ্তাৰ ওপৰত আৰোপ কৰোঁ। ঈশ্বৰ যাথৈ এক নৈতিক সত্তা বোলা তত্ত্বটোৰ সপক্ষে কোনো সাক্ষ্য নাই আৰু তেওঁৰ নিয়মসমূহ আৰু কাম-কাজসমূহৰ বিষয়ে আমি ইয়াত যিখিনি লক্ষ্য কৰিছোঁ, সি শক্তিশালীভাৱে ইংগিত দিয়ে যে তেওঁ তেনেকুৱা নহয়।" "স্পষ্টবাদী ৰচনা" (Outspoken Essays) গ্ৰন্থৰ দ্বিতীয় খণ্ডৰ ২৪নং পৃষ্ঠা।

বাস্তৱ, জীৱিত পদাৰ্থ তাতকৈ অকণমান বেছি বাস্তৱ, মানুহৰ চেতনা আৰু অলপ বেছি বাস্তৱ, কিন্তু একমাত্ৰ পৰিপূৰ্ণ বাস্তৱ হৈছে ঈশ্বৰ, অৰ্থাৎ ঐশ্বৰিক বুলি উপলব্ধ বিশ্বজগত। হেগেলে এই নিশ্চয়োক্তিসমূহৰ যৌক্তিক প্ৰমাণ দিবলৈ আগবাঢ়িছে। কিন্তু, সেইবোৰৰ আলোচনাৰ বাবে এখন পৃথক গ্ৰন্থৰ প্ৰয়োজন। সেয়ে, সেইবোৰ আমি আওকাণ কৰিব লাগিব। আমি অৱশ্যে প্ৰফেছৰ হ্যাল্ডেনে বি বি চি ত কৰা আলোচনাটোৰ পৰা কেতবোৰ উদ্ধৃতি দাঙি ধৰি তেখেতৰ মতসমূহ ব্যাখ্যা কৰিম।

তেওঁ কৈছে, "যান্ত্ৰিক ব্যাখ্যাকেই যদি আমাৰ জীৱন-দৰ্শনৰ একমাত্ৰ ভিত্তি হিছাপে ল'বলৈ আমি চেষ্টা কৰোঁ, তেন্তে আমি আমাৰ পৰম্পৰাগত ধৰ্মীয় বিশ্বাসসমূহ আৰু আন বহুতো গতানুগতিক বিশ্বাসকে বৰ্জন কৰিব লাগিব।" অৱশ্যে, সৌভাগ্যক্ৰমে তেওঁ কৈছে যে প্ৰতিটো কথাকে যান্ত্ৰিকভাৱে অৰ্থাৎ, ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যাৰ সৈতে সংগতি ৰাখি ব্যাখ্যা কৰাৰ কোনো প্ৰয়োজন নাই। আকৌ, এয়া সম্ভৱো নহয় কাৰণ, জৈৱিকতাৰ ধাৰণাটো জীৱবিদ্যাৰ বাবে আৱশ্যকীয়। "বস্তুগত দৃষ্টিভংগীৰ পৰা জীৱন এক প্ৰতিষ্ঠিত বিস্ময়ৰ নিচিনা।" "আনুবংশিক প্ৰেৰণে.... জীৱনৰ নিৰ্ণায়ক বৈশিষ্ট্যটো স্বয়ং সূচায়, যি বৈশিষ্ট্য অনুসৰি সি এক সমন্বিত ঐক্য হিছাপে সদায়ে নিজক বাহাল ৰাখিব খোজে আৰু নিজৰ পুণৰুত্থান ঘটাব খোজে।" "আমি যদি ধাৰণা কৰো যে জীৱন প্ৰকৃতিত নিহিত নাই আৰু জীৱন অস্তিত্বশীল হোৱাৰ আগৰে পৰাই সময় থাকিব লাগিব, তেন্তে ই হ'ব এক কৰ্তৃত্বহীন ধাৰণা যিয়ে জীৱনৰ আবিৰ্ভাৱৰ কথাটো সম্পূৰ্ণৰূপে দুৰ্বোধ্য কৰি তুলিব।" "আমাৰ অভিজ্ঞতাৰ চূড়ান্ত যান্ত্ৰিক অথবা গাণিতিক ব্যাখ্যাৰ বিৰুদ্ধে জীৱবিদ্যাই দৃঢ়তাৰে দুৱাৰ বন্ধ কৰি দিয়া কথাটো আমাৰ ধৰ্মবিষয়ক ধাৰণাবোৰৰ প্ৰসংগত অন্ততঃ অতি তাৎপৰ্যপূৰ্ণ।" "জীৱনৰ সৈতে সচেতন আচৰণৰ সম্পৰ্কসমূহ জীৱনৰ যন্ত্ৰ-পাতিৰ সৈতে জীৱনৰ সম্পৰ্কসমূহৰ সমতুল্য।" "মনস্তাত্ত্বিক ব্যাখ্যাৰ বাবে বৰ্তমানটো কেৱল এক ক্ষণিকৰ মুহূৰ্ত নহয়; ইয়াৰ ভিতৰতে ই অতীতকো, ভৱিষ্যতকো সুমুৱাই ৰাখিছে।" যিদৰে জীৱবিদ্যাৰ বাবে 'জৈৱিকতা'ৰ ধাৰণাৰ প্ৰয়োজন, সেইদৰে (তেওঁৰ মতে) মনস্তত্ত্বকো 'ব্যক্তিত্ব'ৰ ধাৰণাটোৰ প্ৰয়োজন; এইদৰে ভবাটো ভুল যে দেহ আৰু আত্মা যোগ হৈ এজন ব্যক্তি গঠন কৰে আৰু এইদৰে ধৰি লোৱাও ভুল যে আমি মাথোঁ সংবেদনবোৰকহে জানো, বহিৰ্জগতক নাজানো, কাৰণ আচলতে পাৰিপাৰ্শ্বিকতা আমাৰ বাহিৰত নাথাকে। "স্থান আৰু কালে ব্যক্তিত্বক কাষৰীয়াকৈ নহয়; ইয়াৰ ভিতৰতে সিহঁতে এক শৃংখলা প্ৰকাশ কৰে,যাতে কাণ্টে দেখা ধৰণে স্থান আৰু কালৰ বিশালতা ইয়াৰ মাজতে স্থিত হয়।" "ব্যক্তিত্বসমূহে ইটিয়ে সিটিক নিলগাই নথয়। আমাৰ অভিজ্ঞতাৰ ই মাথোন এক মৌলিক সত্য যে সত্য, ন্যায়, দয়া

আৰু সৌন্দৰ্যৰ এক সক্ৰিয় আদৰ্শ আমাৰ ওচৰত সদায় উপস্থিত। এই আদৰ্শ সদায় আমাৰ আকৰ্ষণৰ বিষয়, কিন্তু মাথোঁ আমাৰ ব্যক্তিগত আকৰ্ষণৰ বিষয় নহয়। তদুপৰি, এই আদৰ্শটো মাথোন এটা আদৰ্শই, যদিও ইয়াৰ বিভিন্ন দিশ থাকে।"

এইখিনিৰ পৰাই আমি পৰৱৰ্তী পদক্ষেপটো ল'বলৈ সাজু আৰু সেই পদক্ষেপ হৈছে একক ব্যক্তিত্বৰ পৰা ঈশ্বৰলৈকে। "ব্যক্তিত্ব কেৱল ব্যক্তিগত নহয়। এই সত্যটোৰ মাজতে আমি ঈশ্বৰৰ উপস্থিতি চিনাক্ত কৰিব পাৰোঁ—ঈশ্বৰ আমাৰ বাহিৰৰ এক সত্বা হিচাপেই মাথোঁ নাথাকে, আমাৰ ভিতৰত, আমাৰ কেউকাষে ব্যক্তিত্বসমূহৰো ব্যক্তিত্ব হৈ তেওঁ বৰ্তমান।" "মাথোঁ আমাৰ ভিতৰত, সত্য, শুদ্ধতা, দয়া আৰু সৌন্দৰ্য বিষয়ক আমাৰ সক্ৰিয় আদৰ্শসমূহৰ মাজত আৰু ইয়াৰ পৰিণতিস্বৰূপ আমাৰ পাৰস্পৰিক সৌহাৰ্দ্যৰ মাজত, আমি ঈশ্বৰৰ প্ৰকাশ বিচাৰি পাওঁ।" আমাক কোৱা হৈছে যে স্বাধীনতা আৰু অমৰত্ব ঈশ্বৰৰহে, মানুহৰ নহয়, যি মানুহ সম্পূৰ্ণ 'বাস্তৱ' নহয়। "সমগ্ৰ মানৱ জাতি নিশ্চিহ্ন হৈ গ'লেও, চিৰকাল থকাৰ দৰে তেতিয়াও ঈশ্বৰেই একমাত্ৰ বাস্তৱৰূপে থাকিব আৰু আমাৰ মাজত যিখিনি বাস্তৱ নিহিত থাকে, সেইখিনি তেওঁৰ অস্তিত্বৰ মাজতে অবিৰতভাৱে জীয়াই থাকিব।"

এটি শেষ সান্ত্বনাদায়ক চিন্তা ঃ একমাত্ৰ ঈশ্বৰৰ বাস্তৱতাৰ পৰা এইটো অনুসৃত হয় যে দুখীয়াই দুখীয়া হোৱাটোক লৈ চিন্তা কৰিব নালাগে। "সঞ্চাৰী মুহূৰ্তৰ কামত নহা বিলাসৰ সামগ্ৰীসদৃশ অবাস্তৱ ছায়াবোৰ ........"— অকে খামুচি ধৰি থকাটো এক মূৰ্খামি। "দুখীয়াসকলৰ আচল জোখটো চহকীসকলৰ তুলনাত বহু বেছি সন্তোষজনক হ'ব পাৰে।" এতেকে আমি ধাৰণা কৰিব পাৰো যে লঘোনে-ভোকে থকাসকলৰ বাবে এই কথা মনত ৰখাটো সান্ত্বনাৰ বিষয় হ'ব যে "একমাত্ৰ চূড়ান্ত বাস্তৱ হৈছে আমি ঈশ্বৰৰ অস্তিত্বৰে সূচোৱা আধ্যাত্মিক বা ব্যক্তিত্ববাচক বাস্তৱ"।

এই তত্ত্বই বহু প্ৰশ্নৰ অৱতাৰণা ঘটাইছে। আটাইতকৈ স্পষ্টটোৰেই আমি আৰম্ভ কৰোঁহক ঃ কি অৰ্থত (যদি কিবা অৰ্থ আছে) জীৱবিদ্যাক, ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যালৈ অৱনমিত কৰিব নোৱাৰি অথবা মনস্তত্ত্বক জীৱবিদ্যালৈ অৱনমিত কৰিব নোৱাৰি?

জীৱবিদ্যাৰ সৈতে ৰসায়নবিদ্যা আৰু পদাৰ্থবিদ্যাৰ সম্পৰ্কৰ বিষয়ে সম্প্ৰতি বেছিভাগ বিশেষজ্ঞই গ্ৰহণ কৰা মত প্ৰফেচৰ হ্যাল্ডেনৰ মত নহয়। ইয়াৰ বিপৰীত দৃষ্টিভংগীৰ এক প্ৰশংসনীয় বিবৃতি জেকুইছ্‌লোবেৰ (Jacques Loeb) প্ৰণীত "জীৱনৰ বিষয়ে কাৰিকৰী ধাৰণা" (The Mechanistic Conception of life)

শীৰ্ষক কিছু পূৰ্বৰ গ্ৰন্থ (১৯১২ খ্ৰীষ্টাব্দত প্ৰকাশিত) এখনত পোৱা যায়। ইয়াৰ কেইটামান অতি আকৰ্ষণীয় অধ্যায়ত প্ৰজনন বিষয়ক পৰীক্ষা-নিৰীক্ষাৰ ফলাফলসমূহ অন্তৰ্ভুক্ত কৰা হৈছে। প্ৰফেছৰ হ্যাল্ডেনে এই ফলাফল যান্ত্ৰিক নীতি অনুসাৰে স্পষ্টভাৱে ব্যাখ্যাতীত বুলি গণ্য কৰিছে। "এনচাইক্ল'পেডিয়া ব্ৰিটানিকা"ৰ শেষ সংস্কৰণত আগবঢ়োৱা দৃষ্টিভংগীটোৰেই এই যান্ত্ৰিক দৃষ্টিভংগীটো বুলি পৰ্যাপ্তৰূপে গ্ৰহণ কৰা হৈছে। উক্ত এনচাইক্ল'পেডিয়াত মিষ্টাৰ ই এচ্ গুড্‌ৰিচ্ (E S Goodrich) -এ 'বিৱৰ্তন' (Evolution) শিৰোনামাৰ অধীনত কৈছে ঃ "তেনেহ'লে বৈজ্ঞানিক পৰ্যবেক্ষকৰ দৃষ্টিভংগীৰ পৰা চালে, এক জীৱিত বস্তু হৈছে এক আত্ম-নিয়ন্ত্ৰক, আত্ম-প্ৰতিকাৰক, ভৌত-ৰাসায়নিক জটিল ক্ৰিয়া-ব্যৱস্থা। এই দৃষ্টিভংগীৰে চালে, আমি যাক 'জীৱন' বুলি কওঁ, সি হৈছে ইয়াৰ ভৌত-ৰাসায়নিকি প্ৰক্ৰিয়াসমূহৰ যোগফল। এই প্ৰক্ৰিয়াসমূহে এক বিৰতিহীন, অবিচ্ছিন্ন, আন্তঃনিৰ্ভৰশীল অনুক্ৰম গঠন কৰে, য'ত কোনো ৰহস্যময় বহিঃশক্তিৰ হস্তক্ষেপ নাথাকে।"

পদাৰ্থবিদ্যা আৰু ৰসায়নবিদ্যাৰ অধীন নোহোৱা প্ৰক্ৰিয়া জীৱিত বস্তুত থকাৰ ইংগিত ওপৰোক্ত লেখাটোত বিচাৰিলে আপুনি পণ্ডশ্ৰম কৰা হ'ব। লেখকে আঙুলিয়াই দিছে যে জীৱিত আৰু নিষ্প্ৰাণ বস্তুৰ মাজত কোনো স্পষ্ট বিভাজনৰেখা নাই ঃ "জীৱিত আৰু অজীৱিতৰ মাজত কোনো ধৰা-বন্ধা ৰেখা টানিব নোৱাৰি। জগতত কোনো বিশেষ জীৱিত ৰাসায়নিক পদাৰ্থ নাই, নিষ্প্ৰাণ পদাৰ্থৰ পৰা পৃথক কোনো বিশেষ সজীৱ উপাদান নাই আৰু কোনো সজীৱ শক্তি সক্ৰিয় হৈ থকা দেখা যাব নোৱাৰে। এই প্ৰক্ৰিয়াৰ প্ৰতিটো স্তৰ তাৰ পূৰ্ববৰ্তী স্তৰৰ দ্বাৰা নিৰ্ধাৰিত আৰু সি নিজেও তাৰ পৰবৰ্তী স্তৰসমূহ নিৰ্ধাৰণ কৰে। জীৱনৰ উৎপত্তিৰ বিষয়ে ক'বলৈ হ'লে, "এইকথা ধৰি ল'ব লাগিব যে বহুকাল আগতে যেতিয়া পৰিস্থিতি অনুকূল হৈ পৰিছিল, তেতিয়া আপেক্ষিকভাৱে উচ্চপৰ্যায়ৰ বিভিন্ন ধৰণৰ যৌগসমূহৰ উৎপত্তি হৈছিল। ইয়াৰে বহু যৌগ হ'ব একেবাৰে অস্থিৰ; সিবোৰ গঠিত হোৱাৰ প্ৰায় লগে লগেই বিয়োজিত হৈ পৰিব। আন কেতবোৰ হ'ব পাৰে সুস্থিৰ আৰু কেৱল সেইৰূপেই টিকি থাকিব পাৰে। আকৌ আন কেতবোৰে যিমান বেগেৰে বিয়োজিত হয়, সিমান বেগেৰে পুনৰ্গঠিত হোৱাৰ, পৰস্পৰ সংযুক্ত হোৱাৰ প্ৰৱণতা দেখুৱাব পাৰে। এই পথেৰে এবাৰ যাত্ৰা আৰম্ভ কৰিলে এনে এক বিকাশমান যৌগ বা মিশ্ৰই অনিবাৰ্যভাৱে নিজকে চিৰস্থায়ী কৰিব খুজিব আৰু তাতকৈ কম জটিল আন যৌগ বা মিশ্ৰৰ লৈতে সংযুক্ত হ'ব পাৰে অথবা তাৰপৰা শক্তি আহৰণ কৰিব পাৰে।" প্ৰফেছৰ হ্যাল্ডেনৰ মতটোতকৈ এইটো মতহে সাম্প্ৰতিক জীৱবিজ্ঞানীসকলৰ মাজত প্ৰচলিত বুলিব পাৰি। কেওঁলোক এই কথাত সন্মত যে জীৱিত আৰু নিৰ্জীৱ পদাৰ্থৰ

মাজত কোনো স্পষ্ট ব্যৱধানৰেখা নাই। কিন্তু, প্ৰফেছৰ হ্যাল্ডেনে আমি নিৰ্জীৱ বোলা পদাৰ্থকো আচলতে জীৱিত বুলি ভবাৰ বিপৰীতে সংখ্যাগৰিষ্ঠ জীৱবিজ্ঞানীয়ে ভাবে যে জীৱিত পদাৰ্থও হৈছে এক ভৌত ৰাসায়নিক ক্ৰিয়া ব্যৱস্থাহে।

দেহতত্ত্ব আৰু মনস্তত্ত্বৰ মাজৰ সম্পৰ্কৰ বিষয়টো আৰু বেছি অসুবিধাজনক। ইয়াৰ সৈতে দুটা স্পষ্ট প্ৰশ্ন জড়িত আছে ঃ আমাৰ দৈহিক আচৰণসমূহ অকল দেহতাত্ত্বিক কাৰণৰ বাবেই ওপজে বুলি ধৰি ল'ব পাৰিনে? আৰু মানসিক পৰিঘটনাসমূহৰ সৈতে সমৱৰ্তী দৈহিক ক্ৰিয়াসমূহৰ সম্পৰ্ক কি? দৈহিক আচৰণহে কেৱল ৰাজহুৱা পৰ্যবেক্ষণৰ বাবে মুকলি; আমাৰ চিন্তাসমূহৰ বিষয়ে আনে অনুমান কৰিব পাৰে, কিন্তু সিবোৰ উপলব্ধ হয় মাথোন আমাৰ দ্বাৰাহে। অন্ততঃ আমাৰ কাণ্ডজ্ঞানে এইখিনি কথাই ক'ব। তাত্ত্বিক কঠোৰতাৰ মাজত আমি দৈহিক ক্ৰিয়াসমূহ লক্ষ্য কৰিব নোৱাৰো, আমি লক্ষ্য কৰিব পাৰো আমাৰ ওপৰত পৰা সিবোৰৰ কেতবোৰ প্ৰভাৱ ; আনে একে সময়তে লক্ষ্য কৰাখিনিও অনুৰূপ হ'ব পাৰে, কিন্তু সদায়ে আমি লক্ষ্য কৰাখিনিতকৈ কম-বেছি পৰিমাণে হ'লেও সেয়া পৃথক হ'ব । এইটোৰ লগতে আন কেতবোৰ কাৰণৰ বাবেও পদাৰ্থবিদ্যা আৰু মনস্তত্ত্বৰ মাজৰ ফাঁকটো আগতে ভবাৰ দৰে বহল হৈ থকা নাই । নিৰ্দিষ্ট পৰিস্থিতি বিশেষত আমি কি প্ৰত্যক্ষ কৰিম তাৰ ভৱিষ্যদ্বাণী কৰিব পৰা বিষয় হিছাপে পদাৰ্থবিদ্যা গণ্য কৰিব পৰা যায় আৰু এই অৰ্থত ই হ'ব মনস্তত্ত্বৰেই এক শাখা কাৰণ আমাৰ প্ৰত্যক্ষ এক " মানসিক " ঘটনা । এক আকাংক্ষ্যা আৰু তাৰ সৈতে জড়িত এক সত্যৰ জৰিয়তে এই দৃষ্টিভংগীটো আধুনিক পদাৰ্থবিদ্যাৰ আগচোতাললৈ আহিছে । আকাঙ্ক্ষাটো হৈছে কেৱল বস্তুনিষ্ঠ পৰীক্ষাৰে সত্যাৰ্পণ কৰিব পৰা নিশ্চয়োক্তি প্ৰদানৰহে আকাংক্ষা ইয়াৰ সৈতে জড়িত সত্যটো হৈছে এই যে এক সত্যাৰ্পণ সদায়ে কোনোবা মানুহৰ পৰ্যবেক্ষণ আৰু সেইদেখি ই মনস্তত্ত্বই বিচাৰ কৰা ধৰণৰ সংঘটন। কিন্তু, এই আটাইবোৰ কথা উভয় বিজ্ঞানৰ প্ৰায়োগিক দিশৰ সলনি সিহঁতৰ দৰ্শনৰহে অন্তৰ্ভুক্ত; উভয়ৰে বিষয়বস্তুৰ মাজত মিল থকা সত্বেও সিহঁতৰ কলা-কৌশল পৃথক হৈয়ে ৰৈছে।

আগৰটো ছেদৰ আৰম্ভণিতে উল্লেখ কৰা প্ৰশ্ন দুটালৈ উভতি যাওঁহক। পূৰ্বৰ এটা অধ্যায়ত আমি দেখি আহিছোঁ যে যদিহে আমাৰ সমস্ত দৈহিক ক্ৰিয়াৰে দেহতাত্ত্বিক কাৰণ আছে, তেন্তে আমাৰ মনসমূহ 'কাৰণ' হিছাপে অদৰকাৰী হৈ পৰিব। মাথোঁ আমাৰ দৈহিক কাৰ্যৰ দ্বাৰাইহে আমি আমাৰ সৈতে যোগাযোগ কৰো অথবা বহিৰ্জগতত প্ৰভাৱ পেলাওঁ; আমাৰ দৈহিক কাৰ্যত প্ৰভাৱ পেলাব পাৰিলেহে আমাৰ চিন্তাৰ গুৰুত্ব থাকিব। যিহেতু কেৱল/আমাৰ সুবিধাৰ বাবেহে মানসিক আৰু

দৈহিক কথাৰ মাজত পাৰ্থক্য ৰখা হৈছে, আমাৰ দৈহিক ক্ৰিয়াসমূহৰ অন্তৰালত সম্পূৰ্ণকৈ পদাৰ্থবিদ্যাৰ অন্তৰ্ভূক্ত কাৰণ থাকিব পাৰে আৰু তথাপি উক্ত ক্ৰিয়াসমূহৰ কাৰণবোৰৰ মাজত মানসিক ঘটনাসমূহো থাকিব পাৰে। কিন্তু প্ৰায়োগিক বিষয়টো মন আৰু দেহৰ প্ৰসংগত বিবৃত কৰিব নালাগে। বোধহয় নিম্নোক্ত ধৰণে ইয়াক বিবৃত কৰিব পৰা যায় ঃ

আমাৰ দৈহিক কাৰ্যবোৰ ভৌত-ৰাসায়নিক নিয়মসমূহৰ দ্বাৰাই নিৰ্ধাৰিত নে? যদিহে নিৰ্ধাৰিত হয়, তথাপি মনস্তত্ত্বৰ এক স্বাধীন বিজ্ঞান আছেনে, য'ত পদাৰ্থৰ বিষয়ে কৃত্ৰিমভাৱে নিৰ্মিত ধাৰণাৰ হস্তক্ষেপ অবিহনেই আমি মানসিক ঘটনাসমূহ পোনপটীয়াভাৱে অধ্যয়ন কৰিব পাৰো?

ইয়াৰ এটা প্ৰশ্নৰো উত্তৰ প্ৰত্যয়সহকাৰে দিব নোৱাৰি। অৱশ্যে, ইয়াৰ প্ৰথম প্ৰশ্নটোৰ ইতিবাচক উত্তৰৰ সপক্ষে কিবা-কিছু সাক্ষ্য-প্ৰমাণ আছে। সেই সাক্ষ্য-প্ৰমাণ পোনপটীয়া নহয়; বৃহস্পতি গ্ৰহৰ সঞ্চালন গণনা কৰিব পৰাৰ দৰে মানুহৰ সঞ্চালন আমি গণনা কৰিব নোৱাৰো। কিন্তু, মানৱশৰীৰ আৰু হীনতম জীৱৰ মাজত কোনো স্পষ্ট ব্যৱধানৰেখা টানি দিব নোৱাৰি; ক'তো এনে ব্যৱধান নাই যিয়ে আমাক কেৰাব পাৰে ঃ ইয়াৰ পৰাই পদাৰ্থবিদ্যা আৰু ৰসায়নবিদ্যা পৰ্যাপ্তৰূপে প্ৰযোজ্য নহয়। লগতে আমি দেখি অহা ধৰণে জীৱিত আৰু নিৰ্জীৱ পদাৰ্থৰ মাজতো কোনো স্পষ্ট ব্যৱধান ৰেখা নাই। সেয়ে এইটো সম্ভাব্য যেন লাগে যে পদাৰ্থবিদ্যা আৰু ৰসায়নবিদ্যা সৰ্বত্ৰ সৰ্বোচ্চ।

এক স্বাধীন বিজ্ঞান হিচাপে মনস্তত্ত্বৰ সম্ভাৱনাৰ বিষয়ে বৰ্তমান ইয়াতকৈও আনকি কমকৈহে ক'ব পাৰি। কিছুমানে মনোবিশ্লেষণেই এনে এক বিজ্ঞান সৃষ্টি কৰাৰ বাবে চেষ্টা চলাইছে। কিন্তু সিমান দূৰলৈ এই প্ৰচেষ্টাই দেহতাত্ত্বিক নৈমিত্তিকতাক পৰিহাৰ কৰি চলিছে, সিমান দূৰলৈ ইয়াৰ সফলতা এতিয়াও প্ৰশ্নৰ বিষয় হৈয়েই ৰৈছে। কিছু সংকোচ সহকাৰে মই এই মত পোষণ কৰিব খোজো যে পদাৰ্থবিদ্যা আৰু মনস্তত্ত্ব উভয়কে সামৰি সেয়া এই উভয়বিদ্যাৰে বৰ্তমানতকৈ বিকশিত ৰূপতকৈ বেলেগ হ'ব। "পদাৰ্থৰ আধিভৌতিক বাস্তৱতাসম্পৰ্কীয় বিশ্বাস এতিয়া আৰু বৰ্তি থকা নাই। কিন্তু এনে বিশ্বাসৰ প্ৰভাৱতে পদাৰ্থবিদ্যাৰ কলা-কৌশলসমূহৰ বিকাশ ঘটিছিল। কিন্তু, আজি নতুন কোৱাণ্টাম গতিবিদ্যাৰ আছে পৃথক কলা-কৌশল, যিয়ে মিছা অধিবিদ্যাক বিসৰ্জন দিছে। মনস্তত্ত্বৰ কলা-কৌশল কিছু পৰিমাণে বিকশিত হৈছিল 'মন'ৰ আধিভৌতিক বাস্তৱতা সম্পৰ্কীয় বিশ্বাসৰ প্ৰভাৱত। এইটো সম্ভৱপৰ যেন লাগে যে যেতিয়া পদাৰ্থবিদ্যা আৰু মনস্তত্ত্ব— উভয়েই এই

লেলিটীয়া (lingering) ভ্ৰান্তিৰ পৰা সম্পূৰ্ণকৈ মুক্ত হ'ব পাৰিব, তেতিয়া উভয়ে বিকাশ লাভ কৰি পৰিণত হ'ব এনে এক বিজ্ঞানত যিয়ে 'মন' অথবা 'পদাৰ্থ'ৰ আলোচনা নকৰিব, আলোচনা কৰিব মাথোঁ ঘটনাৰ ; আকৌ সেই ঘটনাকো 'দৈহিক' বা 'মানসিক' বুলি লেবেল লগাই থোৱা নহ'ব। ইতিমধ্যে, মনস্তত্ত্বৰ বৈজ্ঞানিক মৰ্যাদা সম্পৰ্কীয় প্ৰশ্নটো মুকলি হৈ থাকিব লাগিব।

প্ৰফেছৰ হ্যাল্ডেনৰ মনস্তত্ত্ব সম্পৰ্কীয় মতসমূহে বেছি সংকীৰ্ণ বিষয় এটাৰ অৱতাৰণা ঘটাইছে, যি সম্পৰ্কে বহু বেছি পৰিমাণে স্পষ্ট কথা কেতবোৰ ক'ব পাৰি। তেওঁ মতপোষণ কৰে যে মনস্তত্ত্ব নিৰ্ণায়কৰ ধাৰণাটো হৈছে ব্যক্তিত্ব।" তেওঁ এই শব্দটো সংজ্ঞাবদ্ধ কৰা নাই। কিন্তু, আমি ধৰি ল'ব পাৰো যে ই কোনো ঐক্যবদ্ধকাৰী সূত্ৰৰ কথাকে বুজায়, যিয়ে এটা মনৰ সাংগঠনিক উপাদানসমূহক একেলগকৈ সাঙোৰে আৰু সিহঁত আটাইৰে ইটিক সিটিৰ দ্বাৰা ৰূপান্তৰিত কৰায়। এই ধাৰণাটো অস্পষ্ট; যি পৰ্যন্ত 'আত্মা'ক এতিয়াও সুৰক্ষণীয় ধাৰণা বুলি ভবা হয়, সেই পৰ্যন্ত ই 'আত্মা'ৰেই প্ৰতিনিধিত্ব কৰে। ই আত্মাৰ পৰা এইখিনিতে পৃথক যে ই আত্মাৰ নিচিনা এক উকা অস্তিত্ব নহয়, কিন্তু ই এক ধৰণৰ পূৰ্ণতাৰ বৈশিষ্ট্যসম্পন্ন সত্তা। যিসকলে ইয়াক বিশ্বাস কৰে সেইসকলে ভাবে যে জন্ স্মিথৰ মনৰ প্ৰতিটো কথাৰে এক জন্ স্মিথীয় বৈশিষ্ট্য এনেভাৱে থাকে যে আন এটি মনৰ কোনো এটি কথাৰ সৈতে ই হুবহু মিলি যোৱাটো অসম্ভৱ। আপুনি যদি জন্ স্মিথৰ মনৰ এক বৈজ্ঞানিক খতিয়ান দাঙি ধৰিবলৈ যত্ন কৰিছে, তেন্তে আপুনি কেতবোৰ সাধাৰণ নিয়মতে ক্ষান্ত থাকিব নালাগিব, যি ধৰণৰ নিয়ম অভেদাত্মকভাৱে সকলো পদাৰ্থৰ ক্ষেত্ৰতে দিব পাৰি। আপুনি মনত ৰাখিব লাগিব যে সংশ্লিষ্ট ঘটনাসমূহ সেই বিশেষ ব্যক্তিজনৰ ক্ষেত্ৰতহে ঘটিছে আৰু তেওঁৰ সমগ্ৰ ইতিহাস আৰু চৰিত্ৰৰ বাবেহে ঘটনাসমূহ সেই বিশেষ ৰূপত ঘটিছে।

এই মতটোত কিবা কিছু আৰ্কষণীয় কথা আছে, কিন্তু ইয়াক সত্য বুলি গণ্য কৰিবলৈ মই কোনো যুক্তি নেদেখো। অৱশ্যে, এইকথা স্পষ্ট যে দুজন মানুহে তেওঁলোকৰ অতীত ইতিহাসৰ বিভিন্নতাৰ বাবেই একে পৰিস্থিতিতে বিভিন্ন ধৰণে প্ৰতিক্ৰিয়া কৰিব পাৰে। কিন্তু, একেটা কথাই দুটুকুৰা লোহাৰ ক্ষেত্ৰতো সত্য, যাৰ এটুকুৰা চুম্বকীয় কৰা হৈছে, আনটুকুৰাক কৰা হোৱা নাই। ধৰি লোৱা হয় যে স্মৃতিবোৰ মগজুত খোদিত হৈ ভৌতিক গাঁথনিগত পাৰ্থক্যৰ জৰিয়তে আচৰণক প্ৰভাৱিত কৰে। একেধৰণৰ বিচাৰ চৰিত্ৰৰ ক্ষেত্ৰতো প্ৰযোজ্য। যদি এজন মানুহ খিংখিঙীয়া আৰু অন্য এজন উদাসীন, তেন্তে দৈহিক গ্ৰন্থিসমূহক এই পাৰ্থক্যৰ মূল হিচাপে সচৰাচৰ দেখুৱাব পাৰি আৰু বেছিভাগ ক্ষেত্ৰতে উপযুক্ত দৰৱ প্ৰয়োগ কৰি

তাক নির্মূল কৰিব পাৰি। ব্যক্তিত্ব ৰহস্যময় আৰু তাৰ ৰূপান্তৰ ঘটাব নোৱাৰি বোলা বিশ্বাসৰ কোনো বৈজ্ঞানিক নিশ্চয়তা নাই। এই বিশ্বাস গ্ৰহণ কৰাৰ মূল কাৰণ এই যে ই আমাৰ মানৱীয় আত্ম-মৰ্যাদাৰ ধাৰণাক ভালৰি লগায়।

পুনৰ সেই উক্তি দুটা লোৱা হওক ঃ "মনস্তাত্ত্বিক ব্যাখ্যাৰ বাবে বৰ্তমানটো কেৱল এক ক্ষণিকৰ মুহূৰ্ত নহয়; ইয়াৰ ভিতৰতে ই অতীতকো, ভৱিষ্যতকো সুমুৱাই ৰাখিছে" আৰু "স্থান আৰু কালে ব্যক্তিত্বক একাৱৰীয়াকৈ নহয় ঃ ইয়াৰ ভিতৰতে সিহঁতে এক শৃংখলা গঠন কৰে।" অতীত আৰু ভৱিষ্যতৰ বিষয়ে কওঁতে প্ৰফেছৰ হ্যাল্ডেনে আমি ক্ষণিকৰ আগতে বিজুলীচমক দেখি বজ্ৰপাতৰ আশা কৰোঁতে আমাৰ যি পৰিস্থিতি হয়, তেনেধৰণৰ কথাকে মনত ৰাখিছে বুলি মই ভাবোঁ। ক'ব পৰা যায় যে অতীত ঘটনা বিজুলী আৰু ভৱিষ্যত ঘটনা বজ্ৰপাত— উভয়ে আমাৰ বৰ্তমানৰ মানসিক অৱস্থাত প্ৰৱেশ কৰে। কিন্তু, এয়া হ'ল উপমাৰ জৰিয়তে অবাটে যোৱাৰ কথা। বিজুলীৰ স্মৃতিয়েই বিজুলী নহয় আৰু বজ্ৰপাতৰ প্ৰত্যাশাও বজ্ৰপাত নহয়। স্মৃতি আৰু প্ৰত্যাশাৰ কোনো ভৌতিক প্ৰভাৱ নাই বুলিয়ে মাথোঁ মই ভৱা নাই; আত্মনিষ্ঠ অভিজ্ঞতাৰ আচল প্ৰকৃতিৰ বিষয়েহে মই ভাবিছোঁ; দেখাটো এটা কথা, স্মৰণ কৰাটো অন্য এটা; শুনাটো এটা কথা, আশা কৰাটো অন্য এটা। অতীত আৰু ভৱিষ্যতৰ সৈতে বৰ্তমানৰ সম্পৰ্কসমূহ অন্যান্য ক্ষেত্ৰৰ নিচিনাকৈ মনস্তত্ত্বতো কাৰ্য-কাৰণৰৰ সম্পৰ্কহে, পাৰস্পৰিক ভেদন (interpenetration) অৰ সম্পৰ্ক নহয়। (মই অৱশ্যে এই কথা বুজোৱা নাই যে মোৰ প্ৰত্যাশায়েই বজ্ৰপাতৰ সৃষ্টি কৰিছে, মই এই কথাহে বুজাইছো যে বিজুলীৰ পিছে পিছে বজ্ৰপাত অহাৰ অতীত অভিজ্ঞতা বৰ্তমানৰ বিজুলীৰ অভিজ্ঞতাৰ সৈতে লগ হৈ বজ্ৰপাতৰ প্ৰত্যাশাৰ জন্ম দিছে) অতীতৰ অস্তিত্বক স্মৃতিয়ে দীঘলীয়া নকৰে; স্মৃতি হৈছে অতীতে প্ৰভাৱ সৃষ্টি কৰা এটা পথ।

স্থানৰ ক্ষেত্ৰতো কথাটো অনুৰূপ, কিন্তু বেছি জটিল লগা। স্থান দুই ধৰণৰ ঃ এবিধ স্থানত কোনো ব্যক্তিৰ ব্যক্তিগত অভিজ্ঞতাসমূহ অৱস্থিত হয় আৰু আনবিধ হৈছে পদাৰ্থবিদ্যাৰ স্থান। দ্বিতীয় বিধত অন্তৰ্ভুক্ত হৈছে অন্যান্য লোকৰ শৰীৰ, চকী-মেজ, সূৰ্য, চন্দ্ৰ আৰু নক্ষত্ৰসমূহ— আমাৰ ব্যক্তিগত সংবেদনত যিধৰণে প্ৰতিফলিত হয় কেৱল সেই ধৰণেই নহয়, আমি সিহঁতৰ স্বকীয় ৰূপবোৰ যেনে ধৰণৰ বুলি ধৰি লওঁ সেই ধৰণেও সিহঁতক উপলব্ধি কৰা হয়। এই দ্বিতীয়বিধ স্থান কাল্পনিক আৰু জগতত নিজৰ অভিজ্ঞতাসমূহত বাদে আন একো নাই বুলি ধৰিবলৈ ইচ্ছুক যিকোনো লোকেই বিশুদ্ধ তৰ্কীয় যুক্তিৰে ইয়াক প্ৰত্যাখ্যান কৰিব পাৰে। প্ৰফেছৰ হ্যাল্ডেন এইকথা ক'বলৈ ইচ্ছুক নহয় আৰু সেয়ে ভৌতিক মানি ল'বলগীয়া হৈছে

তেনে এক স্থানৰ কথা যʼত তেওঁৰ নিজৰ অভিজ্ঞতাৰ বাহিৰেও আন কথাও অন্তৰ্ভুক্ত। মনোগত (subjective) ধৰণৰ স্থানৰ বিষয়ে কʼবলৈ হʼলে মোৰ সমস্ত চাক্ষুষ অভিজ্ঞতা অন্তৰ্ভুক্ত হোৱা চাক্ষুষ স্থান আছে; স্পৰ্শৰ স্থান আছে; ৱিলিয়াম জেʼমছে আঙুলিয়াই দিয়া ধৰণে পেটৰ বিষৰো আছে আয়তনিক বিশালতা ইত্যাদি। মোক বস্তুময় জগতৰ এটা বস্তু বুলি গণ্য কৰিলে, মনোগত স্থানৰ প্ৰতিবিধ মোৰ ভিতৰত থাকিব। মই দেখা তৰাভৰা আকাশখন জ্যোতিৰ্বিদ্যাৰ সুদূৰস্থিত তৰাভৰা আকাশখন নহয়, ই হৈছে মোৰ ওপৰত তৰাবোৰে পেলোৱা প্ৰভাৱ; মই যি দেখিছো সেয়া মোৰ ভিতৰতে আছে, মোৰ বাহিৰত নাই। জ্যোতিৰ্বিদ্যাৰ তৰাবোৰ মোৰ বাহিৰত থকা ভৌতিক স্থানত অৱস্থিত। কিন্তু, এই ভৌতিক স্থানত মই উপনীত হʼব পাৰো অনুমান প্ৰক্ৰিয়াৰ যোগেদি, মোৰ নিজৰ অভিজ্ঞতাৰ বিশ্লেষণৰ যোগেদি নহয়। স্থানে ব্যক্তিত্বৰ ভিতৰতে এক ক্ৰম প্ৰকাশ কৰে বুলি প্ৰফেছৰ হ্যাল্ডেনে দিয়া উক্তি মোৰ ব্যক্তিগত স্থানৰ বিষয়েহে সত্য, ভৌতিক স্থানৰ বিষয়ে নহয়। স্থানে ব্যক্তিত্বক একাষৰীয়াকৈ নথয় বোলা তেওঁৰ সংলগ্ন উক্তিটো ভৌতিক স্থান মোৰ ভিতৰত থকা হʼলেহে সত্য হʼলহেঁতেন। এই বেমেজালিখিনি আঁতৰি যোৱাৰ লগে লগে প্ৰফেছৰ হ্যাল্ডেনৰ অৱস্থিতিৰ বিশ্বাসযোগ্যতা নাইকিয়া হৈ পৰে।

হেগেলৰ সকলো অনুগামীৰ নিচিনাকৈ প্ৰফেছৰ হ্যাল্ডেনো কোনো বস্তুৱেই অন্য বস্তুৰ পৰা বিচ্ছিন্ন নহয় বুলি দেখুৱাবলৈ উদ্বিগ্ন। তেওঁ এতিয়া দেখুৱাইছে (যদিহে তেওঁৰ যুক্তিসমূহ কোনোবাই গ্ৰহণ কৰিব পাৰিলেহেঁতেন) যে প্ৰতিজন ব্যক্তিৰে অতীত আৰু ভৱিষ্যতে তেওঁৰ বৰ্তমানৰ সৈতে সহাৱস্থান কৰে আৰু যি স্থানত আমি আটায়ে বাস কৰোঁ, সেই স্থানো আমাৰ প্ৰত্যেকৰে ভিতৰত আছে। তেওঁৰ প্ৰমাণ বলবান কৰাৰ বাবে তেওঁ আৰু এখোজ আগুৱাই গৈছেঃ "ব্যক্তিত্বসমূহে ইটিয়ে সিটিক নিলগাই নথয়।" দেখা গৈছে যে মানুহৰ আদৰ্শসমূহেই তেওঁৰ ব্যক্তিত্ব গঠন কৰে আৰু আমাৰ আদৰ্শসমূহো প্ৰায় একেই। মই তেওঁৰ কথাখিনি আকৌ এবাৰ উদ্ধৃত কৰিম ঃ "সত্য, ন্যায়, দয়া আৰু সৌন্দৰ্যৰ এক সক্ৰিয় আদৰ্শ আমাৰ ওচৰত সদায় উপস্থিত। ...... তদুপৰি, এই আদৰ্শটো মাথোন এটা আদৰ্শহি, যদিও ইয়াৰ বিভিন্ন দিশ থাকে। এই সাৰ্বজনীন আদৰ্শসমূহ আৰু সিবোৰে সৃষ্টি কৰা পাৰস্পৰিক সৌহাৰ্দ্যৰ পৰাই ঈশ্বৰৰ প্ৰকাশৰ আগমন ঘটে।"

মই স্বীকাৰ কৰিব লাগিব যে এইধৰণৰ উক্তিয়ে মোৰ ফোঁপনি উঠায় আৰু কʼৰপৰা আৰম্ভ কৰিব লাগে মই প্ৰায় ভুৰেই নাপাওঁ। প্ৰফেছৰ হ্যাল্ডেনৰ এই কথাখিনিত মোৰ সন্দেহ নাই যে 'সত্য, ন্যায়, দয়া আৰু সৌন্দৰ্যৰ এক সক্ৰিয় আদৰ্শ' তেওঁৰ ওচৰত সদায়ে উপস্থিত। কথাখিনি যিহেতু তেৱেঁই প্ৰকাশ কৰিছে,

সেয়া যে তেনেকুৱাই হ'ব, তাকে লৈ মই নিশ্চিত। কিন্তু, যেতিয়া এই অসাধাৰণ মাত্ৰাৰ গুণৰাশি সাধাৰণভাৱে মানৱ জাতিৰ ওপৰতে আৰোপ কৰিবলৈ লোৱা হয়, মই অনুভৱ কৰোঁ যে তেওঁ তেওঁৰ মতামত ব্যক্ত কৰাৰ বাবে যি অধিকাৰ তেওঁৰ আছে, নিজৰ মতামত ব্যক্ত কৰাৰ বাবে একো খিনি অধিকাৰ মোৰো আছে। মোৰ ফালৰ পৰা মই দেখিছোঁ যে কেৱল বাস্তৱক্ষেত্ৰতে নহয়, আদৰ্শ হিছাপেই অসত্য, অন্যায়, দয়াহীনতা আৰু কৌৎসিত্যক অনুসৰণ কৰা হৈছে। তেওঁ সঁচাকৈয়ে ভাবেনে যে হিট্‌লাৰ আৰু আইনষ্টাইনৰো আছিল "একেটা আদৰ্শই, যদিও ইয়াৰ বিভিন্ন দিশ থাকে?" মোৰ ভাব হয় যে উভয়ৰে প্ৰতিজনেই এনে এটা উক্তিৰ বিৰুদ্ধে মানহানি মোকৰ্দমা জুৰিব পাৰিলেহেঁতেন। অৱশ্যে, এই কথা ক'ব পাৰি যে তেওঁলোকৰ এজন আছিল খলনায়ক আৰু ভিতৰি যিবোৰ আদৰ্শ তেওঁ পোষণ কৰিছিল, বাস্তৱত সঁচা-সঁচি তেওঁ সেইবোৰ অনুসৰণ কৰা নাছিল। কিন্তু, এয়া এক অত্যধিক সৰল সমাধান বুলি মোৰ অনুমান হয়। হিট্‌লাৰৰ আদৰ্শসমূহ আহিছে নীৎসেৰ পৰা। নীৎসে যে সম্পূৰ্ণ অকপট, তাৰ সকলো ধৰণৰ সাক্ষ্য-প্ৰমাণেই আছে। হেগেলীয় দ্বন্দ্ববাদৰ পদ্ধতিসমূহ বাদ দি অন্য পদ্ধতিৰে যুঁজি এই বিষয়টোৰ নিষ্পত্তি নকৰালৈকে, যিজন ঈশ্বৰৰ মাজত এই আদৰ্শ অৱতৰিত হ'ব তেওঁ জেহোভা (Jehova)[১৫] নে ৱ'টান (Wotan)[১৬] সেই কথা আমি জনাৰ উপায় মই নেদেখোঁ।

ঈশ্বৰৰ চিৰন্তন আশীৰ্বাদ দুখীয়াসকলৰ বাবে সান্ত্বনা বোলা মতটোৰ বিষয়ে ক'ব পাৰি যে চহকীসকলে সদায়ে এই মত পোষণ কৰি আহিছে, কিন্তু দুখীয়াসকলে ইয়াক লৈ বিৰক্ত হ'বলৈ আৰম্ভ কৰিছে। আজিৰ তাৰিখত বোধহয় অৰ্থনৈতিক অন্যায়ৰ সমৰ্থনৰ সৈতে ঈশ্বৰৰ ধাৰণাক সংযুক্ত কৰাটো বৰ বাস্তৱ বুদ্ধিৰ পৰিচয় নহ'ব।

মহাজাগতিক উদ্দেশ্যৰ আস্তিকবাদী মতবাদটোৰ নিচিনাকৈ সৰ্বেশ্বৰবাদী মতবাদটোও কিছু পৃথক ধৰণে কালবদ্ধ বিৱৰ্তনৰ আৱশ্যকতা ব্যাখ্যা কৰিব লগা অসুবিধাৰ গৰাহত পৰে। শেষ বিচাৰত সময় যদি বাস্তৱ নহয়েই (যিদৰে প্ৰায় সকলো সৰ্বেশ্বৰবাদীয়ে বিশ্বাস কৰে) তেন্তে কি কাৰণে ইতিহাসৰ শ্ৰেষ্ঠ বস্তুবোৰে প্ৰাৰম্ভৰ ফালে দেখা দিয়াৰ পৰিবৰ্তে পলমকৈহে দেখা দিছে? তাৰ ওলোটা ক্ৰমটোৱেও শুভ ফল নিদিলেহেঁতেননে? যদিহে ঘটনাসমূহৰ কোনো দিন-তাৰিখ থকাটো ভ্ৰম আৰু ঈশ্বৰ সেই ভ্ৰমৰ পৰা মুক্ত, তেন্তে কি কাৰণে তেওঁ ভাল লগা ঘটনাবোৰ ইতিহাসৰ শেষৰ ফালে ঘটাইছে আৰু বেয়া লগা ঘটনাবোৰ আৰম্ভণিৰ ফালে ঘটাইছে? এই প্ৰশ্নটো উত্তৰসাধ্য নহয় বুলি ভবাৰ ক্ষেত্ৰত মই ডীন ইঞ্জৰ সৈতে একমত।

আমি ইয়াৰ পিছতে বিবেচনা কৰিব লগা "উত্থানবাদী" মতবাদটোৱে এই অসুবিধা পৰিহাৰ কৰি চলিছে আৰু সময়ৰ বাস্তৱতাৰ ধাৰণাটো দৃঢ়তাৰে পোষণ কৰিছে। কিন্তু, আমি দেখিম যে অন্ততঃ সমানে ডাঙৰ অন্যান্য অসুবিধাৰ ই সন্মুখীন হৈছে। বি বি চি ৰ আলোচনা সম্বলিত যিখন গ্ৰন্থৰ পৰা মই উৰ্দ্ধৃতি দি আহিছোঁ, তাত "উত্থানবাদী" মতৰ একমাত্ৰ প্ৰতিনিধিগৰাকী হৈছে প্ৰফেছৰ আলেকজেণ্ডাৰ। তেওঁ এই কথাৰে আৰম্ভ কৰিছে যে নিৰ্জীৱ পদাৰ্থ, জীৱিত পদাৰ্থ আৰু মনে ধাৰাবাহিকভাৱে দেখা দিছে। তেওঁ কৈ গৈছে ঃ

"এই বিকাশৰ ধাৰণাটোক আৰু তাক বুজোৱা শব্দটোক মিষ্টাৰ লয়্‌ড মৰ্গানে আৰম্ভ বা পুনৰাৰম্ভ কৰাৰে পৰা উত্থান বুলি কোৱা হয়। জীৱনৰ উত্থান ঘটিছে পদাৰ্থৰ পৰা আৰু মনৰ উত্থান ঘটিছে জীৱনৰ পৰা। এক জীৱিত সত্ত্বা এক পদাৰ্থগত সত্ত্বাও, কিন্তু ই এনেভাৱে গঢ় লৈ উঠিছে যে জীৱন বোলা এক নতুন বৈশিষ্ট্য সি দেখুৱাব পৰা হৈছে. জীৱনৰ পৰা মনলৈ ঘটা সঞ্চৰণৰ ক্ষেত্ৰতো একেটা কথাই ক'ব পাৰি। 'মনযুক্ত' সত্ত্বা এটি জীৱিত সত্ত্বাও। কিন্তু, ইয়াৰ সৈতে জড়িত আছে বিকাশৰ অতি জটিলতা, ইয়াৰ কেতবোৰ অংশ বৰ সুন্দৰভাৱে সংগঠিত, বিশেষকৈ ইয়াৰ স্নায়ুতন্ত্ৰটো। অংশবিশেষৰ এনে সুন্দৰ সংগঠনৰ উদ্দেশ্য হৈছে মন অথবা (আপুনি যদি এই শব্দটোহে প্ৰয়োগ কৰিবলৈ ভাল পায়) চেতনাক বহন কৰা৷"

তেওঁ আকৌ কৈছে যে মনতেই এই প্ৰক্ৰিয়াটো সমাপ্ত হ'বৰ একো কাৰণ নাই। তাৰ বিপৰীতে, এই প্ৰক্ৰিয়াই "অস্তিত্বৰ মনৰো উৰ্দ্ধস্থ কিবা বৈশিষ্ট্যৰ আভাস দিয়ে। পদাৰ্থৰ সৈতে জীৱনৰ অথবা জীৱনৰ সৈতে মনৰ যি সম্পৰ্ক, মনৰ সৈতেও সেই বৈশিষ্ট্যৰ একেই সম্পৰ্ক। সেই বৈশিষ্ট্যটোকে মই দেৱত্ব বোলো আৰু যি সত্ত্বাত এই বৈশিষ্ট্য আছে তেৱেঁই ঈশ্বৰ। সেয়ে মোৰ ভাব হয় যে সকলো বস্তুৱেই এই বৈশিষ্ট্যটোলৈকে আগুলিয়ায় আৰু সেইবাবেই মই কৈছিলোঁ যে ব্যাপক দৃষ্টিভংগী গ্ৰহণ কৰোঁতে স্বয়ং বিজ্ঞানকো দেৱত্বৰ প্ৰয়োজন।" তেওঁৰ মতে জগতখনে "দেৱত্বলাভৰ বাবে সংগ্ৰাম কৰিছে অথবা দেৱত্বৰফালে গতি কৰিছে।" কিন্তু "জগতৰ অস্তিত্বৰ এইটো স্তৰত দেৱত্বই তাৰ বিশিষ্ট প্ৰকৃতি সহকাৰে এতিয়াও উত্থান লাভ কৰা নাই।" তেওঁ এই কথাও লগতে কৈছে যে তেওঁৰ মতে ঈশ্বৰ "ঐতিহাসিক ধৰ্মসমূহত থকাৰ নিচিনাকৈ স্ৰষ্টা নহয়, সৃষ্টহে।"

প্ৰফেছৰ আলেক্‌জেণ্ডাৰৰ মত আৰু বেৰ্গছঁৰ "সৃষ্টিশীল বিৱৰ্তন" (Creative Evolution)-অৰ মতৰ মাজত ঘনিষ্ঠ সাদৃশ্য আছে। বেৰ্গছঁই নিৰ্ধাৰণবাদক ভ্ৰান্ত বুলি গণ্য কৰিছে, কাৰণ বিৱৰ্তন প্ৰক্ৰিয়াত যথাৰ্থ অভিনৱ বস্তুৰ উত্থান ঘটিছে। এই অভিনৱ বস্তুসমূহৰ বিষয়ে আগতীয়া ভৱিষ্যদ্বাণী অথবা আগতীয়া কল্পনা কৰাটো

সম্ভৱ নহ'লহেঁতেন। এক ৰহস্যময় শক্তিয়ে প্ৰতিটো বস্তুকে বিকাশৰ বাবে প্ৰণোদিত কৰে। উদাহৰণস্বৰূপে, দৃষ্টিৰ ক্ষমতা নথকা প্ৰাণী এটায়ো দৃষ্টিৰ কিবা ৰহস্যময় ইংগিত প্ৰায় আৰু এনে ধৰণে কাম কৰিবলৈ অগ্ৰসৰ হয়, যিয়ে তাৰ চকুৰ বিকাশ সম্ভৱ কৰি তোলে। প্ৰাতটো মুহূৰ্ততে নতুন কিবা এটাৰ উত্থান ঘটে, কিন্তু অতীত কোনো দিনে লুপ্ত নহয়; অতীত সঞ্চিত হৈ থাকে স্মৃতিত—কাৰণ পাহৰণি মাথোঁ এক প্ৰতাৰণা। এইদৰে জগত অন্তৰ্বস্তুৰ ফালৰ পৰা অবিৰতভাৱে সমৃদ্ধ হৈ আহিছে আৰু সময়ত ই একেবাৰে সুন্দৰ স্থান হৈ পৰিব। বুদ্ধি পৰিহাৰ কৰিবলগীয়াটো হৈছে এটা দৰকাৰী কথা। বুদ্ধি সদায় পশ্চাৎদৰ্শী আৰু স্থানু। আমি প্ৰয়োগ কৰিব লাগিব স্বজ্ঞাক, কাৰণ ইয়াৰ ভিতৰত নিহিত থাকে সৃষ্টিশীল নতুনত্বৰ বাবে প্ৰণোদন।

এইটো ধৰি ল'ব নালাগিব যে লেমাৰ্কৰ কথা সৌৰৱাই দিয়া নিকৃষ্ট জীৱবিদ্যাৰ দুই-এটা অংশৰ বাহিৰে ওপৰৰ আটাইবোৰ কথাকে বিশ্বাস কৰাৰ বাবেই যুক্তিসমূহ দিয়া হৈছে। বেৰ্গছঁক গণ্য কৰিব লাগিব এজন কবি হিছাপে আৰু নিজৰ নীতি অনুসৰিয়ে তেওঁ কেৱল বুদ্ধিৰ প্ৰতি আবেদন জনোৱা প্ৰতিটো কথাকে পৰিহাৰ কৰি চলিছে।

মই এনে ইংগিত দিয়া নাই যে প্ৰফেছৰ আলেক্‌জেণ্ডাৰে বেৰ্গছঁৰ দৰ্শন তাৰ সমগ্ৰ ৰূপতে গ্ৰহণ কৰিছে। মই এই ইংগিতহে দিছোঁ যে উভয়ৰে মতৰ মাজত সাদৃশ্য আছে যদিও উভয়ে উভয়ৰ মত স্বাধীনভাৱেই গঢ়ি তুলিছে। যি কি নহওক, সময়ৰ ধাৰণাক গুৰুত্ব দিয়াত আৰু যি নতুনত্বৰ পূৰ্বাভাস অসম্ভৱ, বিৱৰ্তন প্ৰক্ৰিয়াত তেনে নতুনত্বৰ উত্থান ঘটে বুলি থকা বিশ্বাসত দুয়োৰে তত্ত্ব একমত।

বিভিন্ন সমস্যাই উত্থানবাদী বিৱৰ্তনৰ দৰ্শনটোক অসন্তুষ্টিকৰ কৰি তুলিছে। ইবোৰৰ ভিতৰত আটাইতকৈ মুখ্য সমস্যাটো বোধহয় এই যে নিৰ্ধাৰণবাদৰ হাত সাৰিবলৈ ভৱিষ্যদ্বাণীক ই অসম্ভৱ বুলি ধৰিছে, অথচ এই তত্ত্বৰ অনুগামীসকলে নিজেই ঈশ্বৰৰ সম্ভাব্য অস্তিত্বক লৈ ভৱিষ্যদ্বাণী কৰিছে। তেওঁলোকৰ অৱস্থা ঠিক বেৰ্গছঁৰ শ্বেল্-ফিশ্ (Shillfish)[১১]-অৰ অৱস্থাৰ দৰেই, যিয়ে চাব খোজে অথচ দৃষ্টি কি তাক নাজানে। প্ৰফেছৰ আলেক্‌জেণ্ডাৰে মত পোষণ কৰিছে এইবুলি যে কোনো কোনো অভিজ্ঞতাত 'দেৱত্ব'ৰ এক অস্পষ্ট অনুভৱ আমাৰ থাকে। ইয়াকে তেওঁ বুলিছে 'দেৱাং' (numinous)। তেওঁ কৈছে যে এনে অভিজ্ঞতাৰ বৈশিষ্ট্যস্বৰূপ যি অনুভৱ সেয়া হৈছে 'ৰহস্যৰ অনুভৱ, এনে কিবা এটাৰ অনুভৱ, যিয়ে আমাক ভীতিগ্ৰস্ত কৰিব পাৰে অথবা আমাৰ অসহায় অৱস্থাত আমাৰ সাৰথি হ'ব পাৰে। কিন্তু, সি যিয়েই নহওক, আমি আমাৰ ইন্দ্ৰিয় বা আমাৰ চিন্তাৰ জৰিয়তে জানিব পৰা যি কোনো বস্তুতকৈ সি বেলেগ।" এই অনুভৱটোক গুৰুত্ব দিয়াৰ সপক্ষে অথবা

তেওঁৰ তত্ত্বই বিচৰামতেই মানসিক বিকাশে এই অনুভৱক জীৱনৰ বৃহত্তৰ উপাদান কৰি তুলিছে বুলি ধৰি লোৱাৰ সপক্ষে তেওঁ কোনো কাৰণ দেখুওৱা নাই। নৃতাত্ত্বিকসকলৰ পৰা আমি ঠিক ইয়াৰ বিপৰীত সিদ্ধান্তটোহে উলিয়াই ল'ব পাৰো। এক বন্ধুভাবাপন্ন অথবা শত্ৰুভাবাপন্ন অ-মানৱ শক্তিৰ বিষয়ে এক ৰহস্যময়তাৰ অনুভৱে সভ্য মানুহৰ তুলনাত অসভ্য, বৰ্বৰসকলৰ জীৱনতহে বেছি ভূমিকা গ্ৰহণ কৰিছে। যদিহে ধৰ্মকেই এই অনুভৱ বুলি চিনাক্ত কৰা হয়, তেন্তে মানুহৰ জ্ঞাত বিকাশৰ প্ৰতিটো স্তৰতে ধৰ্মৰ সংকোচন ঘটি আহিছে। এই কথা এক উত্থানমুখী ঈশ্বৰৰ সপক্ষে ধৰি লোৱা বিৱৰ্তনমূলক যুক্তিৰ সৈতে খাপ খোৱাটো টান।

যিয়েই নহওক, এই চুক্তি অস্বাভাৱিকভাৱে দুৰ্বল। বিৱৰ্তনৰ তিনিটা স্তৰ আছে বুলি জোৰ দি কোৱা হৈছে। সেই তিনিটা স্তৰ হৈছে ঃ পদাৰ্থ, জীৱন আৰু মন। জগতখনে তাৰ বিকাশৰ প্ৰক্ৰিয়া সমাপ্ত কৰিছে বুলি ধৰি লোৱাৰ কোনো কাৰণ নাই আৰু সেয়ে কোনো পৰৱৰ্তী সময়ত চতুৰ্থ এটা স্তৰ আহি পোৱাৰ সম্ভাৱনা আছে। কেৱল তাতেই ক্ষান্ত নাথাকি আমি ধৰি ল'ব খুজিম যে পঞ্চম, ষষ্ঠ ইত্যাদি স্তৰ আহি পোৱাৰো সম্ভাৱনা আছে। পিছে নহয়, চতুৰ্থ স্তৰতে বিৱৰ্তন সমাপ্ত হ'ব লাগিব। পদাৰ্থই জীৱনৰ আগতীয়া অৱলোকন কৰিব নোৱাৰিলেহেঁতেন, জীৱনে মনৰ আগতীয়া অৱলোকন কৰিব নোৱাৰিলেহেঁতেন, কিন্তু মনে অস্পষ্টভাৱে তাৰ পৰৱৰ্তী স্তৰটোৰ আগতীয়া অৱলোকন কৰিব পাৰে—বিশেষতঃ যদিহে সেই মন কোনো পাপুৱান (Papuan)" অথবা বুশ্বম্যান (Bushman) "-অৰ হয়। এইটো স্পষ্ট যে এই আটাইবোৰেই হৈছে কেৱল আন্দাজী কথা। ই সঁচা হৈ যাবও পাৰে, কিন্তু তেনেকৈ ধৰি লোৱাৰ কোনো যুক্তিপূৰ্ণ ভিত্তি নাই। ভৱিষ্যৎ সম্পৰ্কে আগতীয়া ধাৰণা অসম্ভৱ বুলি কোৱাৰ ক্ষেত্ৰত উত্থানৰ দৰ্শনটো শুদ্ধ। কিন্তু, এই কথা কৈ একে সময়তে ই ভৱিষ্যতদ্বাণী কৰিবলৈ আগবাঢ়িছে। "ঈশ্বৰ" শব্দটোৱে আজিলৈকে যিটো ধাৰণাৰ প্ৰতিনিধিত্ব কৰি আহিছে, তাক বিসৰ্জন দিয়াৰ তুলনাত "ঈশ্বৰ" শব্দটোকে বিসৰ্জন দিবলৈ মানুহ বেছি অনিচ্ছুক। ঈশ্বৰে জগত সৃষ্টি কৰা নাই বুলি ক'বলৈ প্ৰৰোচিত হোৱা উত্থানমূলক বিৱৰ্তনবাদীসকলে জগতে ঈশ্বৰক সৃষ্টি কৰিব লাগিছে বুলি কৈয়ে ক্ষান্ত হৈছে। কিন্তু নামটোক বাদ দি পৰম্পৰাগত উপাসনাৰ পাত্ৰ ঈশ্বৰৰ সৈতে এইজন ঈশ্বৰৰ একো মিল নাই।

সাধাৰণভাৱে মহাজাগতিক উদ্দেশ্যৰ (তাৰ যিটো ৰূপতে নহওক কিয়) বিষয়ে দুই ধৰণৰ সমালোচনা কৰা যায়। প্ৰথমতে, মহাজাগতিক উদ্দেশ্যত বিশ্বাস কৰাসকলে *ভাবে যে জগতৰ বিকাশ আজিলৈকে যিটো দিশত হৈছে সেইটো দিশতে অব্যাহত থাকিব;* দ্বিতীয়তে, তেওঁলোকে ভাবে যে ইতিমধ্যেই যিখিনি ঘটিছে, সেয়া বিশ্বজগতৰ

শুভ অভিপ্ৰায়ৰে সাক্ষ্য। এই দুয়োটা স্বীকাৰ্যই প্ৰশ্নৰ বাবে মুকলি।

বিবৰ্তন দিশৰ বিষয়ে ক'বলৈ হ'লে পৃথিৱীত জীৱন আৰম্ভ হোৱাৰ পিছৰ পৰা যি যি ঘটিছে, মূলতঃ তাৰ পৰাই এই যুক্তিটো আহৰণ কৰা হৈছে। এতিয়া কথা হৈছে, এই পৃথিৱীখন বিশ্বজগতৰ এটা অতি ক্ষুদ্ৰ টুকুৰা আৰু ই কোনোমতেই বাকী অংশৰ নিদৰ্শন স্বৰূপ নহয় বুলি ধৰি লোৱাৰ সপক্ষে নানানটা যুক্তি আছে। ছাৰ জে'মছ্ জীনছ্ (James Jeans)-এ বৰ্তমান অন্য ক'ৰবাত জীৱন আছে নে নাই, সেই কথা বৰ অনিশ্চিত বুলি ধাৰণা কৰিছে। ক'পাৰ্নিকাছীয় বিপ্লৱৰ আগতে এই কথা ধৰি লোৱাটো স্বাভাৱিক আছিল যে ঈশ্বৰৰ উদ্দেশ্য পৃথিৱীৰ সৈতে বিশেষভাৱে জড়িত। কিন্তু, সম্প্ৰতি ই এক। অবিশ্বাসযোগ্য প্ৰকল্পত পৰিণত হৈছে। যদি মনৰ বিকাশ ঘটোৱাটোৱে মহাজগতৰ উদ্দেশ্য, তেনেহ'লে আমি ইয়াক বেছ সামৰ্থ্যহীন বুলিয়ে গণ্য কৰিম কাৰণ, ইমান দীঘলীয়া সময়ত ই যথেষ্ট কম পৰিবেশন কৰিছে। অৱশ্যে, ই সম্ভৱপৰ যে ভৱিষ্যতে ক'ৰবাত আৰু অধিক মনৰ উদ্ভৱ ঘটিব। কিন্তু, এই বিষয়ে কোনো বৈজ্ঞানিক সাক্ষ্য আমাৰ হাতত নাই। দৈৱ-সংযোগৰ জৰিয়তে জীৱনৰ উত্থান ঘটা কথাটো আচহুৱা যেন লাগিব পাৰে, কিন্তু এনে এক বিশাল বিশ্বত দৈৱ-সংযোগ ঘটিবই।

আনকি আমি যদি এই অদ্ভুত মতটো গ্ৰহণ কৰোঁও যে মহাজাগতিক উদ্দেশ্য আমাৰ এই ক্ষুদ্ৰ গ্ৰহটোৰ সৈতে বিশেষভাৱে জড়িত, তথাপি আমি দেখিম যে ধৰ্মতাত্ত্বিকসকলে এই উদ্দেশ্য যেনে ধৰণৰ বুলি কৈছে, ঠিক তেনে ধৰণৰ হয় নে নহয়, তাক সন্দেহ কৰাৰ বাবে আমাৰ হাতত যথেষ্ট কাৰণ আছে। পৃথিৱীখন (যদিহে সকলো জীৱকে ধ্বংস কৰিব পৰাকৈ যথেষ্ট বিষাক্ত গেছ আমি প্ৰয়োগ নকৰো) বেছ কিছুকালৰ বাবে বাসৰ উপযোগী হৈ থকাৰ সম্ভাৱনা আছে— কিন্তু চিৰকালৰ বাবে তেনে হৈ থকাৰ সম্ভাৱনা নাই। হয়তো আমাৰ বায়ুমণ্ডল মহাজাগতিক স্থানৰ মাজত অনুক্ৰমে বিলীন হৈ পৰিব; হয়তো জোৱাৰৰ ফলস্বৰূপে পৃথিৱীয়ে সদায় তাৰ এটা ফাল সূৰ্যৰমুৱা কৰি ৰাখিব লগা হ'ব, যাৰ বাবে এটা গোলাৰ্ধ হৈ পৰিব অত্যাধিক গৰম আৰু আনটো হৈ পৰিব অত্যাধিক চেঁচা; হয়তো (জে.বি এচ্ হ্যাল্ডেনৰ এটা নীতিশিক্ষামূলক গল্পত থকাৰ দৰে) চন্দ্ৰটো পৃথিৱীৰ ওপৰত আছুৰ খাই পৰিব। ইয়াৰ এটা ঘটনাও যদি প্ৰথমে নঘটে, তথাপি আমাৰ আটাইবে বিনাশ ঘটিবই, তেতিয়াই সূৰ্য বিস্ফোৰিত হৈ এটি শীতল, বগা বাওনাত পৰিণত হ'ব। জীনছে কোৱা মতে এই ঘটনা ঘটিব প্ৰায় এক নিযুত নিযুত বছৰৰ ভিতৰত; অৱশ্যে সঠিক সময়টো এইপৰ্যন্ত কিছু অনিশ্চিত।

জীৱনৰ সমাপ্তিৰ বাবে প্ৰস্তুত হ'বলৈ এক নিযুত নিযুত বছৰে নিশ্চয় আমাক

কিছু সময় দিছে। আমি আশা কৰিব পাৰো যে এইছোৱা সময়ৰ ভিতৰতে আমাৰ জ্যোতিৰ্বিদ্যা আৰু বন্দুকচালনাৰ কৌশলে বেছ কিছু উন্নতি ঘটাব। জ্যোতিৰ্বিদসকলে আৱিষ্কাৰ কৰিব পাৰে বাসৰ উপযোগী গ্ৰহবিশিষ্ট অন্য এক নক্ষত্ৰ আৰু বন্দুকধাৰীসকলে গুলীয়াই পোহৰৰ বেগৰ সন্নিবিষ্ট বেগেৰে আমাক তাত উপস্থিত কৰাব পাৰে; যাত্ৰীসকল যদি এই পৰিক্ৰমাৰ আৰম্ভণিতে একেবাৰে কমবয়সীয়া হৈ থাকে, কোনো কোনোৱে বুঢ়া হৈ মৰাৰ আগতেই সেইখিনি গৈ পাব পাৰে। ই হয়তো এক অতি ক্ষীণ আশা, কিন্তু ইয়াকে লৈ আমি যথাসম্ভৱ সন্তোষ লাভ কৰোহক।

সবাতকৈ নিখুঁত বৈজ্ঞানিক দক্ষতা সহকাৰে ব্ৰহ্মাণ্ড-বিহাৰ কৰিও জীৱনক শাশ্বতভাৱে দীঘল কৰিব পৰা নাযাব। তাপ-গতিবিজ্ঞানৰ দ্বিতীয়টো সূত্ৰই আমাক কৈছে যে সামগ্ৰিকভাৱে সকলো সময়তে বেছি ঘনীভূত অৱস্থাৰ পৰা কম ঘনীভূত অৱস্থালৈ শক্তিৰ প্ৰবাহ ঘটিব লাগিছে আৰু অৱশেষত আটাইবোৰ শক্তি প্ৰবাহিত হ'ব এনে এটি অৱস্থালৈ, যি অৱস্থাত আৰু অধিক পৰিৱৰ্তন অসম্ভৱ। জীৱনৰ সমাপ্তি যদি তাৰ আগতে নঘটে, তেন্তে সেই সমাপ্তি নিশ্চিত হ'ব উক্ত ঘটনা সংঘটিত হোৱাৰ লগে লগে। আকৌ এবাৰ জীন্‌ছৰ উদ্ধৃতি দিওঁ ঃ "মৰণশীল মানুহৰ নিচিনাকৈ বিশ্বজগতৰ ক্ষেত্ৰতো সমাধি অভিমুখী গতিয়েই হৈছে একমাত্ৰ সম্ভৱপৰ জীৱন।" এই কথাই তেওঁক এনে কেতবোৰ চিন্তা কৰাইছে, যিবোৰ আমাৰ বিষয়বস্তুৰ সৈতে অতি সংগতিপূৰ্ণ ঃ

"জগতৰ বহস্যত বিশ্বাস কৰা বাবে গিয়'ৰডানো ব্ৰুনোই ছহিদত্ব অৰ্জন কৰাৰ পিছত অতিক্ৰান্ত হোৱা তিনিটা শতাব্দীয়ে বিশ্বজগত সম্পৰ্কীয় আমাৰ ধাৰণাক প্ৰায় বৰ্ণনাতীতভাৱে সলনি কৰিছে, কিন্তু আমাক বিশ্বজগতৰ সৈতে জীৱনৰ সম্পৰ্ক বিষয়ক উপলব্ধিৰ লক্ষণীয়ভাৱে কাষ চপাব পৰা নাই। এই জীৱনৰ অৰ্থৰ বিষয়ে আমি এতিয়াও মাত্ৰ অনুমানহে কৰিব পাৰোঁ— সকলো দৃশ্যমান ৰূপতে যি অৰ্থ এতিয়াও ভালেখিনি আধাসিজা। এয়াই কি চূড়ান্ত শীৰ্ষবিন্দু, যাক লক্ষ্য কৰি সমগ্ৰ সৃষ্টিয়ে গতি কৰিছে? ইয়াৰ বাবেইনে বসতিহীন নক্ষত্ৰ আৰু নীহাৰিকাসমূহত নিযুত নিযুত বছৰ ধৰি পদাৰ্থৰ ৰূপান্তৰ ঘটিব লাগিছে আৰু পৰিত্যক্ত স্থানসমূহত বিকিৰণ অপব্যয় কৰা হৈছে? যদি সেয়ে হয়, ই জানো অবিশ্বাস্য ধৰণে খৰচী প্ৰস্তুতি হোৱা নাই? অথবা ই কি প্ৰাকৃতিক প্ৰক্ৰিয়াসমূহৰ কেৱল এক দৈৱাৎ ঘটিত আৰু সম্ভৱতঃ একেবাৰে গুৰুত্বহীন উপজাত বস্তু? উক্ত প্ৰক্ৰিয়াসমূহৰ সমুখত কি অন্য কিম্বা অধিক বিস্ময়কৰ লক্ষ্য আছে। অথবা (আৰু বেছি পৰিমিত চিন্তাধাৰা এটাত দৃষ্টিপাত কৰিবলৈ হ'লে) আমি কি ইয়াক বেমাৰৰ দৰে কিম্বা বুলি গণ্য কৰিম, যি বেমাৰে পদাৰ্থক লক্ষে বৃদ্ধ বয়সত, যেতিয়া পদাৰ্থই তাৰ উচ্চ উষ্ণতা হেৰুৱায় আৰু লগতে

হেৰুৱায় উচ্চ-কম্পনাঙ্কৰ বিকিৰণ উৎপাদন কৰাৰ সামৰ্থ্য— যি সামৰ্থ্যৰ জৰিয়তে কম বয়সীয়া আৰু বেছি শক্তিমান পদাৰ্থই নিমিষতে জীৱনৰ বিনাশ সাধন কৰিলেহেঁতেনে? অথবা বিনয় পৰিহাৰ কৰি আমি ভাবিবলৈ সাহস কৰিমনে যে ইয়েই একমাত্ৰ বাস্তৱ, যি নক্ষত্ৰ আৰু নীহাৰিকাসমূহৰ প্ৰকাণ্ড পদাৰ্থপিণ্ডসমূহ আৰু বিশাল জ্যোতিৰ্বৈজ্ঞানিক সময়ৰ প্ৰায় অকল্পনীয়ভাৱে দীঘল পটিসমূহৰ দ্বাৰা সৃষ্ট হোৱাৰ পৰিৱৰ্তে সিবোৰকহে ই সৃষ্টি কৰিছে?"

মই ভাবো ইয়াত বিজ্ঞানে আগবঢ়োৱাৰ দৰে ন্যায়নিষ্ঠভাৱে তথা পক্ষপাতিতা নোহোৱাকৈ বিকল্পসমূহ উল্লেখ কৰা হৈছে। মনকেই একমাত্ৰ বাস্তৱ বোলা আৰু জ্যোতিৰ্বিদ্যাৰ স্থান আৰু কালসমূহ মনৰ দ্বাৰাই সৃষ্টি হোৱা বুলি ভবা অন্তিম সম্ভাৱনাটোৰ বিষয়ে যৌক্তিকভাৱে ভালেখিনি কথা ক'ব লগা আছে। কিন্তু, নিৰুৎসাহজনক সিদ্ধান্ত এৰাই চলাৰ আশাৰে যিসকলে এই সম্ভাৱনা গ্ৰহণ কৰে, সেইসকলে ইয়াৰ পৰিণতিসমূহ একেবাৰেই উপলব্ধি নকৰে। মই জনা প্ৰতিটো কথাই পোনপটীয়াভাৱে মোৰ 'মন'ৰ অংশ আৰু অন্যান্য বস্তুৰ অস্তিত্বত যি অনুমান-প্ৰক্ৰিয়াৰে মই উপনীত হওঁ, সেয়া কোনো প্ৰকাৰেই চূড়ান্ত নহয়। সেয়ে এনেকুৱা হ'ব পাৰে যে মোৰ মনটোৰ বাহিৰে একো বস্তুৰে অস্তিত্ব নাই। তেনে ক্ষেত্ৰত, মই মৰিলে বিশ্বজগতৰো অৱসান ঘটিব। কিন্তু, যদিহে মই মোৰ মনটোত বাদেও অন্যান্য মনকো স্বীকাৰ কৰিবলৈ ওলাওঁ, তেন্তে মই সমগ্ৰ জ্যোতিৰ্বৈজ্ঞানিক বিশ্বজগতখনকে স্বীকাৰ কৰিব লাগিব, কাৰণ উভয়ক্ষেত্ৰতে সাক্ষ্য ঠিক সমানে শক্তিশালী। জীনছৰ শেষ বিকল্পটো সেয়েহে অন্য মানুহৰ দেহৰ অস্তিত্ব স্বীকাৰ নকৰি মনৰ অস্তিত্ব স্বীকাৰ কৰা এক আৰামদায়ক তত্ত্ব নহয় ; বৰং ই এনে তত্ত্বহে, যি অনুসাৰে এক উদং বিশ্বজগতত মই অকলে স্থিত হৈ মোৰ নিজা উৰ্বৰ কল্পনাৰে উদ্ভাৱন কৰিব লাগিছে সমগ্ৰ মানৱজাতিক, পৃথিৱীৰ ভূতাত্ত্বিক যুগবোৰক, সূৰ্যক, নক্ষত্ৰবোৰক আৰু নীহাৰিকাবোৰক। মই যিমানদূৰ জানো, এই তত্ত্বৰ বিৰুদ্ধে কোনো গ্ৰহণযোগ্য তৰ্কীয় যুক্তি নাই। কিন্তু, মনকেই একমাত্ৰ বাস্তৱ বোলা মতবাদৰ আন যিকোনো ৰূপৰ বিৰুদ্ধেই এই বাস্তৱ সত্যটো থিয় কৰাব পাৰি যে অন্য মানুহৰ দেহৰ সপক্ষে থকা সাক্ষ্যবোৰৰ পৰাহে অনুমান-প্ৰক্ৰিয়াৰে তেওঁলোকৰ মনৰ সপক্ষে থকা সাক্ষ্যবোৰ আহৰণ কৰা হয় সেয়েহে অন্য মানুহৰ যদি মন আছে তেন্তে দেহো আছে ; অকল নিজেইহে মাথোন এক বিদেহী মন হ'ব পাৰে হয়তো, সিও সম্ভৱ হ'ব পাৰে কেৱল যদি একমাত্ৰ নিজেইহে অস্তিত্বশীল হয়।

মই এতিয়া মহাজাগতিক উদ্দেশ্য সম্পৰ্কীয় আমাৰ আলোচনাৰ শেষ প্ৰশ্নটোলৈ আহিছোঁ, অৰ্থাৎ ঃ এতিয়ালৈকে যিখিনি ঘটিছে, সেয়া বিশ্বজগতৰ সৎ অভিপ্ৰায়ৰ

সাক্ষ্য হয়নে? আমি দেখি আহিছোঁ যে ইয়াক বিশ্বাস কৰাৰ সপক্ষে ধৰি লোৱা যুক্তিটো হৈছে এই যে বিশ্বজগতখনে "আমাক" সৃষ্টি কৰিছে। মই এই যুক্তি প্ৰত্যাখ্যান কৰিব নোৱাৰোঁ। কিন্তু, আমি সঁচাকৈয়ে ইমান চমৎকাৰ কিবানে, যিয়ে এনে এক দীঘলীয়া প্ৰস্তাৱনাৰ ন্যায্যতা প্ৰতিপন্ন কৰে? দাৰ্শনিকসকলে প্ৰমূল্যসমূহত গুৰুত্ব দিয়ে ঃ তেওঁলোকে কয় যে আমি কেতবোৰ বস্তুক সৎ বুলি ভাবো আৰু যিহেতু এই বস্তুবোৰ সৎ, সেয়ে সিহঁতক সৎ বুলি ভাবিবলৈ আমিও অতি সৎ হ'বই লাগিব। কিন্তু ই হৈছে এক চক্ৰীয় যুক্তি। বেলেগ বেলেগ প্ৰমূল্য থকা এক প্ৰাণীয়ে আমাৰ প্ৰমূল্যসমূহ বৰ নৃশংস বুলি গণ্য কৰিব আৰু এইবোৰকে আমি যে চাতানৰ দ্বাৰা অনুপ্ৰাণিত, তাৰ প্ৰমাণ বুলি ভাবিব। মানুহে নিজৰ সমুখত এখন দাপোণ দাঙি ধৰি তাত যি দেখিছে, তাকেই অতি চমৎকাৰ বুলি ভাবিছে আৰু ভাবিছে যে ইয়াৰ চমৎকাৰিত্বই প্ৰমাণ কৰে যে মহাজাগতিক উদ্দেশ্যই তাৰ সমস্ত পথ-পৰিক্ৰমাতে তাকেই লক্ষ্য হিছাপে লৈ আহিছে। এই দৃশ্যটোত সামান্য কিবা উদ্ভট কথা নাইনে? কি কাৰণে এই মানৱ-বন্দনা? বাঘ-সিংহৰ বিষয়ে কি কথা? সিহঁতে আমাতকৈ কমসংখ্যক প্ৰাণী অথবা মানুহৰ জীৱন ধ্বংস কৰে আৰু দেখিবলৈকো সিহঁত আমাতকৈ বহুত বেছি ধুনীয়া। পৰুৱাৰ বিষয়ে একা? যিকোনো ফেচিষ্টতকৈ সিহঁতে সংঘীয় ৰাষ্ট্ৰ বহুত বেছি ভালধৰণে চলায়। নাইটিংগেল, ভৰতপক্ষী আৰু হৰিণাৰ জগৎ এখন নৃশংসতা, অন্যায় আৰু যুদ্ধৰে ভৰা আমাৰ মানৱ জগতৰ তুলনাত বেছি ভাল নহ'লহেঁতেননে? মহাজাগতিক উদ্দেশ্যত বিশ্বাসীসকলে আমাৰ কল্পিত বুদ্ধিক যথেষ্ট গুৰুত্ব দিছে, কিন্তু তেওঁলোকৰ লিখনিয়েই এই বুদ্ধিক সন্দেহ কৰিবলগীয়া কৰে। মোক যদি সৰ্বশক্তি দিয়া হ'লহেঁতেন আৰু পৰীক্ষা-নিৰীক্ষাৰ বাবে যদি দিয়া হ'লহেঁতেন নিযুত নিযুত বছৰ, তেন্তে মোৰ সমস্ত শ্ৰমৰ চূড়ান্ত ফল হিছাপে মানুহক মই খুব বেছি গৰ্বৰ উৎস বুলি নধৰিলোঁহেঁতেন।

এক আওহতীয়া স্থানত এক অদ্ভুত দৈৱ-সংযোগ হিছাপে মানুহ বোধগম্য ঃ তাৰ সদ্‌গুণ-বদগুণৰ মিশ্ৰণটো এক দৈৱাংঘটিত উৎসৰ পৰিণতি হ'ব পাৰে বুলি আশা কৰা যায়। কিন্তু কেৱল অগাধ আত্মতুষ্টিয়েহে মানুহৰ মাজত এনে এক যুক্তি দেখাটো সম্ভৱ, যাক সৰ্বজ্ঞজনাই সৃষ্টিকৰ্তাৰ বাবে উপযুক্ত অভিপ্ৰায় বুলি গণ্য কৰিব পাৰে। মানুহক মহাজাগতিক উদ্দেশ্যৰ পৰ্যাপ্ত সাক্ষ্য বুলি ভবাসকলৰ মাজত যিখিনি বিনয় দেখা যায়, তাতকৈ বেছি বিনয় মানুহক নিশিকোৱা পৰ্যন্ত ক'পাৰ্নিকাছীয় বিপ্লৱৰ কাম আধৰুৱা হৈ থাকিব।

□□□

# নৱম অধ্যায়

# বিজ্ঞান আৰু নীতিশাস্ত্ৰ

আগৰ দুটা অধ্যায়ত আমি দেখি আহিছোঁ যে বিজ্ঞানক অকুলন বুলি ভবাসকলে এই কথালৈ দৃষ্টি আকৰ্ষণ কৰে যে "প্ৰমূল্য" সম্পৰ্কে বিজ্ঞানৰ একো ক'বলৈ নাই। এই কথা মই মানি লওঁ। কিন্তু যেতিয়া সিদ্ধান্ত কৰা হয় যে নীতিশাস্ত্ৰত এনে কেতবোৰ সত্য আছে, যাক বিজ্ঞানে প্ৰমাণ বা অপ্ৰমাণ কৰিব নোৱাৰে, মোৰ আপত্তি থাকে। বিষয়টো এনেকুৱা যে এই সম্পৰ্কে পৰিষ্কাৰকৈ চিন্তা কৰাটো কোনোমতেই সহজ নহয়। এই বিষয়ে মোৰ নিজৰে মত ত্ৰিশ বছৰ আগতে যেনেকুৱা আছিল, আজি তাতকৈ একেবাৰে বেলেগ হৈছে। কিন্তু, মহাজাগতিক উদ্দেশ্যৰ সপক্ষে থকা যুক্তিবোৰৰ নিচিনাকৈ এই সম্পৰ্কীয় যুক্তিবোৰকো মূল্যায়ন কৰিম নেকি,— আমি স্পষ্ট হৈ লোৱা দৰকাৰ। যিহেতু নীতিশাস্ত্ৰ সম্পৰ্কীয় ধাৰণাসমূহৰ কোনো ঐক্য নাই, এতেকে বুজি ল'ব লাগিব যে ইয়াত দাঙি ধৰিব খোজা কথাখিনি বিজ্ঞানৰ আপ্তকথা নহয়, মোৰ ব্যক্তিগত বিশ্বাসহে।

পৰম্পৰাগতভাৱেই নীতিশাস্ত্ৰ অধ্যয়নৰ দুটা অংশ আছে। এটা অংশ জড়িত হয় নৈতিক বিধিসমূহৰ সৈতে আৰু আনটো অংশ জড়িত হয় যি নিজে নিজেই সৎ, তেনে কথাৰ সৈতে। বহু আচৰণ-বিধিৰে উৎপত্তি ঘটিছে ধৰ্মীয় আচাৰ-অনুষ্ঠানসমূহৰ পৰা। বৰ্বৰ আৰু আদিম মানুহৰ মাজত এই আচৰণ-বিধিসমূহৰ যথেষ্ট ভূমিকা আছিল। মুখিয়াৰ থালৰপৰা খোৱা অথবা মাকৰ গাখীৰ খাই থকা পোৱালিৰ খং তোলা নিষিদ্ধ আছিল। দেৱতাৰ ওচৰত বলিদান দিবলৈ নিৰ্দেশ দিয়া হৈছিল। বিকাশৰ কোনো এটা স্তৰত মানুহ বলিকে আটাইতকৈ গ্ৰহণযোগ্য বুলি ভবা হৈছিল। হত্যা আৰু চৌৰ্যবৃত্তিৰ নিষিদ্ধিৰ নিচিনা অন্যান্য নৈতিক বিধিসমূহৰ বেছি স্পষ্ট সামাজিক উপযোগিতা আছে। এনে বিধিসমূহ পূৰ্বতে জড়িত হৈ থকা আদিম ধৰ্মতাত্ত্বিক প্ৰণালীসমূহ ক্ষয়প্ৰাপ্ত হোৱাৰ পিছতো সিবোৰ বৰ্তি থাকিব পাৰিছে। কিন্তু, মানুহ যিমানে চিন্তাশীল হৈ আহিল, সিমানে বিধিসমূহক কম গুৰুত্ব দিয়া আৰু মানসিক অৱস্থাসমূহক বেছি গুৰুত্ব দিয়াৰ প্ৰৱণতা এটা গা কৰি উঠিল। দুটা উৎসৰপৰা ই আহিছে : দৰ্শন আৰু ৰহস্যবাদী ধৰ্ম। পয়গম্বৰসকলৰ ৰচনা আৰু গছপেলসমূহৰ সৈতে আমি আটায়ে পৰিচিত। এইবোৰত অন্তৰৰ বিশুদ্ধতাক

আইনৰ পুংখানুপংখ পৰ্যবেক্ষণতকৈ ওপৰত স্থান দিয়া হৈছে। প্ৰেম বা দয়াৰ প্ৰতি চেইন্ট্ পলৰ প্ৰসিদ্ধ বন্দনাই একেটা নীতিকে শিকায়। খ্ৰীষ্টিয় আৰু অ-খ্ৰীষ্টিয়সকলো মহান ৰহস্যবাদীৰ মাজত আমি একেটা কথাই পাম। তেওঁলোকে মনৰ এনে এটা অৱস্থাক মূল্য দিয়ে, য'ৰপৰা শুদ্ধ আচৰণ প্ৰসূত হোৱাটো নিশ্চিত বুলি তেওঁলোকে ভাবে। বিধিসমূহক তেওঁলোকে বাহিৰা বস্তু যেন পায় আৰু পৰিস্থিতিসমূহৰ সৈতে পৰ্যাপ্তভাৱে খাপ খাব নোৱাৰে বুলি ভাবে। আচৰণৰ বাহিৰা বিধিসমূহৰ প্ৰতি গোহাৰি জনোৱাৰ আৱশ্যকতা এৰাই চলাৰ এটা উপায় হৈছে "বিবেক"ত বিশ্বাস আৰু প্ৰটেষ্টাণ্ট্ নীতিশাস্ত্ৰত ই বিশেষভাৱে গুৰুত্বপূৰ্ণ হৈ আহিছে। শুদ্ধ কি, ভুল কি, সেয়া প্ৰতিখন মানৱ হৃদয়ৰ ওচৰতে ঈশ্বৰে প্ৰকাশ কৰে বুলি ভবা হৈ আহিছে। এতেকে পাপ এৰাই চলাৰ বাবে আমি আমাৰ অভ্যন্তৰৰ কণ্ঠস্বৰ মন দি শুনিলেই হ'ল। পিছে, এই মতত দুটা সমস্যা আছে। প্ৰথমতে, বিবেকে বেলেগ বেলেগ মানুহক বেলেগ বেলেগ বাণী শুনায়; দ্বিতীয়তে, অচেতন মনৰ অধ্যয়নে আমাক উপলব্ধ কৰাইছে যে আমাৰ বিবেকী অনুভৱসমূহৰ অন্তৰালত নিৰস, পাৰ্থিৱ কাৰণ সোমাই থাকে।

বিবেকৰ বিভিন্ন বাণী সম্পৰ্কে কওঁহক ঃ তৃতীয় জৰ্জৰ বিবেকে তেওঁক কৈছিল যে তেওঁ কেথ'লিক মুক্তিত অনুমোদন জনাব নালাগিব ; যদি জনায়, তেন্তে তেওঁ অভিষেকৰ সময়ত মিছা শপত লোৱাৰ দোষত পৰিব। তেওঁৰ পিছৰ সম্ৰাটসকলে এনে বিবেকী সংকোচ প্ৰদৰ্শন কৰা নাছিল। কম্যুনিষ্টসকলে ওকালতি কৰা ধৰণে দৰিদ্ৰই ধনীক লুট কৰা কথাটোক নিন্দাবাদ দিবলৈ কোনো কোনো ব্যক্তিক বিবেকে আহ্বান জনায় ; অন্যান্যসকলক আকৌ পুঁজিপতিসকলে দেখুওৱাৰ দৰে ধনীৰ দ্বাৰা দৰিদ্ৰৰ শোষণক নিন্দাবাদ দিবলৈ উচটায়। ই কাৰোবাক কয় যে বহিঃশত্ৰুৰ আক্ৰমণৰ পৰা নিজৰ দেশক বচাবৰ বাবে প্ৰতিৰোধ গঢ়ি তোলা উচিত, আন কাৰোবাক ই আকৌ কয় যে যুদ্ধত যিকোনো ধৰণৰ অংশগ্ৰহণেই বেয়া। বিশ্বযুদ্ধৰ সময়ছোৱাত নীতিশাস্ত্ৰৰ অধ্যয়ন শূন্যাৰ ঘৰত থকা প্ৰায়বোৰ কৰ্তৃপক্ষৰ বাবে বিবেক আছিল বৰ বিমোৰত পেলোৱা বস্তু। তেওঁলোকে কেতবোৰ অদ্ভুত সিদ্ধান্ত কৰিছিল। উদাহৰণস্বৰূপে, নিজৰ বিৰুদ্ধে যুঁজাৰ ক্ষেত্ৰত মানুহ এজনৰ বিবেকী সংকোচ থাকিব পাৰে, কিন্তু যুদ্ধক্ষেত্ৰত কাম কৰি আন এজনক বাধ্যতামূলকভাৱে সেনাবাহিনীত ভৰ্তি কৰাটো সম্ভৱ কৰি তোলোতে তেনে সংকোচ অনুভৱ নকৰে। তেওঁলোকে এইবুলিও ভাবিছিল যে বিবেকে যদিও সকলো যুদ্ধৰে বিৰুদ্ধাচৰণ কৰে, তথাপি (সেই চৰম অৱস্থিতি বিফল হৈ পৰিছে যিহেতু) যিখন যুদ্ধ চলিব লাগিছে, ই তাৰ বিৰোধিতা কৰিব নোৱাৰে। যিসকলে যুদ্ধ কৰাটো ভুল বুলি,

যি কাৰণতেই নহওক, ভাবিছিল, তেওঁলোকে "বিবেক"ৰ কিছু পৰিমাণে আদিম আৰু অবৈজ্ঞানিক এই ধাৰণাটোৰ সৈতে সংগতি ৰাখিয়ে তেওঁলোকৰ অৱস্থাৰ ঘোষণা কৰিবলৈ বাধ্য হৈছিল।

বিবেকৰ উৎপত্তিৰ কথাটো বুজিলে তাৰ বাণীৰ বিভিন্নতাও প্ৰত্যাশিত বুলিয়ে ওলাই পৰিব। মানুহৰ একেবাৰে আগবয়সত কোনো কোনো কাম পছন্দ হয়, কোনো কোনো কাম অপছন্দ হয়। সংযোগৰ স্বাভাৱিক প্ৰক্ৰিয়া অনুসৰি এই কামসমূহৰ সৈতে আনন্দ আৰু অস্বস্তি ক্ৰমাৎ জড়িত হৈ পৰে। কিন্তু, আনন্দ আৰু অস্বস্তি সিহঁতৰ দ্বাৰা ক্ৰমে উৎপন্ন পছন্দ আৰু অপছন্দৰ লগতে কেৱল জড়িত নহয়। সময় যোৱাৰ লগে লগে আমাৰ আদি বয়সৰ সকলো নৈতিক প্ৰশিক্ষণ আমি পাহৰি যাব পাৰো, কিন্তু তেতিয়াও কেতবোৰ কাৰ্যত আমি অসন্তুষ্টি অনুভৱ কৰিম আৰু আন কেতবোৰ কাৰ্যই আমাক দিব উৎকৰ্ষৰ জেউতি। আত্ম-অৱলোকনৰ ওচৰত এই অনুভৱবোৰ ৰহস্যময় হৈ পৰে, কাৰণ আদিতে সেই অনুভৱবোৰ যিবোৰ পৰিস্থিতিয়ে সৃষ্টি কৰিছিল, সেইবোৰ আৰু আমাৰ মনত নাথাকে। সেয়ে হৃদয়ত সোমাই থকা ঈশ্বৰৰ কণ্ঠস্বৰকে এই অনুভৱসমূহৰ কাৰণ বুলি ভাবি লোৱাটো স্বাভাৱিক। আচলতে কিন্তু বিবেক হৈছে শিক্ষাৰ উৎপাদন আৰু সংখ্যাগৰিষ্ঠ মানুহৰ ক্ষেত্ৰতে শিক্ষাদাতাসকলে উপযুক্ত বুলি ভবা ধৰণে পছন্দ বা অপছন্দ কৰিবলৈ বিবেকক প্ৰশিক্ষণ দিব পাৰি। সেয়েহে বহিঃ নৈতিক বিধিৰ পৰা নীতিশাস্ত্ৰক মুক্ত কৰাৰ আকাংক্ষাটো যদিও সঠিক, সেই কাম কিন্তু "বিবেক"ৰ ধাৰণাৰ সহায়ত সন্তোষজনকভাৱে সমাধা কৰিব পৰাটো টান।

এক ভিন্ন পথেৰে দাৰ্শনিকসকলে এনে এক ভিন্ন স্থিতিত উপনীত হৈছে, যি স্থিতিতো আচৰণৰ নৈতিক বিধিসমূহৰ স্থান গৌণ। তেওঁলোকে সদ্‌গুণৰ ধাৰণাটো গঢ়ি তুলিছে। এই ধাৰণাৰ দ্বাৰা তেওঁলোকে (মোটামুটিকৈ ক'বলৈ হ'লে) তেনে বস্তুকেই বুজাইছে, যি বস্তুৰ ফলাফল নিৰ্বিশেষে তাৰ বিশুদ্ধ প্ৰকৃতিগত ৰূপতে সি অস্তিত্বশীল হৈ থকা দেখিবলৈ আমি আকাংক্ষা কৰা উচিত ; অথবা তেওঁলোক যদি আস্তিকবাদী হয়, তেন্তে এনে বস্তুৰ কথাকে বুজাইছে যি ঈশ্বৰৰ প্ৰিয় হয়। বেছিভাগ মানুহেই এই কথাত সন্মত হ'ব যে সুখ-দুখতকৈ বেছি পছন্দ কৰিবলগীয়া বস্তু, বন্ধুভাৱাপন্নতা বন্ধুভাৱহীনতাতকৈ বেছি পছন্দৰ বস্তু ইত্যাদি। এই দৃষ্টিভংগী মতে, সদ্‌গুণবিশিষ্টতাৰ অস্তিত্বক তাৰ নিজৰ স্বাৰ্থতে পৃষ্ঠপোষকতা কৰিলেহে নৈতিক বিধিসমূহ ন্যায্য বুলি প্ৰতিপন্ন হ'ব, অন্যথা নহ'ব। বেছ সংখ্যাগৰিষ্ঠ ক্ষেত্ৰতে হত্যাৰ নিষিদ্ধকৰণ তাৰ প্ৰভাৱসমূহৰ দ্বাৰা ন্যায্য প্ৰতিপন্ন হ'ব পাৰে, কিন্তু স্বামীৰ চিতাত বিধৱা পত্নীকো দগ্ধ কৰাৰ প্ৰথাটো এনেদৰে ন্যায্য প্ৰতিপন্ন হ'ব নোৱাৰে। সেয়ে

প্ৰথমটো বিধি বৰ্তাই ৰখাটো উচিত, কিন্তু পিছৰটো বৰ্তাই ৰখা উচিত নহয়। যি কি নহওক, শ্ৰেষ্ঠ নৈতিক বিধিসমূহৰো কিবা কিছু ব্যতিক্ৰম থাকিব, কাৰণ কোনো শ্ৰেণীৰ কাৰ্যৰে সকলো সময়তে বেয়া ফল নাথাকে। এইদৰে তিনিটা ভিন্ন অৰ্থত এটা কাম নীতিশাস্ত্ৰীয়ভাৱে শলাগৰ যোগ্য হ'ব পাৰে ঃ

(১) ই গৃহীত নৈতিক বিধি-ব্যৱস্থাৰ সৈতে সংগতিপূৰ্ণ হ'ব পাৰে ; (২) ইয়াৰ কেতবোৰ সৎ প্ৰভাৱ থাকিব বুলি অকপটভাৱে আকাংক্ষা কৰা হ'ব পাৰে ; (৩) ইয়াৰ সঁচাকৈয়ে ভাল প্ৰভাৱ থাকিব পাৰে। ইয়াৰে তৃতীয়টো অৰ্থক নীতিশিক্ষাত গ্ৰহণযোগ্য বুলি সচৰাচৰ গণ্য কৰা নহয়। ৰক্ষণশীল ধৰ্মতত্ত্ব অনুসাৰে, জুডাছ্ ইস্কাৰিয়ট্ (Judas Iscariot)-অৰ বিশ্বাসঘাতকতাৰ ফল শুভ আছিল, কাৰণ যীশুখ্ৰীষ্টৰ যাতনাভোগ আৰু প্ৰয়াণৰ বাবে ইয়াৰ আৱশ্যক আছিল। কিন্তু, এই কাৰণতে ইয়াক প্ৰশংসনীয় বুলি গণ্য কৰা নহৈছিল।

বিভিন্ন দাৰ্শনিকে সদ্‌গুণ বা "শুভ" সম্পৰ্কে বিভিন্ন ধাৰণাৰ গঢ় দিছে। কিছুমানৰ মতে ঈশ্বৰ বিষয়ক জ্ঞান আৰু তেওঁৰ প্ৰতি প্ৰেম হৈছে ইয়াৰ উপাদান ; আন কেতবোৰৰ মতে বিশ্বজনীন প্ৰেম ইয়াৰ উপাদান ; কেতবোৰৰ মতে সৌন্দৰ্যৰ উপভোগ আৰু কেতবোৰৰ মতে আনন্দই ইয়াৰ উপাদান। সদ্‌গুণ বা "শুভ" সংজ্ঞাবদ্ধ হ'লে তাৰপৰাই নীতিশাস্ত্ৰৰ অৱশিষ্টখিনি অনুসৃত হয় ঃ যিমান সম্ভৱ সিমান বেছিকৈ "শুভ" আৰু যিমান সম্ভৱ সিমান কমকৈ ইয়াৰ সহসম্বন্ধীয় "অশুভ" সৃষ্টি কৰাৰ আটাইতকৈ বেছি সম্ভাৱনা থকা বুলি যিটো পথক আমি বিশ্বাস কৰোঁ, সেইটো পথেৰেই আমি কাম কৰা উচিত। চূড়ান্ত "শুভ" জ্ঞাত বুলি ধৰা হ'লে, নৈতিক নিয়ম ৰচনা কৰাটো বিজ্ঞানৰ বিষয়। উদাহৰণস্বৰূপে, চৌৰ্যবৃত্তিৰ বাবে মৃত্যুদণ্ডৰ বিধান দিয়াটো উচিতনে? অথবা, কেৱল হত্যাৰ ক্ষেত্ৰতে ইয়াক প্ৰয়োগ কৰিব লাগেনে? অথবা মৃত্যদণ্ড মুঠেই প্ৰয়োগ কৰিব নালাগে নেকি? আনন্দকেই সৎ, শুভ বুলি গণ্য কৰা জেৰেমি বেন্থাম (Jeremy Bentham)-এ এনে অপৰাধ সম্পৰ্কীয় নিয়মাৱলী ৰচনা কৰাত আত্মোৎসৰ্গ কৰিছিল, যিয়ে সৰ্বাধিক আনন্দ দান কৰাত সহায় কৰিব পাৰে। তেওঁ সিদ্ধান্ত কৰিছিল যে তেওঁৰ দিনত প্ৰচলিত এনে নিয়মাৱলীৰ কঠোৰতা ভালেখিনি কমি যাব লাগে। আনন্দই সৎ বা শুভ বোলা স্বীকাৰ্যটোৰ বাহিৰে বাকী আটাইখিনি বিজ্ঞানৰ পৰিমণ্ডলৰ ভিতৰুৱা।

কিন্তু, অমুকটো বা তমুকটো "সৎ বা শুভ" বোলোতে আমিনো কি অৰ্থ কৰোঁ, সেই বিষয়ে স্পষ্ট হ'বলৈ যাওঁতেই আমি নিজকে কেতবোৰ বৰ ডাঙৰ সমস্যাৰ মাজত সোমাই পৰা দেখিবলৈ পাওঁ। আনন্দকেই সৎ বোলা বেন্থামৰ মতটোৱে তীব্ৰ বিৰোধিতাৰ উত্থান ঘটাইছিল ; এই মতক গাহৰিৰ দৰ্শন বুলি অভিহিত কৰা হৈছিল।

তেওঁ অথবা তেওঁৰ বিৰোধীসকলে কোনো যুক্তি আগবঢ়াব পৰা নাছিল। এক বৈজ্ঞানিক প্ৰশ্নৰ ক্ষেত্ৰত, প্ৰশ্নটোৰ দুয়োফালে সাক্ষ্য প্ৰমাণ হাজিৰ কৰাব পাৰি আৰু সদৌ শেষত এটাফালে তুলাচনী ভাৰী হোৱা দেখা যায়— অথবা, যদি এই ঘটনা নঘটে, তেন্তে প্ৰশ্নটো স্থিৰ সিদ্ধান্তহীন হৈয়ে ৰৈ যায়। কিন্তু, অমুকটো নে তমুকটো চূড়ান্ত সৎ— এনে এটা প্ৰশ্নৰ উভয় ফালেই কোনো সাক্ষাৎ-প্ৰমাণ নাথাকে; প্ৰতিজন বিবাদীয়ে তেওঁৰ নিজৰ আৱেগৰ প্ৰতি মাত্ৰ গোহাৰি জনাব পাৰে আৰু এনে বাগাড়ম্বৰ প্ৰয়োগ কৰিব পাৰে, যিয়ে আনৰ মনতো অনুৰূপ আৱেগ সঞ্চাৰ কৰিব পাৰে।

উদাহৰণস্বৰূপে, ব্যৱহাৰিক ৰাজনীতিতত্ত্বত গুৰুত্বপূৰ্ণ বুলি পৰিগণিত এটা বিষয় লোৱা হওক। বেন্থামে মতপোষণ কৰিছিল যে দুজন মানুহৰ আনন্দৰ পৰিমাণ যদি সমান হয়, তেন্তে উভয়ৰে আনন্দৰ ন্যায়শাস্ত্ৰীয় গুৰুত্বও একে আৰু এই যুক্তিৰ ভিত্তিতে তেওঁ গণতন্ত্ৰৰ সপক্ষে ওকালতি কৰিছিল। তাৰ বিপৰীতে, নীৎসেই ভাবিছিল যে কেৱল মহৎ লোকসকলকহে তেওঁলোকৰ প্ৰকৃতিগত কাৰণতে গুৰুত্বপূৰ্ণ বুলি গণ্য কৰিব পাৰি আৰু অধিকাংশ মানুহ হৈছে এই মহৎ লোকসকলৰ হিতসাধনৰ উপায়। বহুত মানুহে জন্তুবোৰক যিধৰণে গণ্য কৰে, সাধাৰণ মানুহকে তেনেধৰণেই গণ্য কৰে। তেওঁ ভাবিছিল যে সাধাৰণ মানুহক লাভজনক কামত খুটুৱাব লাগে। কিন্তু, তেওঁলোকৰ নিজৰ কল্যাণৰ বাবে নহয়, অতিমানৱৰ কল্যাণৰ বাবেহে তেওঁলোকক খুটুৱাব লাগে। তেওঁৰ পিছৰপৰা গণতন্ত্ৰ পৰিহাৰ কৰা কথাটো শুদ্ধ বুলি দেখুৱাবলৈ এই মত ব্যৱহাৰ কৰি অহা হৈছে। এইখিনিতে আমি খুব ব্যৱহাৰিক গুৰুত্ব থকা তীব্ৰ বিভেদ দেখিছোঁ। কিন্তু, ইয়াৰে যিকোনো এটা পক্ষক আনটো পক্ষৰ মত শুদ্ধ বুলি পতিয়ন নিয়াবলৈ আমাৰ হাতত বৈজ্ঞানিক অথবা বৌদ্ধিক যুক্তি একেবাৰেই নাই। এই কথা সত্য যে এনেধৰণৰ বিষয়ত মানুহৰ মত পৰিবৰ্তন কৰাৰ উপায় আছে, কিন্তু সেই আটাইবোৰ উপায় আৱেগিক, বৌদ্ধিক নহয়।

প্ৰমূল্যবিষয়ক কথাবোৰ অৰ্থাৎ, কোনো বস্তু তাৰ ফল নিৰ্বিশেষে আপোন আকৃতিগত কাৰণতে ভাল নে বেয়া— সেইবিষয়ক কথাবোৰ ধৰ্মৰ সমৰ্থকসকলে জোৰ দি কোৱা ধৰণে, সঁচাকৈয়ে বিজ্ঞানৰ চৌহদৰ ভিতৰত নপৰে। মই ভাবো, এই ক্ষেত্ৰত তেওঁলোকে শুদ্ধ কথাই কৈছে। কিন্তু, মই আৰু এটা সিদ্ধান্ত ল'ম, যিটো তেওঁলোকে লোৱা নাই। সেই সিদ্ধান্তটো এয়ে যে "প্ৰমূল্য" বিষয়ক কথাবোৰ জ্ঞানৰ চৌহদৰ একেবাৰে বাহিৰত। অৰ্থাৎ, অমুকটো বা তমুকটো কথাত "প্ৰমূল্য" আছে বুলি কওঁতে আমি আমাৰ আৱেগৰহে প্ৰকাশ ঘটাওঁ, তেনে এক বাস্তৱ সত্যৰ প্ৰকাশ

নঘটাওঁ, যি আমাৰ ব্যক্তিগত অনুভূতিসমূহ বেলেগ হোৱা হ'লেও সত্য হৈয়ে থাকিলহেঁতেন। এই কথাটো স্পষ্ট কৰাৰ বাবে আমি সৎ বা শুভৰ ধাৰণাটো বিশ্লেষণ কৰিবলৈ চেষ্টা কৰিব লাগিব।

আৰম্ভণিতে এইটো স্পষ্ট বুলিব পাৰি যে ভাল-বেয়া সম্পৰ্কীয় সমগ্ৰ ধাৰণাটোৰে আকাংক্ষাৰ সৈতে কিবা সংযোগ আছে। প্ৰথম দৃষ্টিত, আমি আটায়ে আকাংক্ষা কৰা যিকোনো বস্তু "ভাল" আৰু আমি আটায়ে ভয় কৰা যিকোনো বস্তুৱেই "বেয়া"। আমাৰ আকাংক্ষাসমূহৰ ক্ষেত্ৰত আমি আটায়ে একমত হোৱা হ'লে বিষয়টো তাতেই এৰিব পৰা গ'লহেঁতেন। কিন্তু, দুৰ্ভাগ্যক্ৰমে আমাৰ আকাংক্ষাসমূহৰ মাজত বিৰোধ আছে। মই যদি কওঁ, "মই বিচৰাখিনিহে ভাল", মোৰ চুবুৰীয়াজনে ক'ব, "নহয়, মই বিচৰাখিনিহে ভাল।" নীতিশাস্ত্ৰ হৈছে এনে আত্মনিষ্ঠতাৰ পৰা হাত সৰাৰ এক প্ৰচেষ্টা যদিও এক কৃতকাৰ্য প্ৰচেষ্টা বুলি মই নাভাবো। চুবুৰীয়াজনৰ সৈতে মোৰ বিবাদত স্বাভাৱিকতে মই দেখুৱাবলৈ চেষ্টা কৰিম যে মোৰ আকাংক্ষাসমূহৰ এনে কিবা গুণ আছে, যিয়ে ইবোৰক তেওঁৰ আকাংক্ষাবোৰৰ তুলনাত বেছি শ্ৰদ্ধেয় কৰি তুলিছে। মই যদি যাতায়াতৰ এক অধিকাৰ ধৰি ৰাখিব খোজোঁ, মই সংশ্লিষ্ট পৰগণাৰ ভূমিহীন অধিকাৰীসকলৰ ওচৰত আবেদন জনাম। তেওঁ আকৌ তেওঁৰ ফালৰ পৰা ভূমিৰ স্বত্বাধিকাৰীৰ ওচৰত আবেদন জনাব। মই ক'ম : "কোনেও যদি নাচায়েই, তেন্তে গ্ৰামাঞ্চলৰ সৌন্দৰ্যৰ সকাম কি?" তেওঁ খঙেৰে উত্তৰ দিব : "প্ৰমোদ-ভ্ৰমণকাৰীসকলক যদি ধ্বংস বিয়পাই দিবলৈ অনুমতি দিয়া হয়, তেন্তে কি সৌন্দৰ্য বাকী থাকিব?" প্ৰতিজনে তেওঁৰ আকাংক্ষা আন মানুহৰ আকাংক্ষাৰ সৈতে একে সুৰতে গঁথা বুলি দেখুৱাই সহযোগ বঢ়াবলৈ যত্ন কৰে। যেতিয়া এয়া স্পষ্টভাৱেই অসম্ভৱ হৈ পৰে (যেনে সিন্ধি খন্দা চোৰৰ ক্ষেত্ৰত), তেতিয়া ৰাজহুৱা মতে মানুহজনক দোষী সাব্যস্ত কৰে আৰু তেওঁৰ ন্যাসশাস্ত্ৰীয় মৰ্যাদা হৈ পৰে এক পাপীৰ মৰ্যাদা।

এইদৰেই ন্যায়শাস্ত্ৰ ৰাজনীতিতত্ত্বৰ সৈতে ঘনিষ্ঠভাৱে জড়িত। ন্যায়শাস্ত্ৰ হৈছে কোনো এটা গোটৰ সামূহিক আকাংক্ষাসমূহ ব্যক্তিৰ ওপৰত প্ৰয়োগ কৰাৰ প্ৰচেষ্টা ; অথবা, ওলোটাকৈ, ই হৈছে কোনো ব্যক্তিৰ নিজৰ আকাংক্ষাসমূহ তেওঁৰ গোটৰ আটাইৰে আকাংক্ষাত পৰিণত কৰাৰ বাবে তেওঁ কৰা প্ৰচেষ্টা। অৱশ্যে, পিছৰটো সম্ভৱ হ'ব তেতিয়াহে যদিহে তেওঁৰ আকাংক্ষাসমূহ অত্যধিক স্পষ্টভাৱে সামূহিক স্বাৰ্থৰ বিৰুদ্ধে নাযায়। সিন্ধি খন্দা চোৰজনে তেওঁ মানুহৰ কিবা কল্যাণ সাধিছে বুলি তেওঁলোকক পতিয়ন নিয়াব পৰাটো টান, কিন্তু একেধৰণৰ প্ৰচেষ্টা চলাই ক্ষমতাশালী সম্পত্তিবানসকলে (Plutocrats) প্ৰায়েই কৃতকাৰ্য হয়। আমাৰ আকাংক্ষাবোৰ যদি এনে বস্তুৰ বাবে হয়, যাক সাধাৰণভাৱে সকলোৱে উপভোগ কৰিব পাৰে, তেন্তে

আনেও সন্মতি দিব বুলি আশা কৰাটো অযুক্তিকৰ যেন নালাগে। সত্য, সদগুণ আৰু সৌন্দৰ্যক মূল্য দিয়া দাৰ্শনিকজনৰ নিজৰ ওচৰতে এনে যেন নালাগে যে তেওঁ মাত্ৰ নিজৰ আকাংক্ষাসমূহহে প্ৰকাশ কৰিছে; বৰং তেওঁৰ এনে যেন লাগে যে তেওঁ গোটেই মানৱ জাতিৰ কল্যাণৰ পথকে আঙুলিয়াই দিছে। সিন্ধি খন্দা চোৰজনৰ বিপৰীতে, তেওঁ এইবুলি বিশ্বাস কৰিবলৈ সক্ষম যে তেওঁৰ আকাংক্ষাসমূহ এনে কিবা বস্তুৰ প্ৰতি নিৰ্দেশিত, যাৰ নৈৰ্ব্যক্তিক অৰ্থতে এক মূল্য আছে।

ন্যায়শাস্ত্ৰ হৈছে আমাৰ কেতবোৰ আকাংক্ষাক কেবল ব্যক্তিগত গুৰুত্বই নিদি সাৰ্বজনীন গুৰুত্বও দিয়াৰ এক প্ৰচেষ্টা। মই আমাৰ "কেতবোৰ" আকাংক্ষা বুলি কৈছোঁ, কাৰণ আমাৰ কিছুমান আকাংক্ষাৰ ক্ষেত্ৰত এয়া স্পষ্টভাৱেই অসম্ভৱ— যিটো আমি সিন্ধি খন্দা চোৰজনৰ ক্ষেত্ৰত দেখিছিলোঁ। যিজন মানুহে কিবা গোপন জ্ঞানেৰে অংশ-বিনিময় কেন্দ্ৰ (Stock Exchange) -ত ধন উপাৰ্জন কৰে, তেওঁ আনেও একেধৰণে বিজ্ঞ হওক বুলি আশা নকৰেঃ সত্য (যিমানদূৰ তেওঁ ইয়াক মূল্য দিয়ে) তেওঁৰ বাবে এক ব্যক্তিগত সম্পত্তি, দাৰ্শনিকে ভবাৰ দৰে সামুহিক মানৱ-কল্যাণ নহয়। এই কথা সঁচা যে এটা আবিষ্কাৰৰ পূৰ্ববৰ্তিতা দাবী কৰোঁতে অংশ ক্ৰয়-বিক্ৰয় কৰা দালালৰ স্তৰলৈ দাৰ্শনিকো নামি যাব পাৰে। কিন্তু ই হৈছে এক ত্ৰুটি ঃ তেওঁৰ বিশুদ্ধ দাৰ্শনিক সামৰ্থ্যৰ জৰিয়তে তেওঁ উপভোগ কৰিব খোজে মাথোন সত্যৰ ধ্যান আৰু এনে কৰোঁতে অনুৰূপ কাম কৰিবলৈ ইচ্ছা কৰা ব্যক্তিসকলক তেওঁ বাধা দিবলৈ নাযায়।

আমাৰ আকাংক্ষাসমূহক সাৰ্বজনীন গুৰুত্ব থকা যেন দেখুওৱাটো নীতিশাস্ত্ৰৰ কাম। দুটা দৃষ্টিকোণৰপৰা এই কাম কৰিবলৈ চেষ্টা কৰা হ'ব পাৰে। এটা হ'ল নিয়ামকৰ দৃষ্টিকোণ আৰু আনটো হ'ল ধৰ্মোপদেশৰ দৃষ্টিকোণ। প্ৰথমে আমি নিয়ামককে লওঁ।

যুক্তিৰ খাতিৰত মই ধৰি ল'ম যে নিয়ামকজন ব্যক্তিগতভাৱে নিঃস্বাৰ্থ। অৰ্থাৎ, যেতিয়া তেওঁ তেওঁৰ কোনো এটা আকাংক্ষা কেৱল তেওঁৰ কল্যাণৰ সৈতেহে সম্পৰ্কিত বুলি চিনাক্ত কৰে, তেতিয়া নিয়ম প্ৰণয়ন কৰোঁতে এই আকাংক্ষাৰ প্ৰভাৱ তেওঁ নিজৰ ওপৰত পৰিব নিদিয়ে। উদাহৰণ স্বৰূপে, তেওঁৰ নিয়মাৱলী তেওঁৰ ব্যক্তিগত সা-সম্পত্তি বঢ়াবৰ বাবে তৈয়াৰ কৰা নহয়। কিন্তু তেওঁৰ এনে কেতবোৰ আকাংক্ষা থাকে, ৰজাৰপৰা খেতিয়কলৈ এক শৃংখলিত শ্ৰেণীবিন্যাসক তেওঁ বিশ্বাস কৰিব পাৰে। তেওঁ বিশ্বাস কৰিব পাৰে যে তিৰোতাসকল পুৰুষসকলৰ বশীভূত হৈ থকা উচিত। তেওঁ ভাবিব পাৰে যে নিম্নশ্ৰেণীবোৰৰ মাজত জ্ঞানৰ বিস্তাৰ বিপজ্জনক। এনে বিভিন্ন কথাই তেওঁ ভাবিব পাৰে। তেওঁৰ পক্ষে সম্ভৱ হ'লে তেওঁ তেওঁৰ

নিয়মাৱলী এনেভাবে তৈয়াৰ কৰি উলিয়াব, যাতে তেওঁ মূল্য দিয়া লক্ষ্যসমূহ সাধন কৰা আচৰণ যিমান পাৰি সিমান ব্যক্তিগত স্বাৰ্থৰ সৈতে সংগতিপূৰ্ণ হৈ থাকে। লগতে তেওঁ নৈতিক শিক্ষাৰ এনে এটি প্ৰণালী প্ৰতিষ্ঠা কৰিব, যিয়ে ই সফল হোৱা ক্ষেত্ৰবোৰত তেওঁৰ উদ্দেশ্যতকৈ বেলেগ উদ্দেশ্য অনুসৰণ কৰা মানুহক দুৰ্জন বুলি অনুভৱ কৰাব।* এইদৰে "সদ্‌গুণ" আত্মনিষ্ঠ হিছাপত নহ'লেও আচলতে কিন্তু নিয়ামকগৰাকীৰ আকাংক্ষাসমূহৰ বশৱৰ্তী হৈ পৰিব— যিমানদূৰ তেওঁ নিজে এই আকাংক্ষাসমূহ সাৰ্বজনীন হোৱাৰ উপযুক্ত বুলি গণ্য কৰে।

ধৰ্মোপদেশৰ দৃষ্টিভংগী আৰু পদ্ধতি অনিবাৰ্যভাৱেই কিছু বেলেগ হ'ব। ইয়াৰ কাৰণ এয়ে যে তেওঁ ৰাষ্ট্ৰ-ব্যৱস্থাক নিয়ন্ত্ৰণ নকৰে আৰু সেয়েহে তেওঁৰ আকাংক্ষাসমূহ আৰু আনৰ আকাংক্ষাসমূহৰ মাজত এক কৃত্ৰিম মিল সৃষ্টি কৰিব নোৱাৰে। তেওঁৰ একমাত্ৰ পদ্ধতি হৈছে তেওঁ নিজে অনুভৱ কৰা আকাংক্ষাসমূহ আনৰ মনটো জাগ্ৰত কৰিবলৈ চেষ্টা কৰা আৰু ইয়াৰ বাবে তেওঁৰ আবেদন আবেগৰ প্ৰতি হ'বই লাগিব। ৰাস্কিনে মানুহক গ'থিক (Gothic) স্থাপত্য ভাল পাব পৰা কৰিছিল সাংগীতিক গদ্যৰ আবেগসঞ্চাৰী প্ৰভাৱেৰে, কিন্তু যুক্তিৰ জৰিয়তে নহয়। "টম খুড়াৰ পঁজা" (Uncle Tom's Cabin) -ই দাসত্ব বেয়া বস্তু বুলি মানুহক ভবাইছিল তেওঁলোকক নিজকে দাস বুলি কল্পনা কৰাই। কোনো বস্তু তাৰ প্ৰভাৱৰ ফালেদি মাত্ৰ নহয়, তাৰ প্ৰকৃতিগত কাৰণতে ভাল (বা বেয়া) বুলি মানুহক পতিয়ন নিয়াবলৈ কৰা প্ৰতিটো প্ৰচেষ্টা নিৰ্ভৰ কৰে অনুভূতি উদ্ৰেক কৰা কলাৰ ওপৰত, সাক্ষ্যৰ প্ৰতি জনোৱা আবেদনৰ ওপৰত নহয়। প্ৰতিটো ক্ষেত্ৰতে ধৰ্মোপদেশকৰ দক্ষতাত অন্তৰ্ভুক্ত হয় আনৰ মনত তেওঁৰ নিজৰ আবেগৰ সৈতে মিল থকা আবেগ উৎপন্ন কৰা কাম — অথবা, তেওঁ যদি কপটাচাৰী হয়, তেন্তে তেওঁৰ নিজৰ আবেগৰ সৈতে মিল নথকা আবেগ আনৰ মনত উৎপন্ন কৰা কাম। ধৰ্মোপদেশৰ সমালোচনা হিছাপে মই এই কথাখিনি কোৱা নাই, তেওঁৰ কাৰ্যৰ সাৰোগত চৰিত্ৰৰ বিশ্লেষণ হিছাপেহে কৈছোঁ।

মানুহ এজনে যেতিয়া কয় "এইটো প্ৰকৃতিগত কাৰণতে ভাল", তেওঁ এক

---

* এৰিষ্টটলৰ সমকালীন (গ্ৰীক নহয়, চীনা) লোক এজনৰ এই পৰামৰ্শ তুলনা কৰক : "নিজা নিজা মত থকা মানুহ আৰু ব্যক্তিৰ গুৰুত্বক বিশ্বাস কৰা সকলৰ কথা শাসক এজনে শুনা অনুচিত। এনে শিক্ষাই মানুহক নিৰ্জন স্থানলৈ গৈ গুহা বা পৰ্বতত লুকাই থাকি তাতেই তদানীন্তন চৰকাৰক ভৰ্ৎসনা কৰিবলৈ, কৰ্তৃত্বশীলসকলক ঘৃণা কৰিবলৈ, পদবী আৰু বেতনক হেয় কৰিবলৈ আৰু চৰকাৰী পদত থকা সকলোকে ঘিণ কৰিবলৈ লগায়।" Waley-ৰ "The Way and its Power" গ্ৰন্থৰ ৩৭ নং পৃষ্ঠা।

বৰ্ণনোক্তি কৰা যেন ভাব হয়, যিদৰে ভাব হয় তেওঁ "এইটো বৰ্গাকাৰ" বা "এইটো মিঠা" বুলি কওঁতে। মই ইয়াক এক ভ্ৰান্তি বুলি ভাবোঁ। মই ভাবোঁ, মানুহজনে আচলতে বুজায় ঃ '"মই প্ৰত্যেকেই এইটোকে আকাংক্ষা কৰাটো বিচাৰো" অথবা বৰং "প্ৰত্যেকেই এইটোক আকাংক্ষা কৰে" তেওঁ কোৱা কথাখিনিক যদি বৰ্ণনোক্তি বুলি ব্যাখ্যা কৰা হয়, তেন্তে ই মাত্ৰ হ'ব তেওঁৰ ব্যক্তিগত আকাংক্ষাৰ নিশ্চিতকৰণ। তাৰ বিপৰীতে যদি ইয়াক সাধাৰণ উপায়েৰে ব্যাখ্যা কৰা হয়, তেন্তে ই একো বিবৃতি নকৰে, মাথোন কিবা আকাংক্ষা কৰে। এক সংঘটন হিছাপে আকাংক্ষা ব্যক্তিগত, কিন্তু যি আকাংক্ষা কৰা হয় সেয়া সাৰ্বজনীন। বিশেষ আৰু সাৰ্বজনীনৰ এনে পাৰস্পৰিক বন্ধনেই নীতিশাস্ত্ৰত ইমান বেছি বেমেজালিৰ সৃষ্টি কৰিছে বুলি মই ভাবো।

এটা বিবৃতিৰ সৈতে এটা নীতিশাস্ত্ৰীয় বাক্যৰ প্ৰভেদ দেখুৱালেই হয়তো আলোচ্য বিষয়টো স্পষ্টতৰ হৈ পৰিব। মই যদি কওঁ, "সকলো চীনালোকেই বৌদ্ধ", তেন্তে এজন চীনা খ্ৰীষ্টান বা এজন চীনা মুছলিমৰ উদাহৰণেৰে মোৰ উক্তি মিছা প্ৰমাণিত কৰিব পৰা যায়। পিছে, মই যদি কওঁ, "সকলো চীনালোকেই বৌদ্ধ বুলি মই বিশ্বাস কৰো", তেন্তে চীনদেশৰপৰা সাক্ষ্য-প্ৰমাণ আনি মোৰ উক্তি খণ্ডন কৰিব পৰা নাযাব; মোৰ কথাখিনি মই নিজে বিশ্বাস নকৰো বুলি দেখুওৱা সাক্ষ্যৰেহে মোৰ উক্তি খণ্ডন কৰিব পৰা যাব, কাৰণ মই কোৱা কথাখিনি মোৰ নিজৰ মানসিক অৱস্থাসম্পৰ্কীয় কথাহে। এতিয়া, যদি এজন দাৰ্শনিকে কয়, "সৌন্দৰ্য শুভ", তেন্তে মই তেওঁক এই দুটা কথাৰ এটা বুজোৱা বুলি ব্যাখ্যা কৰিব পাৰো ঃ "প্ৰত্যেকেই সুন্দৰ বস্তুক ভাল পায়" ("সকলো চীনালোকেই বৌদ্ধ"ৰ সৈতে ইয়াৰ সংগতি আছে) অথবা, "প্ৰত্যেকেই সুন্দৰ বস্তুক ভাল পাওক বুলি মই আকাংক্ষা কৰো" ("সকলো চীনালোকেই বৌদ্ধ বুলি মই বিশ্বাস কৰো"-ৰ সৈতে ই সংগতিপূৰ্ণ)। ইয়াৰ প্ৰথমটোৱে কোনো নিশ্চয়োক্তি কৰা নাই, কিন্তু এক আকাংক্ষা প্ৰকাশ কৰিছে। যিহেতু ই একোকে নিশ্চিত নকৰে, ইয়াৰ সপক্ষে-বিপক্ষে সাক্ষ্য-প্ৰমাণ থকাটো, অথবা ইয়াৰ সত্যতা বা অসত্যতা থকাটো যৌক্তিকভাৱে অসম্ভৱ। দ্বিতীয়টো বাক্য মাত্ৰ ইচ্ছাপ্ৰকাশক হোৱাৰ পৰিবৰ্তে এক বৰ্ণনোক্তিহে। কিন্তু ই হৈছে দাৰ্শনিকজনৰ মনৰ অৱস্থাবিষয়ক উক্তিহে আৰু তেওঁ যি আকাংক্ষা কৰা বুলি কৈছে, সেই আকাংক্ষা তেওঁৰ নাই বুলি দেখুওৱা সাক্ষ্যৰেহে এই উক্তি নাই বুলি দেখুওৱা সাক্ষ্যৰেহে এই উক্তি খণ্ডাব পৰা যাব। এই দ্বিতীয় বাক্যটো নীতিশাস্ত্ৰৰ অন্তৰ্ভুক্ত নহয়, মনস্তত্ত্ব বা জীৱবিদ্যাৰহে অন্তৰ্ভুক্ত। নীতিশাস্ত্ৰৰ অন্তৰ্ভুক্ত হোৱা প্ৰথমটো বাক্যই কিহবাৰ প্ৰতি আকাংক্ষা প্ৰকাশ কৰে, কিন্তু কোনো নিশ্চয়োক্তি প্ৰদান নকৰে।

ওপৰৰ এই বিশ্লেষণ যদি শুদ্ধ হয়, তেন্তে নীতিশাস্ত্ৰত সত্য বা অসত্য কোনো বৰ্ণনোক্তি অন্তৰ্ভুক্ত নহয়, কিন্তু নীতিশাস্ত্ৰ গঠিত হৈছে কিবা সাধাৰণ ধৰণৰ আকাংক্ষাৰে, অৰ্থাৎ সাধাৰণভাৱে মানৱ জাতিৰ আকাংক্ষাৰে, আৰু দেৱতা-দেৱদূত তথা চয়তান যদি আছে, সিহঁতৰো আকাংক্ষাৰে। বিজ্ঞানে আকাংক্ষাসমূহৰ কাৰণ বা সিহঁতক বাস্তৱায়িত কৰাৰ উপায় আলোচনা কৰিব পাৰে। কিন্তু ই কোনো নিভাঁজ নীতিশাস্ত্ৰীয় বাক্য ইয়াৰ অন্তৰ্ভুক্ত কৰি হ'ব নোৱাৰে, কাৰণ সত্য কি, অসত্য কি—সেই কথাৰ সৈতেহে ই জড়িত।

মই ওকালতি কৰি অহা তত্ত্বটো হৈছে প্ৰমূল্যৰ "আত্মনিষ্ঠতা" বুলি অভিহিত মতবাদটোৰে এটা ৰূপ। এই মতবাদে পোষণ কৰা মতে, যদিহে প্ৰমূল্যৰ ফালেদি দুজন ব্যক্তিৰ পাৰ্থক্য থাকে, তেন্তে দুয়োৰে মাজত কোনোধৰণৰ সত্যৰ বিষয়ে অমিল নাই, আছে এক ৰুচিৰহে পাৰ্থক্য। কোনো এজনে যদি কয় "শামুক (Oysters) ভাল" আৰু আন এজনে যদি কয় "মই ভাবো, সিবোৰ বেয়া", আমি গম পাওঁ যে ইয়াত তৰ্ক কৰিবলগীয়া একো নাই। আলোচ্য তত্ত্বটোৱে মতপোষণ কৰে যে প্ৰমূল্য সম্পৰ্কীয় সকলো পাৰ্থক্যই এনেধৰণৰ; অৱশ্যে আমি শামুকতকৈ বেছি ওখ থাপৰ যেন পোৱা বিষয় পাৰ্থক্যসমূহ তেনেকুৱাই বুলি স্বাভাৱিকতে নাভাবো। অমুকটোৰ বা তমুকটোৰ অন্তৰ্নিহিত মূল্য আছে বুলি প্ৰমাণ কৰা কিবা যুক্তি বিচাৰি পোৱাৰ সম্পূৰ্ণ অসম্ভাব্যতাই হৈছে এই দৃষ্টিভংগী গ্ৰহণ কৰাৰ মুখ্য কাৰণ। আমি সকলো একমত হোৱা হ'লে আমি স্বজ্ঞাৰ জৰিয়তে প্ৰমূল্যসমূহ জানো বুলি ভাবিব পাৰিলোহেঁতেন। বৰ্ণান্ধ মানুহ এজনৰ ওচৰত আমি ঘাঁহ ৰঙা নহয়, সেউজীয়াহে বুলি প্ৰমাণ কৰিব নোৱাৰোঁ। কিন্তু, বহুত মানুহৰে থকা প্ৰভেদজ্ঞানৰ ক্ষমতা তেওঁৰ নাই বুলি তেওঁৰ ওচৰত প্ৰমাণ কৰাৰ বিভিন্ন উপায় আছে। প্ৰমূল্যৰ ক্ষেত্ৰত এনে কোনো উপায় নাই আৰু ৰঙৰ ক্ষেত্ৰত তুলনাত প্ৰমূল্যৰ ক্ষেত্ৰৰ অমিলো বহুত বেছি সঘন। যিহেতু প্ৰমূল্য বিষয়ক কথাত এনে এক পাৰ্থক্য নিশ্চিত কৰাৰ কিবা উপায়ৰ কথা আনকি কল্পনাও কৰিব নোৱাৰি, এতেকে আমাৰ ওপৰত এই সিদ্ধান্ত আৰোপিত হৈ পৰে যে কোনো বস্তুনিষ্ঠ সত্য বিষয়ক পাৰ্থক্য নাই, মাথোঁ ৰুচিৰহে পাৰ্থক্য আছে।

এই মতৰ পৰিণতিসমূহ লেখত ল'বলগীয়া। প্ৰথমতে, পৰম অৰ্থত 'পাপ' বুলি একো বস্তু থাকিব নোৱাৰে; কোনোবাই 'পাপ' বোলা কথাটোকে আন কোনোবাই 'সদ্‌গুণ' বুলিব পাৰে আৰু যদিও এইটো কাৰণতে ইজনে সিজনক বেয়া পাব পাৰে, তথাপি কোনেও কাকো যৌক্তিক ভুল কৰা বুলি অপবাদ দিব নোৱাৰে। অপৰাধীজন 'দুষ্ট'—এই ভিত্তিত শাস্তি বহুত প্ৰতিপন্ন হ'ব নোৱাৰে, পাৰে কেৱল এই ভিত্তিতহে

যে আনে নিৰুৎসাহিত কৰিব খোজা ধৰণৰ আচৰণ তেওঁ কৰিছে। পাপীৰ শাস্তিৰ স্থান হিছাপে নৰক হৈ পৰিছে একেবাৰে অযুক্তিকৰ।

দ্বিতীয়তে, মহাজাগতিক উদ্দেশ্যত বিশ্বাস কৰাসকলৰ মাজত প্ৰমূল্যৰ বিষয়ে কথা কোৱাৰ যিটো ধৰণ প্ৰচলিত, তাক সমৰ্থন কৰাটোও অসম্ভৱ। তেওঁলোকৰ যুক্তি এই যে ক্ৰমবিকশিত কেতবোৰ বস্তু 'ভাল' আৰু সেয়ে নীতিশাস্ত্ৰীয়ভাৱে সমৰ্থনযোগ্য কিবা উদ্দেশ্য জগতখনৰ থাকিব লাগিব। আত্মনিষ্ঠ প্ৰমূল্যৰ ভাষাত এই যুক্তিটো এনেকুৱা হৈ পৰে ঃ "জগতৰ কিছুমান বস্তু আমাৰ ভাললগা আৰু সেয়েহে আমাৰ যি ৰুচি আছে, সেই ৰুচিসম্পন্ন এক সত্তাৰ দ্বাৰা এইবোৰ বস্তু সৃষ্ট হ'বই লাগিব। সেয়ে উক্ত সত্তাকো আমাৰ ভাল লাগে আৰু ফলস্বৰূপে তেওঁ ভাল।" এই কথা বেচ স্পষ্ট যেন লাগে যে পছন্দ-অপছন্দ থকা প্ৰাণীসমূহ যদি থাকিবই লাগে, তেন্তে সিহঁতে সিহঁতৰ পাৰিপাৰ্শ্বিকতাৰ কিছুমান বস্তু পছন্দ কৰাটো একেবাৰে নিশ্চিত, কাৰণ অন্যথাই জীৱনটো সিহঁতৰ অসহনীয় যেন লাগিব। আমাৰ সংৰচনাৰ বাকী অংশৰ সৈতে একেলগে আমাৰ প্ৰমূল্যসমূহৰো বিকাশ ঘটিছে আৰু স্বকীয় ৰূপেই সিহঁতৰ ৰূপ— এই বাস্তৱ সত্যৰ পৰা কোনো প্ৰাথমিক উদ্দেশ্য আছে বুলি সিদ্ধান্ত কৰিব নোৱাৰি।

"বস্তুনিষ্ঠ" প্ৰমূল্যত বিশ্বাস কৰাসকলে প্ৰায়েই আপত্তি কৰে যে মই ওকালতি কৰা মতটোৰ কেতবোৰ অৰ্থনৈতিক পৰিণতি আছে। এয়া মই ত্ৰুটিপূৰ্ণ যুক্তি-বিচাৰৰ ফল যেন পাওঁ। ইতিমধ্যে কৈ অহা ধৰণে, আত্মনিষ্ঠ প্ৰমূল্যৰ মতটোৰ কেতবোৰ নৈতিক পৰিণতি আছে। প্ৰতিশোধপৰায়ণ শাস্তি প্ৰত্যাহৰ আৰু 'পাপ'ৰ ধাৰণা বৰ্জন হৈছে এই পৰিণতিসমূহৰ সবাতকৈ গুৰুত্বপূৰ্ণ। কিন্তু, নৈতিক দায়বদ্ধতাৰ সমস্ত অনুভৱৰ অৱক্ষয়ৰ নিচিনা যিবোৰ বেছি সমূহীয়া পৰিণতিক ভয় কৰা হৈছে, সেইবোৰ পৰিণতি যুক্তিৰ জৰিয়তে উলিয়াবলগীয়া নহয়। নৈতিক দায়বদ্ধতাই যদি আচৰণক প্ৰভাৱিত কৰিব লাগে, তেন্তে সি কেৱল বিশ্বাসেৰেই গঠিত নহয়, আকাংক্ষাৰেও গঠিত। মোক কোৱা হ'ব পাৰে যে উক্ত আকাংক্ষা হৈছে 'ভাল' হোৱাৰ আকাংক্ষা —ভাল এনে অৰ্থত, যিটো অৰ্থক মই আৰু বিবেচনা নকৰো। কিন্তু, আমি যেতিয়া এই 'ভাল' হোৱাৰ আকাংক্ষাটো বিশ্লেষণ কৰো, তেতিয়া ই সচৰাচৰ সমৰ্থিত হোৱাৰ আকাংক্ষালৈ বিশ্লেষিত হয়, অথবা, বিকল্পভাৱে, আমাৰ আকাংক্ষিত কেতবোৰ সাধাৰণ পৰিণতি সৃষ্টি কৰাৰ আকাংক্ষালৈ বিশ্লেষিত হয়। আমাৰ এনে কেতবোৰ আকাংক্ষা থাকে, যিবোৰ বিশুদ্ধভাৱে ব্যক্তিগত নহয়, আৰু যদি তেনে আকাংক্ষা নাথাকেই, তেন্তে প্ৰতিকূল অভিমতৰ ভয়ৰ বাহিৰে অন্য উপায়ে কোনো পৰিমাণৰ নৈতিক শিকাই আমাৰ আচৰণ প্ৰভাৱিত কৰিব নোৱাৰে।

বৃহত্তৰ নৈৰ্ব্যক্তিক আকাংক্ষাৰে পৰিচালিত ধৰণৰ জীৱনকহে আমি আটাইতকৈ বেছি প্ৰশংসা কৰো। সন্দেহ নাই, এনেধৰণৰ আকাংক্ষাসমূহক দৃষ্টান্ত, শিক্ষা আৰু জ্ঞানৰ জৰিয়তে উৎসাহিত কৰিব পাৰি। কিন্তু, সিবোৰক ভাল বোলা বিমূৰ্ত বিশ্বাসেৰেই মাত্ৰ সিবোৰ সৃষ্টি কৰিব পৰাটো টান, অথবা 'ভাল' শব্দটোৰ অৰ্থ-বিশ্লেষণৰ জৰিয়তে সিবোৰক নিৰুৎসাহিত কৰিব পৰাটোও টান।

আমি মানৱ জাতিৰ বিষয়ে চিন্তা কৰোঁতে আকাংক্ষা কৰিব পাৰো যে ই সুখী হ'ব লাগে, অথবা স্বাস্থ্যবান, বুদ্ধিমান, যুদ্ধবাজ ইত্যাদি হ'ব লাগে। শক্তিশালী হ'লে ইয়াৰ যিকোনো এটা আকাংক্ষাই তাৰ স্বকীয় নৈতিকতা সৃষ্টি কৰি ল'ব। আমাৰ যদি এনে কোনো সামূহকি আকাংক্ষা নাথাকে, তেন্তে আমাৰ নীতিজ্ঞান যিয়েই নহওক, আমাৰ আচৰণ সেই পৰ্যন্তহে সামাজিক উদ্দেশ্যত নিয়োজিত হ'ব, যি পৰ্যন্ত আমাৰ আত্ম-স্বাৰ্থ আৰু সমাজৰ স্বাৰ্থ সমন্বিত হৈ থাকিব। যিমান পাৰি সিমান এনে সমন্বয় সৃষ্টি কৰাটো জ্ঞানী অনুষ্ঠানৰ কাম আৰু অৱশিষ্টখিনিৰ বাবে (প্ৰমূল্যসম্পৰ্কীয় আমাৰ তাত্ত্বিক সংজ্ঞা যিয়েই নহওক) আমি নৈৰ্ব্যক্তিক আকাংক্ষাৰ অস্তিত্বৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। আপোনাৰ সৈতে মৌলিক নীতিশাস্ত্ৰীয় অমিল থকা মানুহ এজনক যেতিয়া আপুনি লগ পায় (উদাহৰণ স্বৰূপে, আপুনি যদি সকলো মানুহৰে গুৰুত্ব সমান বুলি ভাবে আৰু তেওঁ যদি গুৰুত্বপূৰ্ণ বুলি এটা শ্ৰেণীকহে নিৰ্বাচন কৰে), আপুনি দেখিব যে বস্তুনিষ্ঠ প্ৰমূল্যত বিশ্বাস নকৰাতকৈ তেনে প্ৰমূল্যত বিশ্বাস কৰি আপুনি সেই মানুহজনক বেছি ভালদৰে চঞ্চালিব নোৱাৰে। উভয় ক্ষেত্ৰতে, তেওঁৰ আকাংক্ষাক প্ৰভাৱিত কৰাৰ দ্বাৰাহে আপুনি তেওঁৰ আচৰণক প্ৰভাৱিত কৰিব পাৰে। তাত যদি আপুনি কৃতকাৰ্য হয়, তেন্তে তেওঁৰ নীতিজ্ঞানৰ সলনি হ'ব আৰু যদি আপুনি অকৃতকাৰ্য হয়, তেন্তে সলনি নহ'ব।

কিছুমান লোকে অনুভৱ কৰে যে এক সামূহিক আকাংক্ষাই (ধৰক, মানৱ জাতিৰ সুখৰ বাবে আকাংক্ষা) পৰম ভালৰ অনুমোদন নাপায়, কিবা উপায়ে ই অযুক্তিকৰ। ইয়াৰ কাৰণ হৈছে বস্তুনিষ্ঠ প্ৰমূল্যসমূহত লেলেতীয়া হৈ থকা এক বিশ্বাস। এটি আকাঙ্ক্ষা তাৰ প্ৰকৃতিগত কাৰণত যুক্তিপূৰ্ণও নহয়, অযুক্তিকৰো নহয়। ই অন্যান্য আকাংক্ষাৰ সৈতে সংঘাতত লিপ্ত হৈ অশান্তিৰ উদ্ৰেক কৰিব পাৰে ; অন্যান্য আকাংক্ষাৰ মাজত বিৰোধিতাৰ সঞ্চাৰ কৰিব পাৰে আৰু সেই বাবে সন্তুষ্টি দান কৰাত অপাৰগ হ'ব পাৰে। কিন্তু, ইয়াক অনুভৱ কৰাৰ সপক্ষে কোনো যুক্তি দিব নোৱাৰাৰ বাবেই ইয়াক 'অযুক্তিকৰ' বুলি গণ্য কৰিব নোৱাৰি। আমি কক আকাংক্ষা কৰিব পাৰো খক লাভ কৰাৰ উপায় হিচাপে। কিন্তু, সদৌ শেষত এই উপায়বোৰৰ প্ৰয়োজন শেষ হ'লে আমি এনে কিবা এটাত উপনীত হওঁ, যাক আমি

কোনো কাৰণ নোহোৱাকৈয়ে আকাংক্ষা কৰোঁ। সেইবুলি এই কাৰণতে আমি তাক "অযুক্তিকৰভাৱে" আকাংক্ষা কৰা নুবুজায়। নীতিশাস্ত্ৰীয় সমূহ প্ৰণালীয়েই তাৰ হৈ ওকালতি কৰাসকলৰ আকাংক্ষাৰ সাকাৰ ৰূপ, কিন্তু এই সত্যটোক শব্দৰ কুঁৱলিৰ মাজত গোপন কৰি ৰখা হয়। দৰাচলতে, আমাৰ আকাংক্ষাসমূহ বহু নীতিবাদীয়ে ভবাতকৈ বেছি সামূহিক চৰিত্ৰৰ আৰু ইবোৰৰ বিশুদ্ধ আত্মকেন্দ্ৰিকতাও তেওঁলোকে ভবাতকৈ কম। এনে নোহোৱা হ'লে কোনো নীতিশাস্ত্ৰীয় তত্ত্বই নৈতিক উন্নতি সম্ভৱ কৰিব নোৱৰিলেহেঁতেন। প্ৰকৃতাৰ্থত, মানৱ জাতিৰ সামূহিক সুখৰ সৈতে সংগতিপূৰ্ণ কাম বৰ্তমানৰ তুলনাত বেছিকৈ নৈতিক তত্ত্বই মানুহক কৰাব নোৱাৰে; পাৰে বুদ্ধি, সুখ আৰু ভয়ৰ পৰা মুক্তিৰ জৰিয়তে সম্ভৱ হোৱা বৃহত্তৰ আৰু উদাৰ আকাংক্ষাসমূহৰ কৰ্ষণে। 'সৎ' বা 'ভাল' সম্পৰ্কে আমাৰ সংজ্ঞা যিয়েই নহওক আৰু ইয়াক আমি আত্মনিষ্ঠ বুলিয়ে ভাবোঁ বা বস্তুনিষ্ঠ বুলিয়ে ভাবোঁ, যিসকলে মানৱ জাতিৰ সুখ আকাংক্ষা নকৰে, তেওঁলোকে ইয়াক সহায় কৰিবলৈকো চেষ্টা নকৰে ; যিসকলে সেই সুখ আকাংক্ষা কৰে, তেওঁলোকে ইয়াক বাস্তৱায়িত কৰাৰ বাবে যথাসাধ্য চেষ্টা কৰিব।

মই এইবুলি সামৰিব খুজিছোঁ যে প্ৰমূল্যবিষয়ক প্ৰশ্নত বিজ্ঞানে ৰায় দিব নোৱৰাটো সঁচা, পিছে তাৰ কাৰণো এই যে যিবোৰৰ বিষয়ে বৌদ্ধিকভাৱে সিদ্ধান্ত মুঠেই কৰিব নোৱাৰি আৰু সিবোৰ সত্য আৰু অসত্যৰ সাম্ৰাজ্যৰ বাহিৰৰ বস্তু। পাব পৰা সকলো জ্ঞানেই আমি পাব লাগিব বৈজ্ঞানিক পদ্ধতিৰে ; বিজ্ঞানে যাক আৱিষ্কাৰ কৰিব নোৱাৰে, তাক মানুহেও জানিব নোৱাৰে।



# দশম অধ্যায়

## সামৰণি

পাৰ হৈ যোৱা পৃষ্ঠাবোৰত সংক্ষিপ্ত ৰূপৰেখাৰে আমি চিহ্নিত কৰি আহিছোঁ বিগত চাৰিটা শতিকাত ধৰ্মতাত্ত্বিকসকল আৰু বিজ্ঞানীসকলৰ মাজত হোৱা তুলনামূলকভাৱে আধিক তাৎপৰ্যময় কেতবোৰ সংঘাত ; লগতে সাম্প্ৰতিক ধৰ্মতত্ত্বৰ ওপৰত সাম্প্ৰতিক বিজ্ঞানে কি প্ৰভাৱ পেলাইছে, তাৰো এটি জোখ-মাখ কৰিবলৈ আমি চেষ্টা কৰি আহিছোঁ। আমি দেখি আহিছো যে ক'পাৰ্ণিকাছৰ পিছৰ সময়ছোৱাত যেতিয়াই বিজ্ঞান আৰু ধৰ্মতত্ত্বৰ বিৰোধ হৈছে, তেতিয়াই বিজ্ঞান বিজয়ী প্ৰমাণিত হৈছে। আমি এই কথাও লক্ষ্য কৰিছোঁ যে ডাইনীবিদ্যা আৰু চিকিৎসাশাস্ত্ৰৰ নিচিনা ব্যৱহাৰিক বিষয় জড়িত ক্ষেত্ৰত বিশ্বাস থিয় দিছে যন্ত্ৰণা লঘু কৰাৰ পক্ষত আৰু ধৰ্মতত্ত্বই উৎসাহিত কৰিছে মানুহৰ স্বাভাৱগত হিংস্ৰতাক। ধৰ্মতাত্ত্বিক দৃষ্টিভংগীৰ বিপৰীতে বৈজ্ঞানিক দৃষ্টিভংগীৰ প্ৰসাৰে আজিলৈকে সুখৰ স্বাৰ্থতে সন্দেহাতীতভাৱে কাম কৰি আহিছে।

যি কি নহওক, বিষয়টোৱে এতিয়া সম্পূৰ্ণৰূপে নতুন এক পৰ্যায় আৰম্ভ কৰিছে। ইয়াৰ কাৰণ দুটা ঃ প্ৰথমতে, ফলাফলৰ দিশৰপৰা বৈজ্ঞানিক মেজাজৰ তুলনাত বৈজ্ঞানিক কলা-কৌশলসমূহ বেছি গুৰুত্বপূৰ্ণ হ'ব ধৰিছে ; দ্বিতীয়তে, বেছি নতুন ধৰ্ম কিছুমানে খ্ৰীষ্টধৰ্মৰ স্থান ল'ব ধৰিছে আৰু এইবোৰে খ্ৰীষ্টধৰ্মই যিবোৰ ভুলৰ বাবে অনুতাপ কৰিবলগীয়া হৈছিল, সেইবোৰ ভুলৰে পুনৰাবৃত্তি কৰিব লাগিছে।

বৈজ্ঞানিক মানসিকতা সাৱধানী, পৰীক্ষাভিত্তিক আৰু আংশিক ; সমগ্ৰ সত্য জনা বুলি ই নাভাৱে, অথবা ইয়াৰ শ্ৰেষ্ঠ জ্ঞানকো ই সমগ্ৰ সত্য বুলি নাভাৱে। ই জানে যে সোনকালেই হওক, দেৰিকৈয়ে হওক, প্ৰতিটো মতবাদৰে সংশোধনৰ দৰকাৰ থাকে আৰু এই আৱশ্যকীয় সংশোধনৰ বাবে অনুসন্ধানৰ স্বাধীনতা আৰু আলোচনা স্বাধীনতাৰ প্ৰয়োজন। কিন্তু, তাত্ত্বিক বিজ্ঞানৰপৰা এক বৈজ্ঞানিক কিটিপৰো বিকাশ হৈছে আৰু এই কিটিপৰ মাজত তত্ত্বৰ পৰীক্ষাভিত্তিকতাৰ নাম-গোন্ধ নাই। আপেক্ষিকতাৰ সূত্ৰ আৰু কোৱাণ্টাম তত্ত্বই চলিত শতিকাত পদাৰ্থবিদ্যাৰ বৈপ্লৱিক

ৰূপান্তৰ সাধিছে, কিন্তু পুৰণি পদাৰ্থবিদ্যাৰ ওপৰত ভিত্তিশীল উদ্ভাৱনসমূহ এতিয়াও সন্তোষজনক বুলি প্ৰতিপন্ন হৈ আছে। শক্তিকেন্দ্ৰ, সম্প্ৰচাৰ আৰু বৈদ্যুতিক বন্তি আদি অন্তৰ্ভুক্ত উদ্যোগ আৰু দৈনন্দিন জীৱনত বিদ্যুতৰ প্ৰয়োগ বাঢ়ি বহুবতকৈও আগতে প্ৰকাশিত ক্লাৰ্ক মেক্সৱেল (Clerk Maxwell)-অৰ কৰ্মৰ ওপৰত প্ৰতিষ্ঠিত। আমি আজি জানো যে ক্লাৰ্ক মেক্সৱেলৰ মতসমূহ বিভিন্ন দিশৰপৰাই অপৰ্যাপ্ত আছিল। কিন্তু, সেই কাৰণেই উল্লেখিত উদ্ভাৱনসমূহৰ কোনোটোৱেই কাম নচলোৱাকৈ থকা নাই। এইদৰে বৈজ্ঞানিক কিটিপৰ প্ৰয়োগ ঘটোৱা ব্যৱহাৰিক বিশেষজ্ঞসকলে আৰু তাতোকৈ বেছি তেওঁলোকক নিয়োগ কৰা চৰকাৰবোৰে আৰু বৃহৎ ব্যৱসায়িক প্ৰতিষ্ঠানসমূহে বিজ্ঞানীৰ মানসিকতাতকৈ একেবাৰে বেলেগ এটা মানসিকতা অৰ্জন কৰে ঃ সীমাহীন ক্ষমতা আয়ত্তৰী নিশ্চয়তা আৰু আনকি মানৱ উপকৰণকো সুকৌশলে ব্যৱহাৰ কৰাৰপৰা পোৱা আনন্দৰ অনুভৱেৰে সেই মানসিকতা পৰিপূৰ্ণ। এয়া হৈছে বৈজ্ঞানিক মানসিকতাৰ একেবাৰে ওলোটাটো, কিন্তু অস্বীকাৰ কৰিব নোৱাৰি যে বিজ্ঞানেই ইয়াক সক্ৰিয় কৰাত সহায় কৰিছে।

বৈজ্ঞানিক কিটিপৰ পোনপটীয়া ফলসমূহো কোনোমতেই সম্পূৰ্ণৰূপে কল্যাণকৰ হোৱা নাই। এহাতে, এই ফলসমূহে যুদ্ধাস্ত্ৰবোৰৰ ধ্বংসক্ষমতা বঢ়াইছে আৰু লগতে যুদ্ধ তথা যুদ্ধত ব্যৱহাৰ্য সামগ্ৰীসমূহৰ উৎপাদনত নিয়োজিত শান্তিময় শ্ৰমৰপৰা বচাব পৰা জনসংখ্যাৰ অনুপাতো বৃদ্ধি কৰিছে। আনহাতে, এই ফলসমূহে শ্ৰমৰ উৎপাদনশীলতা বঢ়াই নাটনিৰ ওপৰত ভিত্তিশীল পুৰণি অৰ্থনৈতিক ব্যৱস্থাটো চলি থকা বৰ কঠিন কৰি তুলিছে আৰু নতুন নতুন ধাৰণাৰ শক্তিশালী প্ৰভাৱৰ জৰিয়তে এই ফলসমূহে প্ৰাচীন সভ্যতাসমূহক ওলট-পালট কৰি দিছে। উদাহৰণস্বৰূপে, চীনক ঠেলি দিছে বিশৃংখলাৰ মাজলৈ, জাপানক ঠেলি দিছে পশ্চিমীয়া আৰ্হিৰ নিৰ্মম সাম্ৰাজ্যবাদলৈ, ৰাছিয়াক এক নতুন অৰ্থনৈতিক ব্যৱস্থা প্ৰতিষ্ঠাৰ বাবে এক হিংস্ৰ প্ৰচেষ্টাৰ মাজলৈ আৰু জাৰ্মানীক পুৰণি ব্যৱস্থাটো চালু ৰখাৰ বাবে চলোৱা হিংস্ৰ প্ৰচেষ্টালৈ। আমাৰ সময়ৰ এই অশুভ ফলসমূহৰ বাবে আংশিকভাৱে দায়ী বৈজ্ঞানিক কিটিপ আৰু সেয়ে সৰ্বশেষত দায়ী বিজ্ঞান।

মফচলীয় চক বিশেষত হেলো-চোবোকা হতা-হতি সত্ত্বেও বিজ্ঞান আৰু খ্ৰীষ্টীয় ধৰ্মতত্ত্বৰ যুঁজখন প্ৰায় সমাপ্ত হৈছে আৰু মই ভাবোঁ বেছিভাগ খ্ৰীষ্টানেই এইকথা মানি ল'ব যে ইয়াৰ ফলত তেওঁলোকৰ ধৰ্মৰে অৱস্থা ভাল হৈছে। এক বৰ্বৰ যুগৰপৰা উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা অনাকাংক্ষিত উপাদানসমূহ আঁতৰাই খ্ৰীষ্টধৰ্মক পৰিশোধিত কৰা হৈছে আৰু উৎপীড়নৰ আকাংক্ষাৰপৰা ই প্ৰায় মুক্তই হৈছে। বেছি

উদাৰপন্থী খ্ৰীষ্টানসকলৰ মাজত এক মূল্যবান নৈতিক মত বৈ গৈছে ঃ খ্ৰীষ্টৰ এই শিকনি গ্ৰহণ যে আমি আমাৰ ওচৰ-চুবুৰীয়াক ভাল পোৱা উচিত আৰু এটি বিশ্বাস যে প্ৰতিজন ব্যক্তিৰ মাজতে শ্ৰদ্ধেয় কিবা এটা আছে, যদিও তাক আৰু এতিয়া আত্মা বোলা নহ'ব। ধৰ্মমণ্ডলীসমূহৰ মাজতো এনে এক বিশ্বাস বাঢ়ি আহিছে যে খ্ৰীষ্টানসকলে যুদ্ধৰ বিৰোধিতা কৰিব লাগে।

কিন্তু, যিসময়ত প্ৰাচীনতম ধৰ্মসমূহ পৰিশোধিত হৈছে আৰু বহুক্ষেত্ৰতে কল্যাণকৰো হৈছে, তেনে সময়তে সবল যৌৱনৰ উৎপীড়নকামী উদ্যমেৰে আৰু গেলিলিঅ'ৰ সময়ৰ কেথ'লিক ন্যায়াধিকৰণৰ বৈশিষ্ট্যসূচক যি ব্যাপক প্ৰস্তুতি, বিজ্ঞানৰ বিৰুদ্ধাচৰণ কৰাৰ তেনে এক প্ৰস্তুতিৰে নতুন নতুন ধৰ্মৰ উত্থান ঘটিছে। আপুনি যদি জাৰ্মানীত এইবুলি মতপোষণ কৰে যে যীশুখ্ৰীষ্ট এক ইহুদী আছিল অথবা যদি ৰাছিয়াত এনে এটা মত পোষণ কৰে যে পৰমাণুৰে তাৰ সাৰবস্তুসূচক অস্তিত্ব হেৰুৱাই মাত্ৰ কেতবোৰ ঘটনাৰ অনুক্ৰমহে হৈ পৰিছে, তেন্তে আপুনি খুব কঠোৰ শাস্তিৰ সন্মুখীন হোৱাৰ সম্ভাৱনা আছে — আইনী শাস্তি হোৱাতকৈ সেয়া হয়তো নামত অৰ্থনৈতিক শাস্তি, কিন্তু সেইবুলিয়ে তাক বেছি নৰম বুলিব নোৱাৰি। জাৰ্মানী আৰু ৰাছিয়াত বুদ্ধিজীৱীসকলৰ ওপৰত কৰা উৎপীড়নে কঠোৰতাৰ ফালেদি বিগত আঢ়েশ বছৰত খ্ৰীষ্ট ধৰ্মমণ্ডলীয়ে কৰা যিকোনো দুষ্কৰ্মকে চেৰ পেলাইছে।

আজিৰ তাৰিখত আটাইতকৈ পোনপটীয়াভাবে উৎপীড়নত আক্ৰান্ত হোৱা বিজ্ঞানটো হৈছে অৰ্থনীতি বিজ্ঞান। চিৰকাল হৈ থকাৰ দৰে আজিও ইংল্যাণ্ড এখন ব্যতিক্ৰমীভাৱেই সহনশীল দেশ হৈয়ে আছে। ইয়াত যদি কোনো এজন মানুহৰ অৰ্থনীতি সম্পৰ্কীয় মতসমূহ চৰকাৰৰ বাবে অপ্ৰীতিকৰ হয়, তেন্তে মানুহজনে সকলো ধৰণৰ শাস্তিৰ হাত সাৰিব, যদিহে তেওঁ তেওঁৰ মতসমূহ নিজৰ মাজতে গুপুত কৰি ৰাখে, অথবা মাত্ৰ এক নিৰ্দিষ্ট দৈৰ্ঘ্যৰ কিতাপত সেইবোৰ ব্যক্ত কৰে। কিন্তু, আনকি ইংল্যাণ্ডতো, ভাষণ অথবা সস্তীয়া পুস্তিকাতো কম্যুনিষ্ট মতৰ প্ৰকাশে মানুহ এজনক জীৱিকাৰ লোকচান আৰু হেঁচা-চোৰোকাকৈ কাৰাবাস-বৰণৰ সন্মুখীন কৰে। এখন শেহতীয়া আইন অনুসাৰে (বিধয় এই পৰ্যন্ত সম্পূৰ্ণৰূপে বলবৎ হোৱা নাই) কেৱল চৰকাৰে ৰাজদ্ৰোহী বুলি গণ্য কৰা লিখনিৰ লিখকেই নহয়, সেই লিখনি হাতত থকা যিকোনো লোকেই শাস্তিৰ সন্মুখীন হ'ব পাৰে, কাৰণ সেই লিখনি ব্যৱহাৰ কৰি মানুহ এজনে মহামহিম সম্ৰাটৰ শক্তি দুৰ্বল কৰাৰ কথা চিন্তা কৰিব পাৰে।

জাৰ্মানী আৰু ৰাছিয়াত ৰক্ষণশীলতাৰ বাবে বেছি অৱকাশ আছে আৰু অ-ৰক্ষণশীলতাৰ বাবে শাস্তিৰ কঠোৰতাৰ এক সম্পূৰ্ণ বেলেগ মাত্ৰাহে আছে তাত। এই

দেশ দুখনৰ প্ৰতিখনতে চৰকাৰৰ দ্বাৰা ঘোষিত একেটাইত মতাৱলী আছে আৰু ইয়াৰ সৈতে মুকলিভাৱে অসন্মত হোৱা লোকৰ যদি কেনেবাকৈ প্ৰাণ বাচিও যায়, তেন্তে তেওঁক অসামৰিক বন্দীৰ শিবিৰত বাধ্যতামূলক শ্ৰমৰ সমুখীন কৰা হয়। এইকথা সত্য যে ইয়াৰে এখন দেশত যিটো অধাৰ্মিকতা, আনখন দেশত সেইটো ৰক্ষণশীলতা বুলি পৰিগণিত হয় আৰু কোনো এখনত উৎপীড়িত হোৱা মানুহ এজন আনখনলৈ পলাই যাব পাৰিলে তেওঁক বীৰৰ দৰে আদৰণি জনোৱা হয়। যি কি নহওক, কেথ'লিক ন্যায়াধিকৰণৰ এই মত সমৰ্থন কৰাত উভয়ে একমত যে সত্য প্ৰতিষ্ঠা কৰাৰ উপায় হৈছে, যিটো সত্য, তাক এবাৰেই মাত্ৰ প্ৰকাশ কৰা আৰু তাৰ পিছত ইয়াৰ সৈতে সন্মত নোহোৱাসকলক শাস্তি দিয়া। বিজ্ঞান আৰু খ্ৰীষ্টধৰ্ম মণ্ডলীৰ সংঘাতৰ ইতিহাসে এই মতৰ অসত্যতা প্ৰমাণ কৰিছে। গেলিলিঅ'ক উৎপীড়িত কৰাসকলে যে আটাইবিনি সত্য নাজানিছিল, তাত আমি আজি সকলোৱে পতিয়ন গৈছোঁ, কিন্তু, হিটলাৰ বা ষ্টালিনৰ বিষয়ে আমাৰ মাজৰ কোনো কোনো লোক বৰ নিশ্চিত হ'ব পৰা নাই যেন লাগে।

দুৰ্ভাগ্যৰ কথা এই যে অসহনশীলতা চৰিতাৰ্থ কৰাৰ সুযোগ দুই বিপৰীত শিবিৰত উদ্ভৱ হৈছে। বিজ্ঞানৰ মানুহে খ্ৰীষ্টানক উৎপীড়ন কৰিব পৰা দেশ এখন থকা হ'লে গেলিলিঅ'ৰ বন্ধুসকলে হয়তো সমস্ত অসহনশীলতাৰ বিৰুদ্ধে আপত্তি নকৰিলেহেঁতেন ; হয়তো বিপৰীত শিবিৰৰ অসহনশীলতাৰ বিৰুদ্ধেহে আপত্তি কৰিলেহেঁতেন। তেনে ক্ষেত্ৰত গেলিলিঅ'ৰ বন্ধুসকলে হয়তো তেওঁৰ মতবাদক আটোমটোকাকৈ দাঙি ধৰি এক উগ্ৰমতত পৰিণত কৰিলেহেঁতেন— উভয়ৰে ভুল প্ৰমাণিত কৰা আইনষ্টাইন উভয় শিবিৰৰ দ্বাৰাই সমাজশত্ৰু বুলি ঘোষিত হ'লহেঁতেন আৰু ক'তো অকণমান আশ্ৰয় তেওঁ বিচাৰি নাপালেহেঁতেন।

এইকথা জোৰ দি কোৱা হ'ব পাৰে অতীতৰ উৎপীড়নৰ বিপৰীতে আমাৰ সময়ৰ উৎপীড়ন ধৰ্মতত্ত্বীয় হোৱাৰ সলনি ৰাজনৈতিক আৰু অৰ্থনৈতিকহে হয়। কিন্তু এনে এক অজুহাত হ'ব অনৈতিহাসিক। ক্ষমাপত্ৰ (indulgence)-ৰ মতবাদৰ বিৰুদ্ধে লুথাৰৰ আক্ৰমণে পোপৰ বিপুল পৰিমাণে বিত্তীয় লোকচান কৰিছিল আৰু অষ্টম হেনৰিৰ বিদ্ৰোহে পোপক তৃতীয় হেনৰিৰ দিনৰপৰাই ভোগ কৰি অহা বৃহৎ পৰিমাণ ধনৰপৰা বঞ্চিত কৰিছিল। এলিজাবেথে ৰোমান কেথ'লিকসকলক উৎপীড়ন কৰিছিল কাৰণ তেওঁলোকে তেওঁৰ স্থানত স্কটৰ ৰাণী মেৰী (Mary Queen of Scots) বা দ্বিতীয় ফিলিপক বহুৱাব খুজিছিল।

বিজ্ঞানে মানুহৰ মনৰ ওপৰত গীৰ্জাৰ প্ৰভাৱ দুৰ্বল কৰি পেলালে আৰু সৰ্বো শেষত বহু দেশতে গীৰ্জাৰ অধীন হৈ থকা সম্পত্তি ৰাজেয়াপ্ত কৰাৰ বাট দেখুৱাই দিলে।

অৰ্থনৈতিক আৰু ৰাজনৈতিক উদ্দেশ্য সদায়ে উৎপীড়নৰ এক আংশিক কাৰণ হৈ আহিছে, আনকি হয়তো মুখ্য কাৰণেই হৈ আহিছে।

যি কি নহওক, মতামতৰ ওপৰত কৰা উৎপীড়নৰ বিৰুদ্ধে যি যুক্তি, সেয়া উৎপীড়নৰ সম্ভাব্য কৈফিয়তৰ ওপৰত নিৰ্ভৰ নকৰে। যুক্তিটো এয়ে যে আমি কোনেও সমস্ত সত্য নাজানো ; নতুন সত্যৰ আৱিষ্কাৰে বল পায় মুক্ত আলাপ-আলোচনাৰ যোগেদিহে আৰু অৱদমনে ইয়াক কৰি তোলে বৰ কঠিন ; সত্যৰ আৱিষ্কাৰেহে মানৱ-কল্যাণ বঢ়াই তোলে আৰু ভুলৰ ওপৰত প্ৰতিষ্ঠিত কাৰ্যই তাক বাধাপ্ৰাপ্ত কৰে। নতুন সত্য কেতবোৰ ন্যস্ত স্বাৰ্থৰ বাবে প্ৰায়েই অসুবিধাজনক ; শুক্ৰবাৰে উপবাসে থকাৰ আৱশ্যক নাই বোলা প্ৰটেষ্টাণ্ট মতৰ তীব্ৰ বিৰোধিতা কৰিছিল এলিজাবেথীয় যুগৰ মাছবেপাৰীসকলে। কিন্তু বৃহত্তৰ জনতাৰ স্বাৰ্থতে নতুন সত্য মুক্তভাৱে ঘোষিত হ'ব লাগে।

আৰু যিহেতু এটা নতুন মত সত্য হয়নে নহয়, তাক পোনতেই জনা নাযায়, সেয়েহে সত্যপ্ৰকাশৰ স্বাধীনতাৰ সৈতে ভুল কৰাৰ স্বাধীনতাও সমানে জড়িত। সাধাৰণ কথা হৈ পৰা এই মতসমূহ জাৰ্মানী আৰু ৰাছিয়াত আজি অভিশাপস্বৰূপ আৰু আন ঠাইতো ই পৰ্যাপ্তভাৱে স্বীকৃত নহয়।

বৌদ্ধিক স্বাধীনতাৰ প্ৰতি ভাবুকি ১৬৬০ চনৰ পিছৰ যিকোনো সময়ৰ তুলনাত আমাৰ দিনতে বেছি। পিছে, সম্প্ৰতি এই ভাবুকি খ্ৰীষ্টীয় ধৰ্মমণ্ডলীবিলাকৰ পৰা অহা নাই ; ই আহিছে চৰকাৰবোৰৰ পৰা। নৈৰাজ্য আৰু বিশৃংখলাৰ আধুনিক বিপদৰ কাৰণেই চৰকাৰবোৰে এক অলঙ্ঘনীয় চৰিত্ৰ ল'ব পাৰিছে, যি চৰিত্ৰ পূৰ্বতে গিৰ্জা কৰ্তৃপক্ষৰ আছিল। বিজ্ঞানীসকল আৰু বৈজ্ঞানিক জ্ঞানক মূল্য দিয়া সকলোৰে সমুখত ই স্পষ্ট কৰ্তব্য যে উৎপীড়নৰ প্ৰাচীনতৰ ৰূপবোৰৰ অৱক্ষয়ৰ বাবে আত্মসন্তুষ্টিৰে নিজকে অভিনন্দিত কৰাৰ পৰিবৰ্তে উৎপীড়নৰ নতুনতৰ ৰূপবোৰৰ বিৰুদ্ধেহে প্ৰতিবাদ কৰিব লাগে। যি মতৰ সমৰ্থনত উৎপীড়ন চলিছে, সেই মতৰ প্ৰতি থকা প্ৰীতিয়ে এই কৰ্তব্য লঘু কৰিব নোৱাৰে। কম্যুনিজ্‌মৰ প্ৰতি থকা কোনো ধৰণৰ প্ৰীতিয়েই ৰাছিয়াত থকা অন্যায় চিনাক্ত কৰাত আমাক অনিচ্ছুক কৰিব নালাগিব আৰু আপোন মতৰ সমালোচনাত অনুমোদন নজনোৱা আমোল এটা যে শেহান্তৰত নতুন সত্যৰ আৱিষ্কাৰৰ পথত হেঙাৰ হৈ পৰিব পাৰে, তাক স্বীকাৰ কৰাতো সেই প্ৰীতিয়ে আমাক অনিচ্ছুক কৰিব নালাগিব। বিপৰীতভাৱে, কম্যুনিষ্ট সাম্যবাদ বা সমাজবাদৰ প্ৰতি থকা আমাৰ অপ্ৰীতিয়ে জাৰ্মানীত তেওঁলোকক অৱদমন কৰাৰ বাবে চলোৱা বৰ্বৰতাৰ প্ৰতি আমাক ক্ষমাশীল কৰি তুলিব নালাগিব। বিদেশ দেশত বিজ্ঞানীসকলে প্ৰায় আশা কৰা ধৰণেই, বৌদ্ধিক স্বাধীনতা

লাভ কৰিছে, সেই দেশবোৰে নিৰপেক্ষ গৱিহ্শাৰ জৰিয়তে দেখুৱাব লাগে যে তেওঁলোকে যিকোনো ঠাইতে এই স্বাধীনতা হ্রাস কৰাটো অপছন্দ কৰে — যি মতৰ হ্কেই সেই স্বাধীনতা অৱদমিত কৰা নহওক কিয়।

বৌদ্ধিক স্বাধীনতা যিসকলৰ বাবে ব্যক্তিগতভাবে জৰুৰী, তেওঁলোক সমাজত সংখ্যালঘু হ'ব পাৰে, কিন্তু তেওঁলোকৰ মাজতে ভৱিষ্যতৰ বাবে সবাতকৈ গুৰুত্বপূৰ্ণ ব্যক্তিসকল থাকে। মানৱ জাতিৰ ইতিহাসত ক'পাৰ্ণিকাছ, গেলিলিঅ' আৰু ডাৰ্বিনৰ গুৰুত্ব আমি দেখি আহিছোঁ। পিছে, এইকথা ধৰি ল'ব নালাগিব যে ভৱিষ্যত সময়ে এনেকুৱা মানুহ আৰু সৃষ্টি নকৰে। সেইসকল ব্যক্তিক যদি তেওঁলোকৰ কাম চলোৱাত বাধা দিয়া হয় আৰু তেওঁলোকৰ উপযুক্ত প্ৰভাৱ পেলোৱাত যদি প্ৰতিবন্ধক সৃষ্টি কৰা হয়, তেন্তে মানৱজাতি হৈ পৰিব স্ৰোতহীন আৰু অনুসৃত হ'ব এক অন্ধকাৰ যুগ (Dark Age), যিদৰে অতীতৰ চমৎকাৰ যুগটোক অনুসৰণ কৰিছিল পূৰ্বৰ অন্ধকাৰ যুগটোৱে। নতুন সত্য প্ৰায়েই অসুবিধাজনক, বিশেষতঃ ক্ষমতাসীনসকলৰ বাবে ; তথাপি, নিষ্ঠুৰতা আৰু মতান্ধতাৰ সুদীৰ্ঘ বৃত্তান্তৰ মাজত এয়াই হৈছে আমাৰ বুদ্ধিমান অথচ অবাধ্য জাতিটোৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সফলতা।



# পাদটীকা

১। উদাস বাদীসকল (the Stoics)

খ্ৰীষ্টপূৰ্ব প্ৰায় ৩০০ বছৰৰ আগতে গ্ৰীক দাৰ্শনিক জেন'ই প্ৰতিষ্ঠা কৰা দৰ্শনৰ অনুগামী। এওঁলোকে ব্যক্তিৰ স্বয়ংসম্পূৰ্ণতাত গুৰুত্ব দিয়ে আৰু প্ৰাকৃতিক ক্ৰমৰ নিৰ্দেশমতে ব্যক্তি পৰিচালিত হ'ব লাগে বুলি মতপোষণ কৰে। উপযুক্ত অসমীয়া প্ৰতিশব্দৰ অভাৱত "উদাসবাদী" বোলা হৈছে।

২। খ্ৰীষ্টান-ঐক্য সংসদ (Oecumenical Council)

খ্ৰীষ্টান গিৰ্জাৰ বিশ্বৰ চৌপাশে থকা শাখাসমূহৰ মাজত ঐক্যস্থাপনৰ হকে কাম কৰা সংসদ।

৩। উদ্দেশ্যমূলক অজ্ঞেয়বাদ (Obscurantism)

সত্যৰ বৈজ্ঞানিক সন্ধান আৰু সংস্কাৰ ইচ্ছাকৃতভাৱে বাধা প্ৰদান কৰা মতবিশেষ। উপযুক্ত অসমীয়া প্ৰতিশব্দৰ অভাৱত এই নাম ৰখা হৈছে।

৪। মহাপ্লাৱন (the Flood)

বাইবেলৰ জেনেছিছ্ অধ্যায়ত উল্লেখিত এক বিশ্বজোৰা বান। ঈশ্বৰ-প্ৰেৰিত নৌকা (Noah's Arc)-ত উঠি পুণ্যাত্মা নোৱা, তেওঁৰ পৰিয়াল আৰু প্ৰতিবিধ জীৱ-জন্তুৰে দুটিকৈ সদস্যাহে এই বানৰপৰা ৰক্ষা পৰিছিল।

৫। অব্যক্ত ঈশ্বৰবাদী (Deist)

এওঁলোকে ঈশ্বৰৰ অস্তিত্বত বিশ্বাস কৰে। কিন্তু, ঈশ্বৰে মানুহৰ ওচৰত কিবা ধৰ্ম অথবা বতৰা প্ৰকাশ কৰা বুলি বিশ্বাস নকৰে। উপযুক্ত অসমীয়া প্ৰতিশব্দ নাপাই এই নাম ৰখা হৈছে।

৬। সমুদ্ৰবাদী (Neptunist)

সকলো বস্তুৱেই পানীৰপৰা সম্ভূত বুলি ভবা লোক। বিশেষতঃ এওঁলোকে সাগৰত ৰাসায়নিক অধঃক্ষেপ পৰি তাৰপৰাই সাধাৰণভাৱে শিলাসমূহৰ উৎপত্তি হোৱা বুলি ভাবিছিল। উপযুক্ত অসমীয়া প্ৰতিশব্দ নাপাই এই নাম দিয়া হৈছে।

৭। আগ্নেয়বাদী (Vulcanist)

প্লুটোবাদী অথবা জে'ম্ছ্ হাটন (১৭২৬-১৭৯৭)-অৰ অনুগামী। হাটনে ভূগৰ্ভীয় তাপ, আৰু বেছল্টৰদৰে শিলাসমূহৰ উৎপত্তিৰ অন্তৰালত থকা আগ্নেয় উৎস— উভয়ৰে ভূতাত্ত্বিক গুৰুত্ব আছে বুলি ঘোষণা কৰিছিল। সমুদ্ৰবাদীৰ চিন্তাত পানী আৰু সাগৰৰ যি গুৰুত্ব, আগ্নেয়বাদীৰ চিন্তাত আগ্নেয়গিৰি আৰু ভূঁইকঁপৰো একেই গুৰুত্ব।

উপযুক্ত অসমীয়া প্ৰতিশব্দৰ অভাৱত এই নাম দিয়া হৈছে।

৮। মাৰ্ছুপিয়েল (marsupial)

এক স্তন্যপায়ী শ্ৰেণী। পোৱালিবোৰ অপৈণত হৈ জন্মে। পৈণত হোৱালৈকে মাতৃদেহৰ টোপোলাত থাকি পিয়াহ খায়। উদাহৰণ ঃ কাংগাৰু।

৯। ফেৰিছী (Pharisee)

কঠোৰপন্থী ইহুদী। মোজেছৰ নিয়মবোৰৰ কঠোৰ ব্যাখ্যাৰ জৰিয়তে এওঁলোকে জীৱনৰ খুটি-নাতিবোৰত অত্যন্ত মনোযোগ দিছিল।

১০। চাদ্‌জুছী (Sadducee)

ফেৰিছী-বিৰোধী দাৰ্শনিক মতাৱলম্বী, যাৰ মাজত আছিল ইহুদী পুৰোহিত আৰু অভিজাতসকল। মৃত্যুৰ পিছৰ জীৱনত বিশ্বাসকে আদি কৰি বহু তেনে পৰম্পৰাগত বিশ্বাস এওঁলোকে বৰ্জন কৰিছিল।

১১। এৰিয়ান (Arian)

এৰিয়াছীয়বাদ (Arianism)-অত বিশ্বাসী। চতুৰ্থ শতিকাৰ আলেক্‌জেণ্ড্ৰিয়াৰ দাৰ্শনিক এৰিয়াছ (Arius)-এ উদ্ভৱ কৰা দৰ্শন। এই দৰ্শন মতে যীশুখ্ৰীষ্টৰ ঐশ্বৰিকতা নাই ; তেওঁ মাত্ৰ সকলো সৃষ্ট জীৱৰ ভিতৰতে প্ৰথম আৰু সৰ্বোচ্চ।

১২। চেণ্ডিমেনিয়ান (Sandymanian)

ৰবাৰ্ট চেণ্ডিমেন (Robert Sandeman)-অৰ অনুগামী বা এক গ্লাছাইট্ (Glassite)। গ্লাছাইটসকল জন গ্লাছৰ (John Glas)-অৰ অনুগামী। গ্লাছে মতপোষণ কৰিছিল যে পুৰণি জন-সমাজৰ ওপৰত যীশুখ্ৰীষ্টৰ বাহিৰে আন কাৰো এক্তিয়াৰ নাখাটে। ইয়াৰ বাবে ১৭৩০ চনত তেওঁক (Church of Scotland) মন্ত্ৰণালয়ৰপৰা পদচ্যুত কৰা হৈছিল।

১৩। বেকাচ (Bacchus)

গ্ৰীক সুৰাদেৱতা।

১৪। ইক্‌থিওচ'ৰ, ডাইন'চ'ৰ, ডিপ্ল'ড'কাছ, ম্যাষ্টোড'ন ঃ
প্ৰাগ্-ঐতিহাসিক যুগৰ অধুনাবিলুপ্ত প্ৰাণী।

১৫। জেহোভা (Jehova)
হিব্ৰু ঈশ্বৰ য়াবা (Yahweh)। খ্ৰীষ্টানসকলে এওঁক জেহোভা বুলিছিল।

১৬। ৱ'টান (Wotan)
প্ৰাচীন নৰ্ছ (Norse) জাতিৰ দেৱতা।

১৭। শ্বেল-ফিশ্ব (Shell-fish)
শামুক, কেঁকোৰা আদিৰ দৰে টান খোলা থকা জলচৰ প্ৰাণী।

১৮। পাপুৱান (Papuan)
পাপুৱা (Papua) অথবা নিউ গিনি (New Guinea)-ত বসবাস কৰা এক মানৱ-সম্প্ৰদায়।

১৯। বুশ্বম্যান (Bushman)
দক্ষিণ আফ্ৰিকাৰ সম্প্ৰতি বিলুপ্তপ্ৰায় হালধীয়া-মুগা ৰঙৰ, কটীয়া, যাযাবৰ, আদিম চিকাৰী জাতি।

□□□